# আসাম বুৰঞ্জী

ৰচক

গুণাভিৰাম বৰুৱা







অসম প্ৰকাশন পৰিষদ

গুৱাহাটী-৩

# সূচী

## প্রথম ভাগ



## দ্বিতীয় ভাগ



## তৃতীয় ভাগ

শ্ৰীশ্ৰীশঃ

# আসাম বুৰঞ্জী

অৰ্থাৎ

# অসম দেশৰ ইতিহাস

—ঃঃ—

## প্ৰথম ভাগ

### প্ৰথম অধ্যায়

অসম দেশৰ পূৰ্ব্ব সীমা মিচিমী, চিংফৌ প্ৰভৃতি জাতি থকা পৰ্ব্বত বিলাক। পশ্চিম সীমা, মানাহ নদী আৰু গোয়ালপাড়া জিলাৰ হাবড়াঘাট পৰগণা। উত্তৰ সীমা, ভোট, অকা, ডফলা আৰু আবৰ থকা পৰ্ব্বত শ্ৰেণী। আৰু দক্ষিণ সীমা, নগা, খাসীয়া আৰু গাৰো বিলাক থকা পৰ্ব্বত। ইয়াৰ পৰিমাণ ফল পৰ্ব্বত ভাগ এড়িলে ১৭০৪৪ বৰ্গ মাইল। ইয়াৰ যাবতীয় প্ৰজাৰ সংখ্যা ১৭৭৬০৩৯ জন।

এই দেশ ভাৰতবৰ্ষৰ পূৰ্ব্ব উত্তৰ চুকে। ইয়াৰ সীমাৰ পূব ফালে আৰু ব্ৰিটিশ ৰাজ্য নাই। ই দীঘলে প্ৰায় ৫০০ মাইল আৰু পথালীয়ে সকলো ঠাইতে সমান নহলেও মুঠে ৬০ মাইল হব। এই দেশৰ উত্তৰ ফালে ভোট প্ৰভৃতি জাতিৰ পৰ্ব্বতবিলাক। তাৰ উত্তৰে সুবিস্তীৰ্ণ হিমালয় পৰ্ব্বত যাৰ বৰফ থকা কোনো কোনো শৃঙ্গ শীত কালত ইয়াৰ পৰা দেখি। ইয়াৰ দক্ষিণ ফালৰ পৰ্ব্বতবিলাক অতি সুবিস্তাৰ। হিমালয় শ্ৰেণীৰ দৰে নহলেও একেবাৰে অশোভিত নহয়। এই হিমালয়ৰ উত্তৰে মানস সৰোবৰৰ পৰা ওলাই ব্ৰহ্মপুত্ৰ নদ মিচিমী বিলাকৰ পৰ্ব্বতৰ মাঝে অসম দেশৰ ভিতৰে বই গই বঙ্গাল দেশত সোমাই সমুদ্ৰত পড়িছে। উত্তৰ আৰু দক্ষিণ ফালৰ পৰা ব্ৰহ্মপুত্ৰৰ গৰ্ভলৈকে মাটি ক্ৰমে নিম্ন হই আহিছে। এই দেশ

প্ৰকৃতে অসম ঠাইতে ম আৰু ঠাইতে দ। ব্ৰহ্মপুত্ৰ মহানদে এই দেশ খনকে উত্তৰ কূল আৰু দক্ষিণ কূল এই দুই খণ্ডে ভগাইছে। ধনসিৰী, ভৈৰবী, দিহিং, দিখৌ, সোণাই, বড় নদী, কলহী, মানাহ, চাউল খোৱা প্ৰভৃতিয়ে ইয়াৰ কৰ যোগাইছে। আৰু ইয়াৰো কলঙ্গ প্ৰভৃতি কেইবা শাখাও আছে।

এই দেশৰ পাৰ্ব্বত্য, সমতল আৰু জলমগ্ন ভূমি বিবেচনা কৰি ইয়াক তিনি ভাগে বিভক্ত কৰিব পাৰি। প্ৰথম দুইয়ো কূলৰ ওখ ওখ পৰ্ব্বত ভাগ। দ্বিতীয় উত্তৰ আৰু দক্ষিণ কূলৰ সমতল বাম ঠাই। তৃতীয় এই দুইয়ো কূলৰ বাৰিষা পানীত তলযোৱা ঠাইবিলাক। উত্তৰ কূলৰ কামৰূপ জিলাৰ ক্ষেত্ৰি প্ৰভৃতি পৰগণা আৰু বড় নদীৰ সমীপৰ কিছুমান ঠাই আৰু আন কোনো কোনো ঠাইক এড়ি প্ৰায় বাম। আৰু দক্ষিণ পাৰে সেই ৰূপে কলঙ্গ আৰু ব্ৰহ্মপুত্ৰৰ মাঝৰ চাপৰী আৰু আন আন কিছুমান ঠাইক এড়ি অপেক্ষাকৃত সমতল। এইটি বড় আশ্চৰ্য্য যে উত্তৰ কূলত দ আৰু পানীত তলযোৱা মাটীৰ প্ৰায় সমানে দক্ষিণ কূলত ওখ মাটী। আৰু দক্ষিণ কূলৰ দ আৰু পানীত তলযোৱা মাটিৰ প্ৰায় সমানে সিপাৰে ওখ মাটী। এই বিলাকত বাহিৰেও কলীয়াবৰ, জাগী, বাঘবৰ, হাজো, নগৰবেড়া প্ৰভৃতি অকল শৰীয়া ওখ পৰ্ব্বত। আৰু তাৰ উচ্চতা ৭০০ ফিট পৰ্য্যন্ত দেখা গইছে। আৰু বিল বা জলাহ প্ৰভৃতি দ ঠাই এই দেশত অনেক আছে।

ইয়াৰ জল আৰু বায়ু অতিশয় অস্বাস্থ্যকৰ বুলি অনেকে কইছিল। এই কথা কিমান সঁচা তাক কব নোৱাৰি। কিন্তু লোক সমাজত যিমান ভয় লগা হই সেই কথা প্ৰসিদ্ধ আছে তিমান নহয়। ভাৰতবৰ্ষৰ আন আন ঠাইৰ দৰে ইয়াতো বাৰিষাৰ আদি আৰু শেষ সময়েই ৰোগ বৃদ্ধিৰ কাল। হাবি আৰু পানীত তল যোৱা ঠাই থকাহে এই দুৰ্নামৰ মূল। এই দেশৰ অনেক হাবি কটা হই এতিয়া পৰিষ্কাৰ হোৱাত সেই সকল ঠাইৰ পূৰ্ব্বৰ অপবাদ গুছি আকৌ ভাল বুলিহে প্ৰসিদ্ধ হইছে।

অসম দেশত শীত আৰু গ্ৰীষ্ম দুইয়ো প্ৰায় সমান। জ্যৈষ্ঠ আৰু আষাঢ়ত যেনে গ্ৰীষ্ম তাৰ বিপৰীত শীত পৌষ মাহত হয়। কোনো দিন

ফুঁপৰীয়ালৈকে জাৰকালি কুঁৱলী থাকে। ফাগুনৰ পৰা বড় বতাহ বয়। আৰু ইয়াৰ হ্ৰাস বৃদ্ধি সূৰ্য্যৰ তাপৰ হ্ৰাস বৃদ্ধিৰে সৈতে সম্পৰ্ক ৰাখে। বাৰিষাৰ পূৰ্ব্বে কোনো কোনো দিন বিয়লি আৰু গধূলি বড় ধুমুহা হয়।

এই দেশত প্ৰধানকৈ তিনিটা মাত্ৰ ঋতু। বাৰিষা, জাৰকালি আৰু জহ। জ্যৈষ্ঠৰ আদিৰে পৰা বৰ্ষা আৰম্ভ হই আশ্বিন লৈকে থাকে। কেতিয়াবা এনেকেই বৰষুণ হয় যে চাৰি পাঁচ দিন একাদিক্ৰমে বৰষি থাকে। কাৰ্ত্তিকৰ পৰা জাৰ আৰম্ভ হই প্ৰকাৰান্তে বৈশাখ লৈকে থাকে। ইফালে আকৌ চৈত্ৰৰ পৰা জ্যৈষ্ঠ লৈকে বড় জহ। বাৰিষাও কিছুমান দিন বৰষুণ নহলে অতিশয় গ্ৰীষ্ম হয়। এই দেশৰ তাপৰ গড় পৰিমাণ ৭৪ ডিগ্ৰি। পাৰ্ব্বত্য চিৰাপুঞ্জি নগৰত সদাই বড় বৰষুণ হয়। ১৮৬১ সনত সেই নগৰত ৮০৫ ইঞ্চ পৰিমাণ জল বৰ্ষণ হইছিল। তাৰে ৩৬৬ ইঞ্চ অকল জানুয়াৰি মাহত বৰ্ষণ হয়। এনেও হইছে যে ছদিনত ১৫০ ইঞ্চ জল বৰ্ষিছে। আৰু এদিনতে সাধাৰণত ১২ ইঞ্চ জল সচৰাচৰ বৰ্ষণ হয়।

ইয়াৰ পৰ্ব্বত আৰু ঝাড়নি কাঁঠনি হাবি বিলাকত শাল, পমা, চমা, কড়ই, শিঙ্গৰি প্ৰভৃতি অনেক বহু মূলীয়া গছ, নানা বিধ বাঁহ আৰু বেত আছে। কোনো কোনো গছ বড় প্ৰকাণ্ড। ছুইয়ো ফালৰ পৰ্ব্বত বিলাকত চৈত্ৰ বৈশাখ মাহত গধূলি প্ৰায় জুই লাগে। কেতিয়াবা কোনো পৰ্ব্বত একেবাৰে জ্যোতিৰ্ম্ময় হয়।

এই দেশত কোনো কোনো নদীৰ পৰা সোণ ধুই উলিয়াব পাৰি। কয়লা বা নাগমাটী উজনিৰ ফালে আবিষ্কাৰ হইছে। খাসিয়া পৰ্ব্বতৰ ফালে চুণৰ আকৰ আছে। নগা পৰ্ব্বতৰ কোনো কোনো ঠাইত লোণ পুঞ্জ বা লোণৰ আকৰ আছে। এই লোণ সামুদ্ৰিক লোণৰ দৰে নহয়। লোহৰ আকৰো ইয়াৰ নগা পৰ্ব্বতৰ সমীপত কোনো কোনো ঠাইতে দৃষ্ট হইছে। সেই আকৰৰ ওচৰত জুই ধৰা সাঁচ পোৱা যোৱাত এনেটোহে অনুমান হয় যে কেতিয়াবা তাৰ পৰা লো খানি তোলা গইছিল।

এই দেশৰ চাৰিও ফালে পৰ্ব্বত থকাত আৰু কয়লা ইত্যাদিৰ আকৰ থকাত সময়ে সময়ে বড় ভূমিকম্প হয়। মেং ৰাৱিনসন্ সাহাবে তেওঁৰ

বুৰঞ্জিত লেখিছে ইংৰাজী ১৬০৭ শকত এনেহে ভূমিকম্প হইছিল, যে কোনো কোনো সৰু পৰ্ব্বতো তললৈ গইছিল। প্ৰথম বাৰ মান অহাৰ পূৰ্ব্বে এবাৰ ভূমিকম্প হইছিল সিও এনে হইছিল যে লোকে কয় বোলে সেই নিমিত্তেহে দেশত উৎপাত হল। ইংৰাজী ১৮৪৬ শকত এবাৰ বড় ভূমিকম্প হয়। সেই ভূমিকম্প কেইবা দিনো অনেক বাৰ হইছিল। তাতে উমানন্দ দেৱালয়ৰ মন্দিৰৰ ওপৰৰ ত্ৰিশূল ভাঙ্গে। ইংৰাজী ১৮৬৯ সনৰ জানুয়াৰি মাহৰ আদিতে এবাৰ ভূমিকম্প হয়। সিও বড়কৈ হইছিল। এই কেইটাত বাজ আন ডাঙ্গৰ ভূমিকম্পৰ বিষয় এই পৰ্য্যন্ত প্ৰসিদ্ধ হোৱা নাই।*

---

* নগাওঁ জিলাৰ ডবকা থানাৰ ওচৰত মাটীৰ তলত এটা মঠ পোৱা গইছে। সেই মঠৰ নিমিত্তেই সেই গাঁও খনকে মঠৰ গুড়ি বোলে। এই মন্দিৰ কোন ভূমিকম্পত যে মাটিৰ তললৈ গইছে এনে বিশ্বাস হয়।

## দ্বিতীয় অধ্যায়

অসম দেশৰ "অসম" নাম আধুনিক। পূৰ্ব্বে ই নাম নাছিল। আৰু এতিয়া যি সীমা ধাৰ্য্য হইছে সিও পূৰ্ব্বে নাছিল। মহাভাৰত, কালিকা-পুৰাণ, ভাগৱত, যোগিনীতন্ত্ৰ প্ৰভৃতিত এই দেশৰ নাম উল্লেখ আছে। কিন্তু তাত "অসম" এই নাম নাই। পুৰাণ প্ৰভৃতি চালে এনেটোহে জানি যে পূৰ্ব্ব কালৰ কামৰূপ, শোণিতপুৰ, হিড়ম্ব, মণিপুৰ আৰু কৌণ্ডিল্য এই কেই দেশৰ অধিকাংশই এতিয়া অসম নামে প্ৰসিদ্ধ হইছে। গুৱাহাটীক পুৰাণত প্ৰাগ্‌জ্যোতিষপুৰ বোলে। ইয়াতে নৰক ৰজাৰ পুত্ৰ ভগদত্তৰ ৰাজধানী আছিল। এই নগৰৰ পশ্চিম দক্ষিণ ফালে নীলাচল পৰ্ব্বতৰ ওচৰত নৰকাসুৰৰ পৰ্ব্বত নামে এটি পৰ্ব্বত আছে। এইটি সেই নৰক আৰু ভগদত্ত ৰজাৰ থকা স্থান বুলি জনঘোষ আছে। এই নৰক ৰজাই কোনো এক সময়ত ষোড়শ সহস্ৰ কন্যা গুৱাহাটীৰ কৰ্ম্মনাশা বা উৰ্ব্বশীৰ মাজালিত লুকাই থইছিল। শ্ৰীকৃষ্ণে নৰকাসুৰক বধ কৰি সেই সকলক লইগল। নৰক ৰজাই নীলাচলৰ খট খটি প্ৰভৃতি নিৰ্ম্মাণ কৰাইছে বুলি লোকে কয়। এওঁৰ পাছত, ভগদত্ত ৰজাই, কুৰু পাণ্ডবৰ যুদ্ধত হাতীৰে পাণ্ডবে সৈতে যুদ্ধ কৰি বড় সাহসেৰে প্ৰাণত্যাগ কৰিলে।

শোণিতপুৰ এতিয়াৰ তেজপুৰ। ইয়াত সুপ্ৰসিদ্ধ বলিৰাজাৰ বংশৰ বাণৰাজাৰ ৰাজধানী আছিল। তেওঁৰ কন্যা উষাক শ্ৰীকৃষ্ণৰ পৌত্ৰ অনিৰুদ্ধে অগ্নিৰ গড়ৰ মাঝেৰে প্ৰবেশ কৰি হৰণ কৰিছিল। তেজপুৰৰ ওচৰত "অগ্নিগড়" পৰ্ব্বত নামে এটা পৰ্ব্বত এতিয়াও আছে। ভৈৰবী নদীৰ তীৰত ৰুদ্ৰেশ্বৰ নামে যে দেৱালয় আছে, সেই দেৱালয় আৰু বিশ্বনাথৰ দেৱালয় এই বাণৰজাই স্থাপন কৰিছে বুলি এতিয়ালৈকে লোকে কয়।

কৌণ্ডিল্য দেশ এতিয়াৰ সদীয়া অঞ্চল। এই দেশ ৰুক্মিণীৰ পিতা ভীষ্মক ৰজাৰ দেশ। সদীয়াত যি দেবীৰ মন্দিৰ আছে তাৰে পৰা ৰুক্মিণীক

শ্ৰীকৃষ্ণে হৰণ কৰি নিছিল বুলি জন প্ৰবাদ আছে। ইয়াৰ ওচৰতে এটি সৰু নদী আছে ইয়াক এতিয়াও কুণ্ডিল নলা বুলি লোকে কয়।

দক্ষিণ কূলত হিড়িম্ব দেশ। এতিয়াও কাছাৰ বা কছাৰী ৰজাই হিড়িম্বৰ ৰাণী হিড়িম্বাৰ আৰু ভীমৰ পুত্ৰ ঘটোৎকচৰ সন্তান বুলি কয়।

জয়ন্তীপুৰ বা জয়ন্তাৰ ৰজা আৰু মণিপুৰৰ ৰজা অৰ্জ্জুনৰ পুত্ৰ বভ্ৰুবাহনৰ বংশ। এই ৰজাৰ অধীন ঠাইও অসমদেশত পড়িছে। ওপৰত যি দেশ ভাগৰ কথা কলোঁ সেই ভাগ বিলাক যি সময়ত মহাভাৰত আৰু ভাগৱত ৰচনা কৰা হয় সেই সময়ৰহে। পাছে পুৰাণ আৰু তন্ত্ৰৰ সময়ত হলে এই দেশৰ অধিকাংশই কামৰূপৰ সীমাৰ মাঝত পড়িছিল। কৰতোয়া নদী বঙ্গাল দেশৰ ৰঙ্গপুৰ জিলাত আৰু দিককৰবাসিনী বা দিকৰাই নদী উজনিত আছে। এই নামৰ পৰা এইটি উপলব্ধি হয় যে শোণিতপুৰ, হিড়ম্ব, কৌণ্ডিলা প্ৰভৃতি দেশ ক্ৰমে শক্তি ভ্ৰষ্ট হোৱাত কামৰূপৰ ৰজাই আপোন দেশ সেই সেই সীমালৈকে বিস্তৃত কৰিলে। একেবাৰে এইৰূপ ৰাজ্য বঢ়াব পাৰিছিল এনে ন হয়। ইয়াত সেই সেই দেশে সৈতে অনেক ৰণ বিগ্ৰহ হইছিল। কামৰূপৰ সেই সীমাৰ ভিতৰত ৰঙ্গপুৰ কোঁচবেহাৰ আৰু জলপাইগুড়িও পড়ে। ইফালে ময়মনসিংহ জিলাৰ কিছুমান আৰু শ্ৰীহট্টৰো কিছুমান পড়ে। বস্তুতঃ ময়মনসিংহ আৰু শ্ৰীহট্টৰ কোনো কোনো অংশ যে কামৰূপৰ অধীন আছিল এইটো শীঘ্ৰ বিশ্বাস কৰিব নোৱাৰি। ব্ৰহ্মপুত্ৰৰ উত্তৰ কূলত হলে ৰঙ্গপুৰ, কোঁচবেহাৰ আৰু জলপাইগুড়ি সম্পূৰ্ণৰূপে কামৰূপৰ অধীন। অধিক কি যেতিয়া কোঁচ বংশৰ অধিপত্য হল তেতিয়া কোঁচবেহাৰৰ ৰজাই কামৰূপৰ ৰজা আছিল।

কালক্ৰমে কামৰূপৰ সীমা লৰচৰ হল। মুসলমান সকলে যেতিয়া কামৰূপ অধিকাৰ কৰে তেতিয়া ৰঙ্গপুৰৰ উত্তৰ পূৰ্ব্বভাগ শাসনৰ নিমিত্তে এতিয়া গুৱালপাড়া জিলাৰ অন্তৰ্গত ৰঙ্গামাটীত এজনা প্ৰধান কাৰ্য্যকাৰক বা নবাব আছিল। তেওঁ বিলাকে সেই ভাগক সৰকাৰ কামৰূপ, সৰকাৰ ঢেকুৰী এইৰূপে চাৰিভাগ কৰিছিল। কোঁচবেহাৰৰ ৰজাৰ যেতিয়া কামৰূপত ৰাজত্ব হয় তেতিয়াও সেই সেই সৰকাৰ থাকে। দক্ষিণ কূলে

নগাওঁৰ খাগৰি জান, উত্তৰ কূলে দৰঙ্গ জিলাৰ শিঙ্গৰী পৰ্য্যন্ত সৰকাৰ কামৰূপৰ সীমা। তাৰ সিফালে এতিয়া গুৱালপাড়া জিলাৰ প্ৰায় সমুদায় সৰকাৰ ঢেকুৰীৰ অন্তৰ্গত। এতিয়াও ব্ৰিটিশ গৱৰ্ণমেণ্টৰ অধিকাৰ হোৱাতো সেই অঞ্চলৰ ঘুল্লা পৰগণা প্ৰভৃতিৰ জমিদাৰৰ ৰাজস্বৰ চালানত সৰকাৰ "ঢেকুৰী" শব্দ লেখিছিল। আহোম বিলাকে যেতিয়া উজনিৰ পৰা ভটীয়াই ৰাজত্ব লবলৈ ধৰিলে তেতিয়া সৰকাৰ কামৰূপ প্ৰথমে লয়। আহোম ৰজাই কামাখ্যা দেৱালয় আৰু কামৰূপৰ অধিকাৰ হোৱাত—কামৰূপেশ্বৰ নাম গ্ৰহণ কৰিলে। কামৰূপৰ প্ৰজাবিলাকক আৰু জয়লব্ধ প্ৰদেশক "ঢেকেৰী" বুলি ঘৃণাজনক ৰূপে কলে। তেতিয়াৰ পৰাহে "ঢেকেৰী" শব্দ এক প্ৰকাৰ ঘৃণাজনক হইছে। কিয়নো পৰাজিত লোক-সকলক জেতাৰ পৰা বিভিন্ন কৰিবলৈ "ঢেকেৰী" নাম প্ৰকাশ কৰা হ'ল। প্ৰকৃতে "ঢেকেৰী" শব্দে ঢেকেৰী প্ৰদেশ বা তাৰ লোককহে বুঝায়।*

পুৰাণ আৰু তন্ত্ৰমতে কামৰূপক চাৰিপীঠকৈ ভাগ কৰা হইছে। কামপীঠ, ৰত্নপীঠ, সুবৰ্ণ বা স্বৰ্ণপীঠ আৰু সৌমাৰ পীঠ। কৰতোয়া নদীৰ পৰা স্বৰ্ণকোষ নদীলৈকে কামপীঠ। এই স্বৰ্ণকোষ এতিয়াৰ গুৱালপাড়া জিলা আৰু কোঁচবেহাৰৰ সীমা। স্বৰ্ণকোষৰ পৰা ৰূপিকা বা ৰূপহী নদীলৈকে ৰত্নপীঠ। ৰূপিকাৰ পৰা ভৈৰবী অৰ্থাৎ ভৰলী নদীলৈকে স্বৰ্ণপীঠ। আৰু ভৈৰবীৰ পৰা দিকৰাই বা দিককৰবাসিনীলৈকে সৌমাৰ পীঠ। যি খণ্ডত এতিয়া কামাখ্যা দেৱালয় আছে আৰু যি খণ্ড এতিয়া কামৰূপ বুলি প্ৰসিদ্ধ সেই খণ্ড কামপীঠৰ মাজত থকা যুক্তিসঙ্গত দেখা গলেও সেইৰূপ নাইকিছিল। সেই কামপীঠৰ মাঝত কোঁচবেহাৰ আৰু কমতাপুৰ ( যি ঠাই কোনো এক সময়ত কামৰূপৰ ৰাজধানী আছিল ) তাত হে পড়ে। আহোম বিলাকৰ দিনত এজনা বড় ফুকনে বঙ্গাল অৰ্থাৎ মুসলমান হঁতক কৰতোয়া নদীলৈকে খেদি নিছিল। কিন্তু ১৫৯১ শকত লাচিত বড় ফুকনে ৰজা ৰামসিংহে সৈতে যুদ্ধ কৰি মানাহা নদীকে এই

---

* দৰঙ্গৰ ৰজা ঢেকেৰী প্ৰদেশৰ বিজনীৰ ৰজাৰ বংশ। সেই ৰজাই কামৰূপ কিছুমান ঠাইত ৰাজত্ব কৰাত ঢেকেৰী দেশৰ ৰজাৰ দ্বাৰা শাসিত দেশ দেখি আহোম বিলাকে তাৰ লোকক "ঢেকেৰী" নাম দিলে।

দেশৰ-পশ্চিম সীমা ধাৰ্য্য কৰিলে। তেতিয়াৰে পৰা অসম আৰ বঙ্গাল দেশৰ সেই সীমাই নিশ্চয় হই আছে।

ছুটিয়া, কছাৰী, জয়ন্তীয়া গাৰো, খাসিয়া আৰু বিজনীৰ ৰজা প্ৰভৃতিৰ দেশ ক্ৰমে ক্ৰমে লই আহোম বিলাকে আপোনাৰ ৰাজ্য বিস্তাৰ কৰিলে। আহোম বিলাকৰ দিনতকৈও ব্ৰিটিশ গবৰ্ণমেণ্টৰ দিনত ৰাজ্য অনেক বিস্তাৰ হইছে।

এই দেশক প্ৰায় চাৰিও ফালে পৰ্ব্বতে বেড়ি আছে। ইয়াৰ মাঝে মাঝেও অনেক পৰ্ব্বত, সুন্দৰ সুন্দৰ নদী, গহ্বৰ আৰু গুহা অনেক আছে। অতি পূৰ্ব্বকালৰ পৰা এই দেশত তপস্বী আৰু যোগী সকলৰ অনেক আবাস আছিল। পুৰাণাদিত বিখ্যাত অনেক মুনিৰ আশ্ৰম ইয়াত আছে। তাৰে অনেক বিলাক তীৰ্থৰূপে গ্ৰাহ্য হইছে। গুৱাহাটীৰ অগ্নি কোণত সন্ধ্যাচল পৰ্ব্বতত বশিষ্ঠৰ আশ্ৰম, বেলতলাৰ কোনো এঠাইত গালৱ মুনিৰ আশ্ৰম, হাজোত গোকৰ্ণ নামে এজনা মুনিৰ আশ্ৰম এতিয়াও প্ৰসিদ্ধ আছে। এই দেশৰ অনেক পৰ্ব্বতৰ ওপৰতো পুৰণি নগৰৰ ভগ্নাবশেষ স্বৰূপ শিলৰ স্তম্ভ, পুখুৰী, প্ৰাচীৰ ইত্যাদি পোৱা যায়। এই সকলোয়ে ইয়াৰ প্ৰাচীনত্বৰ বিশেষ প্ৰমাণ দিয়ে। আৰু এই বিলাকৰ পৰা ইতিহাসৰ অনেক সাহায্য পোৱা যায়।

কোনো কোনো লোকে কামৰূপ বা অসম দেশক পাণ্ডব বৰ্জ্জিত দেশ অৰ্থাৎ পঞ্চপাণ্ডবে বন ভ্ৰমণৰ কোনো সময়ত ইয়ালৈ অহা নাই এইৰূপ অপবাদ দিয়ে। কোনোয়ে আকৌ কয় যে এই অঞ্চললৈ আহিলেও ব্ৰহ্মপুত্ৰৰ দক্ষিণ কূললৈ অহা নাই। এই কথা নিচেই অমূলক। কিয়নো লৌহিত্যৰ দক্ষিণ তীৰত নীলাচল পৰ্ব্বতৰ বায়ুকোণে পাণ্ডুনাথ নামে এক দেৱালয় আছে। তাত পাণ্ডব সকলে প্ৰতিষ্ঠা কৰা দেবমূৰ্ত্তি আছে বুলি কোনো কোনো পুৰাণ আৰু যোগিনী তন্ত্ৰত কয়। আৰু সেইৰূপ প্ৰবাদ আজিলৈকে চলি আহিছে সেই দেৱতা দৰ্শন স্পৰ্শন কৰাৰ প্ৰশংসা বচনতো পাণ্ডবে স্থাপন কৰা উক্তি আছে। বিশেষ তাৰ সমীপৰ গ্ৰাম খানিৰো পাণ্ডু বা পাঁড়ু নাম আজিলৈকে প্ৰসিদ্ধ।

কালক্ৰমে ওপৰত কোৱা আন সকলো দেশৰ পৰাক্ৰম হীন হোৱাত

কামৰূপৰ শক্তি বৃদ্ধি হল। আৰু সেই শক্তি চাৰিও ফালে বিস্তাৰিত হই যোৱাৰ নিমিত্তে এতিয়া যিখিনি ঠাই অসম নামে প্ৰখ্যাত আছে প্ৰায় সেই সকলো খিনি কামৰূপ নামে প্ৰখ্যাত হল। পাছে তাকে চাৰি পীঠ বা প্ৰদেশ ৰূপে ভাগ কৰা হল মাত্ৰ। সেই সেই পীঠৰ নাম ওপৰত কোৱা গইছে। এতিয়া যি প্ৰদেশ উজনি নামে বিখ্যাত সেই প্ৰদেশকে সৌমাৰ দেশ বোলে। ইংৰাজী ১২২৮ শকত যেতিয়া চুকাফা ৰজা সৌমাৰ দেশলৈ আহে তেওঁ ছুটিয়া আৰু বৰাহীৰ দেশ এফেৰিও ৰক্তপাত নোহোৱাকৈ ললে আৰু সেই সেই লোকে সইতে প্ৰীতিবৃদ্ধি কৰিবৰ নিমিত্তে সিঁহতৰ অনেকক ভিতৰুয়াল কৰি ললে। তাতে সিঁহত বশবৰ্ত্তী হল। সেই কাৰণে সেই লোকে কলে বোলে ইহত অসম অৰ্থাৎ কোনেও ইহতৰ সমান নহয়। এইটোকে সকলোয়ে অসম নামৰ অন্বয় বুলি সিদ্ধান্ত কৰে।*

কোনো কোনো লোকে কয় বোলে এই দেশৰ দুইও ফালে পৰ্ব্বত আছে আৰু মাজ ভাগৰো অনেক ঠাইত খাল বাম ওখ আৰু চাপৰ; ঠাই সমান নহয়, সেই দেখি এই দেশক অসম দেশ অৰ্থাৎ ঠাই সমান নোহোৱা দেশ বোলে। বিন্ধ্য আৰু হিমালয়ৰ মাঝৰ ঠাই ডোখৰ আৰ্য্যাবৰ্ত্ত। সেই ঠাই আৰ্য্যবিলাকৰ ভাৰতবৰ্ষৰ আদি ঠাই। সেই ঠাই ডোখৰ সমান। যেতিয়া সেই দেশৰ আৰ্য্য স্ৰোত এই দেশলৈ আহিল তেতিয়া এই দেশ সমান নোহোৱাত ইয়ালৈ অহা আৰ্য্য সকলে ইয়াক অসম বুলিলে।

কোনো কোনো ইতিহাস অনুসন্ধানকাৰী সকলে কয় বোলে সংস্কৃত চম (খোৱা অৰ্থ) ধাতুৰ পৰা এই দেশৰ নামৰ উৎপত্তি হইছে। কামৰূপক প্ৰায় এতিয়া লৈকে ডাকিনী পিশাচনীৰ ঠাই বুলি ভাটীৰ ফালে কয় ইয়াত সিংহে মাতে, মুনিহ মানুহ তাকৰ, ইয়াৰ মানুহে মানুহ খায়। সেইকালৰ লোক সকলৰ মাজতো যে এই প্ৰবাদ আছিল তাত সংশয় নাই। পাছে যেতিয়া কিছুমান আৰ্য্য ইয়ালৈ আহিল আৰু দেখিলে যে এই দেশৰ

* কোনোয়ে কয় বোলে চুকাফা ৰজা আহোম বা অহম আছিল। সেই দেখি হকাৰৰ ঠাইত এতিয়াৰ দৰে সকাৰ আৰু সকাৰৰ ঠাইত হকাৰ হোৱাৰ দৰে অহম শব্দৰ পৰিবৰ্ত্তে আমাৰ মানুহে অসম বুলিলে।

মানুহে মানুহ বা অখাদ্য নেখায় তেতিয়া সেই সকলে এই দেশক অচম বুলিলে।

এই দেশক যে কেবল অসম বা অচম বোলে এনে নহয় ইয়াক কোনোয়ে আচামো বোলে। সেই ফালে অৰ্থ কৰিলে ইয়াৰ ব্যুৎপত্তি সংস্কৃত আচমন শব্দৰ পৰা যে হইছে এনে বুলিব পাৰি। সেই অৰ্থ ললে ইয়াৰ আদি বাসী মানুহসকলে আচমন কৰা দেখি আচাম বুলিলে। কিয়নো আৰ্য্যধৰ্ম্ম লোৱাৰ নিমিত্তে ইয়াৰ মানুহেও আচমন কৰিছিল।

এই দেশৰ নামৰ যিবিলাক অন্বয়ৰ কথা লেখা গল সকলোবিলাকৰ পক্ষে যুক্তি নাই যে এনে বোলা টান। কিন্তু অহম বা আহোম শব্দৰ পৰাই যে অসম নামৰ উৎপত্তি হইছে এইটোহে নিশ্চয় অনুমান হয়। এই দেশৰ লোকে ব্যৱহাৰত যি বস্তু বা কথাক যি নাম দিয়ে বা যিৰূপে ব্যৱহাৰ কৰে সেই নাম বা সেই বস্তুয়েই যে প্ৰকৃত ইয়াকহে নিশ্চয় বুলি মানিব লাগে। যি বিলাক লোক ঢেকেৰী বুলি প্ৰসিদ্ধ সেই বিলাকে "অহম কোঁচ," "অহম কেওট" বুলি একো কুল বা জাতি নিৰ্দ্দেশ কৰে। তাৰ দ্বাৰা সেই লোক বা জাতিৰ লোকক এনে বুঝায় যে সি আহোমৰ দেশৰ কেওট বা কোঁচ। এইৰূপ বোলাৰ পৰা সিহঁতৰ দেশৰ কোঁচ বা কেওট আৰু আহোমৰ দেশৰ কোঁচ বা কেওট ইয়াক দ্বিবিধ কৰে। উজনি খণ্ডেই আহোম বিলাকৰ এই দেশৰ আদি ঠাই। পাছে যিবিলাক উজনীয়াল কোঁচ বা কেওট সেই ঢেকেৰী দেশত থাকে সেই লোকককহে অহম কোঁচ বোলে। আৰু ঢেকেৰী আৰু উজনীয়ালৰ যেতিয়া বিবাদ উপস্থিত হয় ইটে সিটক ঢেকেৰী আৰু সিটে ইটক অহম বা অসম বোলে। এই পৰ্য্যন্ত "অসমৰ বিষম কথা" বুলিলে "আহোম বা উজনীয়াল মানুহৰ বিষম কথা" বুলি লোকে জানে। কালক্ৰমে আহোমবিলাকৰ ৰাজ্য যলৈকে বিস্তাৰ হ'ল তলৈকে অসম নাম গল। নগা মিকীৰ ভোট প্ৰভৃতিয়ে অসমীয়া মানুহ বুলিলে নামনী প্ৰদেশৰ মানুহক বোলে তাৰো কাৰণ যে এই দেশৰ নামনী খণ্ড গোটেই অসম ৰজাৰ অধীন আছিল। শঙ্কৰ আৰু মাধৱ দেৱৰ যি যি পুথী আছে তাত অসম নাম পোৱা যায় আৰু তাত অসম

শব্দে আহোমবিলাককহে বুঝাইছে।* এই যুক্তিৰ এইটোহে ঠাৱৰ হয় যে অহম বা আহোম শব্দৰ পৰাহে অসম নাম ওলাইছে।

এই দেশৰ লোকসকলক প্ৰধানকৈ তিনি শ্ৰেণীত ভাগ কৰিব পাৰি। প্ৰথম আৰ্য্য অৰ্থাৎ যিবিলাক আৰ্য্যাবৰ্ত্ত বা ভাটীৰ পৰা আহি বাস কৰিছে আৰু যাৰ ভাষা সংস্কৃতমূলক। ইয়াৰ মাঝত ব্ৰাহ্মণ কলিতা কেওট প্ৰভৃতি যি বিলাকে সংস্কৃত মূলক অসমীয়া ভাষা কয় সেই সকলো পড়ে। দ্বিতীয় অনাৰ্য্য অৰ্থাৎ যি সকল লোক আৰ্য্য সন্তান নহয় আৰু যি এই দেশতে আদিৰে পৰা বাস কৰি আছে বা পাঁছে এই দেশলৈ আহিছে আৰু যাৰ স্বতন্ত্ৰ ভাষা আছিল বা আছে। ইয়াৰ মাঝত এই দেশৰ মিকিৰ কছাৰী, লালুঙ্গ, আহোম প্ৰভৃতি পড়ে। তৃতীয় মিশ্ৰ জাতি অৰ্থাৎ আৰ্য্য আৰু অনাৰ্য্য জাতিৰ দ্বাৰা উৎপন্ন হোৱা জাতি। অধিকাংশ কোঁছ আৰু ছুটিয়া প্ৰভৃতি জাতি ইয়াৰ অন্তৰ্গত।

ভাৰতবৰ্ষৰ সকলো দেশৰ বিবৰণ জানিবলৈ মহাভাৰত এখানি প্ৰধান ইতিহাস। ব্যাসদেৱে ইয়াক ৰচনা কৰিছে। আৰু জনমেজয়ে ইয়াক বৈশম্পায়নৰ মুখে শুনিছিল। ইয়াক স্বীকাৰ কৰিলে ইয়াৰ ৰচনা কলিযুগৰ আদিতে যে হইছে এনে সিদ্ধান্ত কৰিব লাগে। সেই হ'লে হিন্দুগণনানুসাৰে সেই ইতিহাসৰ সময় প্ৰায় ৫০০০ হাজাৰ বছৰ হইছে। সেই গ্ৰন্থত যি বিবৰণ আছে সেই মতে এই দেশৰ স্বতন্ত্ৰ নাম তেতিয়া থকা জনা গইছে। সেই কালৰ ভগদত্ত, বাণ, ভীষ্মক, ঘটোৎকচ প্ৰভৃতি এই দেশৰ ৰজা সকল আৰ্য্য সন্তান আছিল। ইয়াৰ দ্বাৰা অনুমান কৰিব পাৰি যে সেই সময়ত ইয়াৰ প্ৰজা অধিকাংশই আদিবাসী অনাৰ্য্য আছিল। কিয়নো সেই সকল ৰজাৰ দেশ অসুৰ বা ৰাক্ষসৰ দেশ বুলি প্ৰসিদ্ধ আছিল। কিন্তু বৈদিক জাতিৰ উপাস্য কৃষ্ণ, দুৰ্গা, শিৱ প্ৰভৃতি দেৱতাৰ পূজাও এই দেশত চলিছিল। ভগদত্ত আৰু ভীষ্মক, দেবীৰ উপাসক আছিল। এই কাৰণৰ দ্বাৰা প্ৰতীয়মান হয় যে সেই সময়ৰ পূৰ্ব্বেই ইয়ালৈ আৰ্য্য জাতি আহিছে।

* এঠাইত এনে লেখা আছে "গাৰো, ভোট, অসম, কছাৰী।" "অসম" শব্দ আভকতীয়া পৰ্ব্বতীয়া জাতিৰ মাজত আছে। সেই সময়ত আহোম বিলাকে আভকতীয়া আছিল সেই দেখিহে এইৰূপে লেখা গইছে।

বাণৰজাৰ দুহিতা উষাক কৃষ্ণৰ পৌত্ৰ অনিৰুদ্ধে ভীষ্মক ৰজাৰ কন্যা ৰুক্মিণীক কৃষ্ণে আৰু ভগদত্তৰ ভগিনী ভানুমতীক দুৰ্য্যোধনে বিবাহ কৰিবৰ স্পষ্ট প্ৰমাণ মহাভাৰততে পোৱা যায়। তেতিয়াৰ লোক সকলে যে আৰ্য্য ধৰ্ম্মকে অনেকে আশ্ৰয় কৰিছিল তাৰ কোন সংশয় নাই। মগধ দেশৰ অধিপতি জৰাসন্ধে যি সকল ক্ষুদ্ৰ ক্ষুদ্ৰ ৰাজ্য জয় কৰিছিল তাৰ ৰজা সকলক এতিয়াৰ যোড়হাট নামে প্ৰসিদ্ধ ঠাইত বন্দি কৰি ৰাখিছিল বুলি প্ৰবাদ আছে। পাণ্ডবৰ ৰাজসূয় যজ্ঞৰ সময়ত ভীমে জৰাসন্ধক বধ কৰাৰ পাছত সেই বন্দি ৰজাসকলৰ মুক্তি লাভ হয় আৰু সকলোবিলাক ৰজাই যুধিষ্ঠিৰ ৰজাৰ অধীনতা স্বীকাৰ কৰে।

পুৰাণত এইৰূপে লেখা আছে বোলে জামদগ্নি ঋষিৰ পুত্ৰ পৰশুৰামে পিতৃৰ আজ্ঞাৰে আপোনাৰ মাতৃক বধ কৰিলত তাৰ প্ৰায়শ্চিত্তৰ কাৰণে নানা তীৰ্থ ভ্ৰমণ কৰিলে। তথাপি হাতৰ কুঠাৰ তেওঁৰ হাতৰ পৰা খহি নপৰিল। পিছে তেওঁ তেওঁৰ পিতৃৰ উপদেশেৰে এই দেশৰ পূব ফালৰ পৰ্ব্বতত থকা ব্ৰহ্মকুণ্ডত স্নান কৰে। তাতেই তেওঁৰ হাতৰ সেই কুঠাৰ খহি পড়ে। পৰশুৰামে সেই তীৰ্থৰ মহিমা জানি তাতে কিছুমান ব্ৰাহ্মণ সংস্থাপন কৰে আৰু সকলোৰে উপকাৰৰ অৰ্থে কুঠাৰেৰে ৰেখা কৰি সেই কুণ্ডৰ জল ভটীয়াই লই যায়। তাৰি পৰা ব্ৰহ্মপুত্ৰ নদ এই দেশক দুভাগ কৰি ভটীয়াই বই আছে। সেই কুণ্ডৰ নামো পৰশুৰাম কুণ্ড নামে পৰিচিত হয়। সেই ব্ৰাহ্মণসকলে পৰশুৰামৰ আজ্ঞা অৱহেলা কৰাত সেইসকলক হীনাচাৰি হ'বলৈ শাপ দিয়া হ'ল। সেইসকলেই এই দেশৰ হাবুঙ্গীয়া বামুণ বুলি প্ৰসিদ্ধ।

এই আখ্যানৰ দ্বাৰাই আৰ্য্যসকলৰ দেশ অধিকাৰ আৰু ভ্ৰমণ আৰু ব্ৰাহ্মণৰ এক উপনিবেশ সংস্থাপন হোৱাৰ বিবৰণ অৱগত হ'ব পাৰি। চাৰিওফালে হীনাচাৰি অনাৰ্য্য জাতি থকাত সেই সকলে সইতে ব্ৰাহ্মণ-সকলৰ সমাগম হ'ল। সেই কাৰণেই বাপু সকল হীনাচাৰি হ'বলৈ ধৰিলে। মিশ্‌মী বিলাকৰ মাঝতো কেতবিলাকে বামুণ বুলি অভিমান কৰে। তাৰ পৰা এইটো উপলব্ধি হয় যে সেই উপনিবেশৰ যি সকলৰ ব্ৰাহ্মণে হীনাচাৰ অৱলম্বন কৰি উপবীত ত্যাগ কৰিলে আৰু পৰ্ব্বতীয়া

অনাৰ্য্য জাতিৰে মিলিল সেই সকলবে এইসকল সন্তান। যি বিলাক, নামনিব হাবুঙ্গ অঞ্চলত থাকিল, সেই সকলেই ব্ৰাহ্মণ থাকিল। মিশ্‌মী বিলাকৰ কোনো কোনো এনে কথা আছে যে সি সংস্কৃতমূলক তাৰো এই কাৰণেই অনুমান হয়।

পৌৰাণিক গণনাৰে পৰশুৰাম ত্ৰেতা যুগত অৱতাৰ হয়। সেইটো নধৰিলেও যে এই উপনিবেশ ৰুক্মিণীৰ বিবাহ আৰু মহাভাৰতৰ যুদ্ধৰ পূৰ্ব্বে সংস্থাপিত ইয়াত একো সংশয় নাই। এই বাপু সকলৰ পৰাই এই দেশত বৈদিক ধৰ্ম্ম প্ৰচাৰিত হয় আৰু বিস্তৰ লোকে তাক আশ্ৰয় কৰে। আৰ্য্যা-বৰ্ত্তৰ পৰা যি ব্ৰাহ্মণ, ইয়াৰ পাছে ইয়ালৈ আহে সেই সকলৰ আগত হাবুঙ্গীয়া বাপু সকল হীনাচাৰ ৰূপে পৰিগণিত হ'ল। এই হাবুঙ্গীয়া বাপু এজনাই তাও খাম্‌থি ৰজাৰ এজনা কুঁৱৰীক আশ্ৰয় দিয়ে আৰু তেওঁৰ পুত্ৰ চুডাঙ্গফাৰ দিনত প্ৰধান অমাত্য হয়। এই ব্ৰাহ্মণৰ নিমিত্তে সেইজনা ৰজা "বামুনী কোঁৱৰ" নামে প্ৰসিদ্ধ। হিন্দু ধৰ্ম্মৰ বীজ এইজনা ৰজাৰ দিনতে আহোমৰ মাঝত প্ৰৱেশ কৰে। ( ১৩২০—২৯ শঁক ) এই দেশৰ অনেক ব্ৰাহ্মণেই এই সকল ব্ৰাহ্মণৰ সন্তান। পাছে যি সকল ব্ৰাহ্মণ এই দেশলৈ আহে সেই সকলৰ যি বিলাকে আপোনাৰ ভাৰ্য্যা লগত লই অহা নাছিল সেই বিলাকে এই হাবুঙ্গীয়া বাপু সকলৰ জীয়াৰীহে বিবাহ কৰাইছিল।

ক্ৰমে আৰ্য্যজাতিৰ প্ৰভাৱ অধিক হই অহাত এই দেশলৈ অনেক লোক ভাটীৰ পৰা আহে। কোনো প্ৰাচীন গ্ৰন্থত এনেকৈই লিখিছে "লৌহিত্যৰ উত্তৰ কূলত সদাই জাহ্নবী গঙ্গা বয়, আৰু তাৰ উত্তৰ কূলৰ ব্ৰাহ্মণাদিতকৈ দক্ষিণ কূলৰ ব্ৰাহ্মণাদি জাতি হীনাচাৰী। এই কথাৰ দ্বাৰা এনেটো প্ৰমাণ হয় যে উত্তৰ কূল প্ৰদেশ আৰ্য্যাবৰ্ত্ত বা ভাটীৰ নিকটবৰ্ত্তী হোৱাৰ নিমিত্তে সেই ঠাইলৈ সদাই আৰ্য্যজাতিৰ গমনাগমন হইছিল। দক্ষিণ কূলৰ লোক সকলে সইতে তিমান সম্পৰ্ক নাছিল। আৰু এইবিলাক তাৰ পূৰ্ব্বে আহি বাস কৰা লোক। এতিয়াও কামৰূপত দক্ষিণ আৰু উত্তৰ কূলৰ ব্ৰাহ্মণ সকলৰ মাঝত সচৰাচৰ কন্যাদান বা গ্ৰহণ নহয়।

এই দেশত কলিতা নামে এজাতি আচৰণী মানুহ আছে, উত্তৰ পূৰ্ব্ব বঙ্গদেশতো এই জাতি লোক আছে বুলি জনা গইছে। অনেকে অনুমান

কৰে যে পৰশুৰামৰ ভয়ত ক্ষত্ৰিয় সকলে পলাই আহি ইয়াত বাস কৰে। সেই সকলেই "কুল লুপ্তা" বা কলিতা বুলি কয়। এই কথা যেনে দৰে কোৱা হইছে তেনে নহলেও ইয়াৰ পৰা কোনো কালৰ আৰ্য্যস্ৰোত এই ফালে বই অহাৰ কথা যে ইয়াৰে কইছে ইয়াত সন্দেহ কৰিবৰ একো কাৰণ নাই। কলিতা বিলাকো ইয়াত পবিত্ৰ সংশূদ্ৰ বুলি পৰিচিত। অনেকৰ শিষ্যাদিও আছে। ইয়াৰ পৰা যে সিহঁতে কোনো সংকুলোদ্ভৱ লোক তাক অকস্মাতে পতিয়াব পাৰি। কোনো কোনো লোকে অনুমান কৰে বোলে কলিতা বিলাক এই প্ৰদেশৰ আদিবাসী লোক। কোনো কালত ইহঁতৰ ৰজা আছিল। আৰু ইহঁতৰ স্বতন্ত্ৰ দেশ আছিল। এতিয়াও কলিতা নামে এক মৌজা ব্ৰহ্মপুত্ৰৰ তীৰত নগাওঁ জিলাত আছে। সেই ঠাইত যে সেই জাতিৰ ৰজাৰ ৰাজধানী আছিল ইয়াক অনুমান কৰে। এই কথা হঠাৎ বিশ্বাস কৰিব নোৱাৰি কিয়নো সেই কলিতা নগৰত প্ৰাচীন কোনো চিহ্ন পোৱা নাযায় বিশেষ তেনেহলে সেই জাতিয়ে বহুকাল পূৰ্ব্বে আৰ্য্যধৰ্ম্ম গ্ৰহণ কৰি পবিত্ৰ হইছিল। আৰু বৌদ্ধধৰ্ম্মৰ প্ৰাদুৰ্ভাবৰ সময়ত বা কিছু পাছে ইহঁতে ব্ৰাহ্মণৰ ব্যবসায়ৰ প্ৰতি আক্ৰমণ কৰিছিল।

নন্দবংশ লোপৰ পাছত মগধ প্ৰদেশত যি হুল স্থুল হয় সেই সময়তো অনেক লোক এই দেশলৈ আহে। আৰু বৌদ্ধ ধৰ্ম্ম বড় প্ৰবলৰূপে যেতিয়া ভাৰতবৰ্ষত চলিল তেতিয়াও সেই ধৰ্ম্ম প্ৰবৰ্ত্তাবলৈ আৰু দেশ জয় কৰিবলৈ অনেক লোকে এই দেশলৈ আহে। আৰু সেই সকলৰ অনেকেই এই দেশৰ উৰ্ব্বৰতা দেখি ইয়াতে বসতি কৰিলে। সময়ে সময়ে তীৰ্থযাত্ৰা উপলক্ষে অনেক লোক আহি ইয়াতে বিবাহাদি কৰি ৰই গল। এই নিয়ম এতিয়াও চলিছে *। ভাৰতবৰ্ষ যেতিয়া গোৰি মহম্মদে আক্ৰমণ কৰে, তেতিয়া বখ্‌তিয়াৰ খিলিজি বঙ্গদেশ জয় কৰি এই দেশলৈ আহি ইয়াক আক্ৰমণ কৰে। তেতিয়াই যিবিলাক মানুহ এই দেশত থাকিল

* দেৱ গোপাল বা বংশী গোপাল দেৱে কান্যকুব্জৰ পৰা এই দেশলৈ আহি ধৰ্ম্ম প্ৰবৰ্ত্তাই থাকিল। তেওঁৰ লগত অহা ক্ষত্ৰিয় কুলৰ অনুচৰ কেইজন এই দেশত কলিতা বিলাকে সৈতে বিবাহাদি কৰিলে। তাৰে সন্তানবিলাক এতিয়ালৈকে কলিতা বুলি প্ৰসিদ্ধ হই আছে।

সেই সকল গোবি মহম্মদৰ অধীন লোক হোৱাৰ কাৰণেই হওক বা গৌৰ-দেশৰ পৰা অহাৰ নিমিত্তেই হওক গৰীয়া বুলি প্ৰসিদ্ধ হল। সেই সকল মুসলমান ধৰ্ম্মাক্ৰান্ত থকাত ইয়াত মুসলমানক গৰীয়া বোলে। তাৰ পাছেও মুসলমানৰ দ্বাৰা দেশ আক্ৰমণ হোৱাত অনেক মানুহ ইয়াত থাকিল। তাৰে এক সময়ত এই দেশত থাকি যোৱা লোকক গৰীয়া বোলে। কোঁচবেহাৰ ৰজাই শ্ৰীহট্ট আৰু কোঁচবেহাৰৰ পৰা এই দেশলৈ কিছুমান ব্ৰাহ্মণ অনাই ইয়াত পাতে। কামৰূপৰ পূৰ্ব্বৰ ৰজা সকলেও অনেক ব্ৰাহ্মণাদি আনি এই দেশত বসতি কৰায় তাৰে সুৱালকুচিৰ "বাসত্তৰীয়া ব্ৰাহ্মণ" নামে প্ৰসিদ্ধ ব্ৰাহ্মণসকল গণনীয়। আশ্চৰ্য্য এই যে বঙ্গদেশৰ ৰাঢীয় কি বাৰেন্দ্ৰ ব্ৰাহ্মণ কি শূদ্ৰ ইয়ালৈ অহা নাই। তাৰ এটি প্ৰধান প্ৰমাণ এই যে কুলীন মৌলিক ভঙ্গ প্ৰভৃতি বল্লালি উপাধি ইয়াত পাবলৈ নাই। কোঁচবেহাৰৰ নৰনাৰায়ণ ৰজাৰ সময়ত ইয়ালৈ সেই দেশৰ অনেক লোক আহে। আৰু সেই সকলক সেইকালৰ ৰজাই মাটী বাড়ি দি পাতে। শঙ্কৰদেৱৰ সময়তো অনেক বঙ্গালী আৰু উড়িয়া মানুহ এই দেশলৈ আহে ; ৰুদ্ৰসিংহ স্বৰ্গদেৱে অনেক শিল্পকৰ আৰু পণ্ডিত লোক ভাটীৰ পৰা এই দেশলৈ অনাই যথাযোগ্যৰূপে বসতি কৰায়।

মণিপুৰ জয়ন্তা কাছাৰ প্ৰভৃতি দেশৰ পৰাও অনেক মানুহ যুদ্ধাদিৰ পাছত বা মিত্ৰতা উপলক্ষে এই দেশলৈ আহে। আমাৰ দেশৰ প্ৰায় সকলো ঠাইতে যি কছাৰী জাতিৰ মানুহ পোৱা যায় তাৰ পৰা এনেটো উপলব্ধি হয় যে কোনো কালত এই দেশৰ অধিকাংশ ঠাই সেই জাতিৰ মানুহে কাছাৰৰ পৰা নামি আহি অধিকাৰ কৰিছিল। পাছে ক্ৰমে সিহঁত দুৰ্ব্বল হৈ যোৱাত ঠাইয়ে ঠাইয়ে থাকিল। অনেকে আপোনাৰ ধৰ্ম্মকো এড়ি হিন্দুধৰ্ম্ম লই কোঁচ জাতিৰ অন্তৰ্গত হ'ল। মিকীৰ, নগা, মিৰী প্ৰভৃতি অনেক লোক মহাপুৰুষীয়া ধৰ্ম্ম প্ৰচাৰক সকলৰ উপদেশত আপোন আপোন পাৰ্ব্বত্য প্ৰদেশৰ পৰা নামি আহি এই দেশত থাকি সেই কোঁচ জাতিৰ অন্তৰ্গত হ'ল। আহোম বিলাক এই দেশলৈ আহি লোক সংখ্যা অনেক বৃদ্ধি কৰিলে। কিন্তু সিহঁতৰ যিবিলাকে হিন্দুধৰ্ম্ম গ্ৰহণ কৰিলে সেই সকলে কোঁচ জাতিৰ অন্তৰ্গত নহ'ল। তাৰ কাৰণ

এনেটো উপলব্ধি হয় যে সিহঁতে কোঁচকুলীয়া ৰজাৰ জাতিৰ নাম লবলৈ ঈৰ্ষ্যা কৰি হিন্দুধৰ্ম্ম লইও আহোম জাতি বুলি পৰিচয় দিবলৈ ধৰিলে। বিশেষ সিহঁতে কোঁচ জাতিৰ লগত মিহলি হলে ইন্দ্ৰবংশীয় গুছি শিৱ বংশীয় হব লাগিব এই এটা আশঙ্কা কৰিলে। ব্ৰিটিশ ৰাজ্যে সইতে সমাগম হবৰ পৰা পঞ্জাব, হিন্দুস্থান, বঙ্গাল প্ৰভৃতি ভাটীদেশৰ অনেক লোক আহি অসম বসতি কৰিছে।

এই দেশৰ ভিতৰত যি সকল জাতিয়ে সংস্কৃত মূলক কথা কয় তাৰ কথা আমি উপযুক্ত ঠাইত কম। এই দেশৰ চাৰিও ফালৰ পৰ্ব্বতীয়া জাতি বা তাৰ পৰা উৎপন্ন হোৱা এই এই উপজাতি। গাৰো জাতি—গুৱালপাড়া, ময়মনসিংহ, শ্ৰীহট্ট, জয়ন্তা আৰু খাসীয়া পৰ্ব্বতৰ মধ্যবৰ্ত্তী গাৰো পৰ্ব্বত নামে ঠাইত এই জাতি থাকে। এই জাতীয় লোক সমভূমিতো স্থানে স্থানে পোৱা যায়। গাৰোবিলাকক স্মাতি মালাত গাড়ব বুলি লেখিছে। খাসীয়া জাতি—গাৰো পৰ্ব্বত, কাছাৰ, মণিপুৰ, কামৰূপ, নগাঁও আৰু মিকীৰ পৰ্ব্বতৰ মাঝত এই জাতি বাস কৰে। ইহঁত আন পৰ্ব্বতীয়া জাতিতকৈ কিছুমান ভাল। ইহঁতৰ অতি অল্প সংখ্যক মাত্ৰ নামনিত বাস কৰে, প্ৰাচীন ইতিহাসত ইহঁতৰ দেশক খশ দেশ বুলি কোৱা আছে। ইহঁত আদি বাসী লোক, ইহঁতৰ গাৰো বিলাকে সইতে কিঞ্চিৎ সাদৃশ্য আছে। ইহঁতৰ বিষয়ে এনে এটী ঐতিহাসিক কথা আছে যে যুধিষ্ঠিৰ ৰজাৰ ৰাজসূয় যজ্ঞৰ সময়ত খাসীয়া দেশৰ ৰজাই কিঞ্চিৎ দৰ্প প্ৰকাশ কৰাত ভীমে ক্ৰুদ্ধ হই সেই ৰজাক ভূমিত গুহ্য ঘৰ্ষণ কৰাত তেওঁৰ মুণ্ড ছেদন হয়। সেই কাৰণেই “খাসীয়া” নাম হইছে বুলি কয়। কিন্তু এই কথা অমূলক। মিকীৰ জাতি—বৰ্ত্তমান নগাওঁ, নাগাহিলস্ জিলাৰ আৰু খাসীয়া পৰ্ব্বত জিলাৰ মাঝৰ পাৰ্ব্বত্য ঠাইত এই শান্ত প্ৰকৃতিৰ জাতি বাস কৰে। সমভূমিতো অনেক মিকীৰ আছে। ইহঁতে আমাৰ মানুহে সইতে বড়কৈ মিলিব পাৰে। মিকীৰ বিলাকক এতিয়াও আমাৰ মানুহে “ডালৰ মিকীৰ” বোলে। সিহঁতেও স্নেহ বা অনুগ্ৰহৰ আশাত সেইৰূপ বাক্য নিজে বোলে। ইয়াৰ পৰা এনে উপলব্ধি হব পাৰে যে শাখামৃগ বা মৰ্কট শব্দৰেই মিকীৰ শব্দ অপভ্ৰংশ মাত্ৰ। এই জাতি আদি বাসী লোক,

ইহঁতে কছাৰী ৰজাৰ অধীন আছিল। ইহঁতৰ আদি স্থান ডুমৃৰয়া বুলি ইহঁতে কয়। আমাৰ মানুহে মিকীৰক মিকীৰ বোলে সিহঁতে আপুনি "কার্বে" বুলি কয়। "কার্বে" শব্দ সংস্কৃত ক্রব্য ( মাংস ) আৰু ক্রব্যাদ ( মাংসাশী ) শব্দৰ অপভ্রংশ বুলি অনুমান হয়। এনেও অনুমান হব পাৰে যে ইহঁতে কেঁচা মাংস ভক্ষণ কৰা প্রভৃতি ৰাক্ষস প্রকৃতি হোৱাৰ নিমিত্তে প্রাচীন আর্য্যসকলে ইহঁতক "ক্রব্যাদ" বুলিছিল।

**কাছাৰ বা কছাৰী জাতি ঃ** এই জাতি আদি বাসী লোক মণিপুৰ, জয়ন্তা, খাসীয়া, নগা মিকীৰ আৰু নগাওঁৰ মাঝত থাকে। এই দেশৰ প্রায় সকলো ঠাইতে কছাৰী পোৱা যায়। কছাৰীবিলাকৰ দেশৰ পূর্ব্ব নাম হিড়ম্ব আছিল। ইয়াৰ হিড়িম্বা নামে ৰাজকুমাৰীক পাঁচ পাণ্ডবৰ ভীমে বিবাহ কৰিছিল, তেওঁৰ পুত্র ঘটোৎকচ। এওঁ মহাভাৰতৰ যুদ্ধত পাণ্ডবক সহায় কৰি শেষত মৃত্যু হয়। সেই অনুসাৰে কছাৰৰ ৰজাই আৰু অনেক লোকে "বর্ম্মণ" উপাধি ( যাক শাস্ত্র মতে ক্ষত্রিয় বিলাকেহে লব পাৰে সেই উপাধি ) লইছে। আৰু সেই সকলৰ অনেকে ক্ষত্রিয়ৰ যজ্ঞোপবীত ধাৰণ কৰিছে। এই কছাৰী জাতি এক কালত এই অঞ্চলত বড় প্রধান আছিল এনে অনুমান হয়। সিহঁতক এই দেশৰ সমভূমিৰ চাৰিও ফালে পোৱা যায়। ইহঁতৰ ভিতৰত অনেক উপজাতি আছে। গুৱালপাড়াৰ ফালে কছাৰী বিলাকক মেছ বোলে। হোজাই আৰু হাজাঙ্গ ইহঁতৰে প্রায় আন নাম মাত্র। লালুঙ্গ বিলাকে প্রায় কছাৰীৰ এক উপজাতি। লালুঙ্গহতে প্রায় সমভূমিত থাকে। ইহঁতৰ ভাষা কছাৰী ভাষাৰ অপভ্রংশ মাত্র। সমভূমিৰ অনেক লালুঙ্গে সিহঁতৰ ভাষা বিস্মৰণ হইছে। টোটোলা, ৰাভা হানা মদাহি জাতিও কছাৰীৰ উপজাতি। যি বিলাক কছাৰীয়ে "বর্ম্মণ" উপাধি ধাৰণ কৰিছে সেই সকল হিন্দু আচাৰ ব্যৱহাৰ গ্রহণ কৰিছে। এই দেশৰ মহন্ত সকলে কছাৰী আৰু লালুঙ্গ প্রভৃতিক শৰণ দি কোঁছ জাতিৰ অন্তর্গত কৰিছে। এই দেশৰ জাতিমালা মতে কছাৰী বিলাকক "কুৰাছ" বোলে। কছাৰী বিলাক অতি বলিষ্ঠ। এতিয়াৰ সৈন্য দলত এই জাতিৰ বিস্তৰ মানুহ আছে।

**নগা বা নাগা জাতি ঃ** কছাৰী, মিকীৰ, মণিপুৰ আৰু শিবসাগৰৰ জিলাৰ মাঝত এই জাতি লোক বাস কৰে। ইহঁতৰ মাঝত অনেক উলঙ্গ

আছিল। এনে অনুমান হয় যে সংস্কৃত "নগ্ন" শব্দৰ পৰা নাগা বা নগা শব্দ ওলাইছে। ইহঁতৰ অনেক শ্ৰেণী আছে। সিহঁতৰ ভাষা অনেক লৰচৰ দেখি। অনেক নগা অতি নিষ্ঠুৰ। ইহঁতৰ স্বভাব আমাৰ মানুহে সইতে নিচেই নিমিলে। ইহঁতৰ কেতবিলাক কছাৰী ৰজাৰ অধীন আছিল। আহোম বিলাক ইয়ালৈ অহাত নগাবিলাকে বাধা দিছিল। আৰু ইহঁতেও সময়ে সময়ে আহোমক বড় উপদ্ৰৱ কৰিছিল। ইহঁতৰ প্ৰাচীন কোনো কথা জানিব পৰা নাই।

**চিংফৌ জাতি ঃ** নগা পৰ্ব্বত, খামতী পৰ্ব্বত আৰু শিবসাগৰৰ মাঝত এই জাতি লোক বাস কৰে। ইহঁতৰো কোনো বিবৰণ এই পৰ্য্যন্ত জানিব পৰা নাই।

**খামতী জাতি ঃ** এই জাতিও আদিবাসী লোক। ইহঁতৰ মূল দেশ শ্যাম দেশ বুলি অনুমান কৰা হৈছে। ইহঁতৰ লিখিত ভাষা আছে। ইহঁতৰ আচাৰ প্ৰায় ব্ৰহ্মদেশে সইতে মিলে।

**মিচমী জাতি ঃ** আবৰ পৰ্ব্বত আৰু খামতী পৰ্ব্বতৰ মাঝত এই জাতি বাস কৰে। ইহঁতৰ দেশতে পৰশুৰাম কুণ্ড বা ব্ৰহ্মকুণ্ড। ইহঁতৰ জাত্যভিমান অতি। মিচমীবিলাকক এই দেশৰ জাতিমালাত "শিমী" বোলে।

**আবৰ জাতি ঃ** আকা আৰু মিচমী বিলাকৰ দেশৰ মাঝত এই জাতি বাস কৰে। "আবৰ" সংস্কৃত শব্দৰ পৰা আবৰ নামৰ উৎপত্তি। ইহঁত বড় বলিষ্ঠ। মিচমী আৰু আবৰ বিলাকে তিব্বত আৰু চীন দেশে সইতে বাণিজ্য কৰে।

**মিৰী জাতি ঃ** এই জাতিৰ অধিকাংশ আবৰৰ পৰ্ব্বতৰ দাঁতিত থাকে। সমভূমিতো ইহঁত থাকে। ইহঁতৰ পাৰ্ব্বত্য স্বভাব বড় নাই। আমাৰ মানুহে সইতে বড়কৈ মিলে।

**আকা জাতি ঃ** ডফলা, মিৰী, আবৰ আৰু ভোটৰ পৰ্ব্বতৰ মাঝত আকা জাতি বাস কৰে। সংস্কৃত "অঙ্ক" শব্দৰ পৰা আকা শব্দৰ উৎপত্তি। এতিয়া নাই কিন্তু পূৰ্ব্বে—ইহঁতৰ শৰীৰ আঁকি চিত্ৰ বিচিত্ৰ কৰিছিল।

**ডফলা জাতি ঃ** ভোট আৰু আকা পৰ্ব্বতৰ মাজত এই জাতি লোক বাস কৰে। ইহঁত বড় নিষ্ঠুৰ আৰু উপদ্ৰৱী।

**ভোট জাতি ঃ** এই অঞ্চলত যিমান পৰ্ব্বতীয়া জাতি আছে সকলো-

তকৈ ইহঁত সভ্য। ইহঁতৰ ধৰ্ম্ম আৰু লিখিত পুস্তকাদি আছে। কৃষি বাণিজ্যাদিত ইহঁতে তৎপৰ। তিব্বত, চীন, চীন তাতাৰ প্ৰভৃতি দেশে সইতে ইহঁতে বাণিজ্য কৰে। ইহঁতৰ ধৰ্ম্ম, বৌদ্ধ। শিল্প কৰ্ম্ম, গীত বাদ্যতো ইহঁত অপটু নহয়। এতিয়াৰ কালৰ নিয়ম অনুসাৰে ইহঁতক "অৰ্দ্ধ-সভ্য" জাতিত পৰিগণিত কৰিব পাৰি। হিমালয়ৰ দাঁতিত ইফালে ডফলা পৰ্ব্বতেৰে পৰা সিফালে সিকিম আৰু নেপাললৈকে এই জাতি লোক বাস কৰে। সমভূমিতো কিছুমান ভোট ঠাইয়ে বাস কৰি আছে।

**আহোম জাতি ঃ** প্ৰায় ৬৫০ বছৰ হল এই জাতি শ্যাম দেশৰ পৰা আহি এই দেশ অধিকাৰ কৰে। ইহঁতে ইন্দ্ৰবংশীয় বুলি কয়। ইহঁতৰ অনেকে হিন্দুধৰ্ম্ম গ্ৰহণ কৰি বড় নিষ্ঠাপৰ হিন্দু হইছে। ইহঁতে আমাৰ মানুহে সইতে অনেক মিল। যি সকলে হিন্দুধৰ্ম্ম গ্ৰহণ কৰা নাই সেই সকলে পূৰ্ব্বৰ আচাৰতে আছে। আহোমৰ লিখিত ভাষা আছে। আৰু সেই ভাষা শ্যাম ভাষাৰ দৰে। যি সকলে হিন্দু সেই সকলে আপোনাৰ ভাষাকো হেলা কৰাৰ নিমিত্তে পাহৰিছে। এই জাতিৰ বিবৰণ ইয়াৰ পাছত বিস্তাৰকৈ লেখা যাব। ইহঁতে এতিয়া পৰ্ব্বতত বাস নকৰে।

**ছুটীয়া জাতি ঃ** ইহঁতক অনেকে অনুমান কৰে আন ঠাইৰ পৰা অহা মানুহ। কিন্তু এইটো অপ্ৰমাণ হেন দেখা গইছে। ইহঁতৰ পৰ্ব্বতত বাস নাই। পূৰ্ব্বে ইহঁতৰ দেশ সৌমাৰ খণ্ডত আছিল।* এতিয়া ইহঁতক সৰ্ব্বত্ৰে পোৱা যায়। দৰঙ্গ জিলাত ছুটীয়া নামে এক প্ৰদেশ আছে। ইহঁতৰ যি সকলে হিন্দু হইছে সেই সকলে কোঁছ জাতিত গণ্য নহই হিন্দু ছুটীয়া বুলি কয়। ইহঁতৰ যি বিলাকে হিন্দু হোৱা নাই সেই বিলাকে আহোম ছুটীয়া বুলিও কয়। এক কালত ইহঁত এক প্ৰবীণ জাতি আছিল। ইহঁতে কুবেৰৰ সন্তান বুলি কয়। বৰাহি বিলাক ছুটীয়াৰ এক উপজাতি মাত্ৰ। ফলিতাৰ্থে ছুটীয়া বিলাকক এই দেশৰ আদি বাসী লোক বোলাহে উচিত।

ওপৰত যিসকল জাতিৰ কথা লেখা গল সেই সকলোবিলাক অনাৰ্য্য-জাতি। আৰ্য্য জাতিৰ শক্তিৰ আগত যদিচ সিহঁত দমন হই আছিল, তথাপি অনেক বিষয়ত সিহঁতৰ শক্তি আৰু কাৰ্য্য এই দেশক শাসন কৰিছিল।

---

* ছুটীয়া বিলাকৰ দেশৰ অধিকাংশ ভীষ্মক ৰজাৰ কুণ্ডিল নগৰৰ মাঝত পড়ে।

## তৃতীয় অধ্যায়

ভাৰতবৰ্ষৰ যিমান দেশ আছে সকলো দেশৰ আদি ইতিহাস জানিব লাগিলে ভাৰতবৰ্ষৰ পুথীতহে বিশেষ বিবৰণ পোৱা যাব পাৰে। আন আন দেশৰ ভ্ৰমণকাৰী আৰু আন লোকৰ বিবৰণতো অনেক কথা পাব পাৰি। সেই সকলৰ দ্বাৰা দেশীয় ইতিহাসৰ সংশোধন বা ব্যাপ্তি মাত্ৰ কৰিব পাৰি। এই দেশৰ ইতিহাস নামে কোনো পুথী নাই। কিন্তু এই দেশৰ বিবৰণ নানা উপলক্ষে অনেক পুৰাণ আৰু আন আন গ্ৰন্থত পোৱা যায়। সেই সকলৰ বিবৰণৰ শ্ৰেণীবন্ধা নহয়। আৰু ধৰ্ম্ম বিষয়ক কথা আৰু ইতিহাসে সইতে মিলি অনেক কথা এনে অসম্ভব আৰু শ্ৰেণী নোহোৱা কৈ লেখা আছে যে তাৰ পৰা সম্ভৱ বা শ্ৰেণী থকা কথা বাচি উলিওৱা বড় টান। কোনো কোনো ঠাইত সময়ৰ কোনো কোনো ঠাইত দূৰতাৰ বিবৰণে মূৰ ঘূৰাই পেলায়। ইতিহাস অনুসন্ধান কৰা লোক সকলে কোনো পুৰাণ গন্থ, লেখা মন্দিৰ কি আন সামান্য কথাৰ পৰা বড় ডাঙ্গৰ কথাৰ সত্য কথা উলিয়াই ইতিহাস বিষয়ক অন্ধকাৰ গুছাইছে আৰু গুছাব পাৰি বুলি বিশ্বাস কৰে। যদি এই সকলৰ পৰা ইমান সাহায্য পোৱা যায় তেনে হলে পুৰাণ তন্ত্ৰ ইত্যাদি লেখা থকা আৰু সেইৰূপে অনেক আচাৰ ব্যৱহাৰ হই আহি থকা পুথীৰ দ্বাৰাই কি সাহায্য পাব নোৱাৰি নে? এই যুক্তিৰে এনে বিবেচনা হয় যে, যিবিলাকে পুৰাণাদিক মিছা আৰু অকৰ্ম্মণ্য বুলি সিদ্ধান্ত কৰে সেই সকলৰ যুক্তি খণ্ডাব পাৰি।

ভাৰতবৰ্ষৰ যি কোনো বুৰঞ্জিৰ বিষয় অনুসন্ধান কৰা যায় সেই সকলো দেশৰ বিবৰণ কোনো না কোনো মতে কোনো কোনো পুৰাণ ইত্যাদিত পোৱা যায়। তাৰ পৰা সময় ইত্যাদিৰ বিষয়ে যি সংশয় সি নমৰিলেও আন কথা অনেক জানিব পাৰি। আৰু তাৰ কথাৰ পৰাই তাৰ সময় আৰু ভাব বাচি উলিয়াব পাৰি। এই অসম দেশ সম্পৰ্কে পুৰাণাদিত সকলোৱে গ্ৰাহ্য কৰা যি বিবৰণ আছে তাক ইয়াত দিবলৈ আগবাঢ়িব খোজোঁ।

সেই সেই বিবৰণ যেনে ৰূপে পৰম্পৰায় চলি আহিছে সেইৰূপেই ইয়াত দিয়া যাব। কালক্ৰমে ইয়াৰ উন্নতি আৰু জ্ঞান যেতিয়া বাঢ়িব আৰু অনুসন্ধান পৰা অনেক কথা ওলাব তেতিয়া এই বিবৰণ যাক অকৰ্ম্মণ্য ভাবি, পেলোৱা বা লোৱা গইছে তাৰ পৰাও অনেক কথা জনা যাব।

পূৰ্ব্বে উল্লেখ কৰা হইছে যে এই দেশৰ পুবনি যি যি দেশ আছিল সেই সকলৰ পৰাক্ৰম যোৱাত আৰু কামৰূপৰ পৰাক্ৰম বঢ়াত এতিয়া যি প্ৰদেশ অসম নামে বিখ্যাত সেই সকলো খিনিতকৈও আৰু কিছুমান ঠাই যি এতিয়া বঙ্গাল দেশৰ মাঝত পড়িছে সিও কামৰূপ নামে বিখ্যাত হইছিল। আমাৰ অসম দেশৰ এতিয়াৰ যি সীমা সেই সীমাৰ মাঝৰ ঠাইৰ কথাকেহে আমি বিশেষকৈ বৰ্ণনা কৰিম।

শোণিতপুৰ, কৌণ্ডিল্য প্ৰভৃতি দেশৰ বিষয়ে পুৰাণ মহাভাৰত আৰু ভাগৱতত উষাহৰণ আৰু ৰুক্মিণীহৰণৰ যি কথা লেখা আছে তাতকৈ সৰহ নেজানি। বিশেষ সেই দেশৰ প্ৰভাবো অদৃশ্য হই গইছে। এতেকে তাৰ বিবৰণ ইয়াত লেখাৰ প্ৰয়োজন নাই। কামৰূপেই ইয়াৰ প্ৰসিদ্ধ নাম সেই দেখি কামৰূপৰ বিবৰণকে মাত্ৰ লেখা যাব।

কামৰূপ দেশৰ মূল বিষয়ে পুৰাণত এই কথা প্ৰচলিত আছে, দক্ষৰ যজ্ঞত শিৱৰ ভাৰ্য্যা সতীয়ে শিৱনিন্দা শুনিব নোৱাৰি প্ৰাণত্যাগ কৰাত শিৱই সতীৰ দেহ মূৰত লই নানা ঠাইত ভ্ৰমণ কৰিছিল। পাছে শিৱৰ সেই অৱস্থা গুছাবৰ নিমিত্তে বিষ্ণুয়ে চক্ৰেৰে সেই সতী দেহ খণ্ড খণ্ড কৈ কাটি দিয়াত তাৰে একাওন খণ্ড একাওন ঠাইত পড়ে। যতে যতে সেই অঙ্গ পড়িছিল ততে ততে পীঠ হল। সেই দেহৰ গুপ্ত ভাগ নীলাচলত পড়ে আৰু ইয়াৰ দেৱতাক কামাখ্যা বোলে। এই কামাখ্যা গুৱাহাটীৰ পশ্চিমে নীলাচল পৰ্ব্বতত আছে। পাছে মহাদেৱে সতীৰ শোকত অধৈৰ্য্য হই তপস্যা কৰাত দেৱতা সকলে মন্ত্ৰণা কৰি কামদেৱক পঠাই শিৱৰ যোগ ভঙ্গ কৰে আৰু মহাদেৱে শাপ দি কামদেৱক ভস্ম কৰে। পাছে পুনৰায় সেই কামদেৱে যি ঠাইত নিজৰূপ পালে তাকে কামৰূপ

বোলে।* ওপৰত কোৱা কাৰণৰ নিমিত্তে কামৰূপ অতি পুণ্য আৰু প্ৰসিদ্ধ ঠাই।

কামৰূপৰ আদি ৰজা মহীৰঙ্গ দানৱ আছিল। তেওঁৰ বিষয় একো কথা আমি নেজানো। পুৰাণতো বিশেষকৈ একো নকয়। এওঁৰ বংশৰ চাৰিজনা ৰজা হয়।† এই বংশৰ পাছত নৰক কামৰূপৰ ৰজা হয়। এনে আখ্যান প্ৰসিদ্ধ আছে যে সেই নৰক ৰজা পৃথিবীৰ গৰ্ভত আৰু বৰাহৰূপী বিষ্ণুৰ ঔৰসত জন্ম গ্ৰহণ কৰে। পাছে বিষ্ণুয়ে আপোন পুত্ৰক বড় মৰম কৰি কামৰূপৰ ৰজা পাতে। নৰক ৰজাৰ ৰাজধানী গুৱাহাটীৰ ওচৰৰ এটা পৰ্ব্বত যাৰ নাম এতিয়াও নৰকাসুৰৰ পৰ্ব্বত বুলি কয়, তাতে আছিল। এওঁ বড় প্ৰতাপী ৰজা আছিল। পাছে তেওঁ মহাদৰ্পী আৰু কাকো নমনা হ'ল। তেওঁ অতিশয় ৰিপুবশ আছিল। অধিক কি ষোড়শ হাজাৰ কন্যা তেওঁ হৰণ কৰি আনি গুৱাহাটীৰ ওপৰৰ কৰ্ম্মনাশাত লুকাই থইছিল। কোনো এক সময়ত নৰকে কামাখ্যাকে নমনা হই তেওঁক বিয়া কৰাবলৈ খোজাত দেবীয়ে কলে যে যদি একে ৰাত্ৰিতে তেওঁৰ মন্দিৰ বাট, পুখুৰী ইত্যাদি নিৰ্ম্মাণ কৰি দিব পাৰে তেনে হলে তেওঁ নৰকৰ পত্নী হব। নৰক ৰজাই বিশ্বকৰ্ম্মাক আহ্বান কৰি মন্দিৰ আৰু বাট ইত্যাদি ৰাত্ৰি শেষৰ পূৰ্ব্বে বন্ধাই দিলে। কাৰ্য্য প্ৰায় শেষ হয় এনেতে দেৱীয়ে বিপদ ভাবি আজ্ঞা কৰি অসময়ত কুকুৰাৰ হতুৱাই মতাই নৰকক কলে যে কৰ্ম্ম শেষ হোৱাৰ পূৰ্ব্বে ৰাত্ৰি প্ৰভাত হল। এনেতে ক্ৰোধান্ধ হই নৰকে কুকুৰাক খেদি নি বধ কৰিলে। সেই ঠাই এতিয়াও "কুকুৰা কটা চকি" নামে প্ৰসিদ্ধ আছে। সেই নিৰ্ম্মাণেই কামাখ্যা দেৱালয়ৰ মন্দিৰৰ আদি। কোঁচবেহাৰৰ ৰজাই তাৰ ওপৰৰ খণ্ডহে নিৰ্ম্মাণ কৰিছে। তলৰ ভাগ এই পৰ্য্যন্ত বিশ্বকৰ্ম্মাৰ নিৰ্ম্মাণ বুলি এই প্ৰসিদ্ধ। এইৰূপ অনেক দৌৰাত্ম্য কৰাৰ পাছত শ্ৰীকৃষ্ণই নৰক ৰজাক বধ কৰি তেওঁৰ পুতেক ভগদত্তক ৰাজত্ব দিলে আৰু তেওঁৰ ৰখা কন্যা সকলক উদ্ধাৰ কৰি লই যায়।

নৰকৰ পাছত তেওঁৰ পুত্ৰ ভগদত্ত সিংহাসনত বহে। এওঁ তেওঁৰ পিতৃৰ

---

* কামাখ্যা যাত্ৰা পদ্ধতি।

† মহীৰঙ্গৰ পুত্ৰ হটকাসুৰ তেওঁৰ পুত্ৰ সম্বৰাসুৰ আৰু তেওঁৰ পুত্ৰ ৰত্নাসুৰ।

একেবাৰে বিপৰীত স্বভাৱৰ মানুহ আছিল। এওঁৰ ধৰ্ম্মৰ প্ৰতি সদাই চকু আছিল। আৰু বড় যোদ্ধাৰু আছিল। মহাভাৰতত লেখা কুৰু পাণ্ডৱৰ যুদ্ধৰ সময়ত এওঁ কৌৰৱৰ ফালে সহায় কৰিছিল। পাছে দ্ৰোণাচাৰ্য্যৰ সেনাপতিত্বৰ সময়ত যুদ্ধত কুৰুক্ষেত্ৰত প্ৰাণত্যাগ কৰে। এওঁৰ পাছত অনেক ৰজা হইছিল। কিন্তু তাৰ বিবৰণ পোৱা দুষ্কৰ। কেবল এই মাত্ৰ জানি যে সেই সকলৰ পৰাক্ৰম তেনে বিখ্যাত নাছিল। কামৰূপ জিলাৰ ৰাণী মোজাৰ ৰজাই এনে ৰূপে প্ৰমাণ কৰিবলৈ কৃতসাধ্যে যত্ন কৰিছিল যে তেওঁবিলাক সেই ভগদত্ত ৰজাৰেই সন্তান। কিন্তু মাঝৰ কালত এই দেশৰ যেনে অৱস্থা হ'ল তাৰ আন্ধাৰৰ পৰা সেই কথা যে সঁচা এনে বাচি উলিওৱা বড় টান। যেতিয়ালৈকে আন কোনো বিশ্বাস কৰিব পৰা সূত্ৰৰ পৰা আগ গুড়ি নোলায় তেতিয়ালৈকে আমি সেই কথা বিশ্বাস কৰিবলৈ আগ বাঢ়িব নোৱাৰোঁ।

ওপৰত কোৱা পৌৰাণিক বিবৰন কিমান সঁচা আৰু তাৰ পৰা কিমান সঁচা কথা বাজ কৰিব পাৰি ইয়াক জনা কঠিন। কিন্তু সকলো দেশৰ ইতিহাসৰ আদি বিবৰণৰ দৰে ইয়াৰো গুড়িলৈ চালে এনেটোহে প্ৰতীতি হয় যে সেই বিবৰণৰ অধিক ভাগ কাল্পনিক আৰু ৰূপক বৰ্ণনা মাত্ৰ। তাৰ দ্বাৰা আৰ্য্য বিলাকৰ এই দেশত প্ৰাদুৰ্ভাৱ হোৱাৰ কথাহে সুন্দৰে জানিব পাৰি। আন আন পুথী আৰু বিবৰণত যেনে ৰূপে ৰূপকৰ ছলে কোনো কথা বা ইতিহাস বৰ্ণনা কৰা অথবা উপদেশ দিয়া হইছে সেই নিয়ম ইয়াতো খাটে।

কামৰূপৰ ওপৰত কোৱা বিবৰণৰ পৰা এই এই কথা অনুমান কৰিব পাৰি। পূৰ্ব্বৰ আৰ্য্যবিলাকৰ যি বিলাকে যোগ চিন্তা কৰিছিল সেই সকলে এই ভাৰতবৰ্ষৰ নানা ঠাইত তপস্যা আৰু যোগাভ্যাসৰ ঠাই বিচাৰি ফুৰি মুঠে একাওন খান ভাল ঠাই পালে। সেই বিলাক আকৌ এনেৰূপে চাৰিও ফালে আছে যে সকলোবিলাক চাওঁ বুলিলে ভাৰতবৰ্ষ প্ৰায় সমুদায় ভ্ৰমণ হয়। নৈসৰ্গিক শোভা আৰু স্থাননিবিড়তা বিবেচনাই তপস্যাৰ স্থান নিৰ্ণীত হইছে। সকলোবিলাক তীৰ্থৰ ঠাই চালেই এই বিষয় জানিব পাৰি। কামৰূপ ভাৰতবৰ্ষৰ এটা চুকত। ইয়াৰ দুফালে দুসাৰি পৰ্ব্বত।

আৰু ইয়াৰ মাঝেৰে লৌহিত্য বা ব্ৰহ্মপুত্ৰ নদ বই ইয়াক দুফাল কৰিছে। ইয়ালৈ আহোঁতে এনে অনুমান হয় যেন এটা ঘোপলৈ অহা হইছে। ইয়াৰ উত্তৰ ফালৰ ভোটৰ পৰ্ব্বত শ্ৰেণী আৰু দক্ষিণ ফালৰ গাৰো পৰ্ব্বত শ্ৰেণী এতিয়া ৰঙ্গপুৰ জিলাৰ কৰতোয়া নদীৰ প্ৰায় সমসূত্ৰ পাতৰ পৰা চুকীয়া হবলৈ দক্ষিণৰ পৰ্ব্বত শ্ৰেণী উত্তৰে আৰু উত্তৰৰ পৰ্ব্বত শ্ৰেণী দক্ষিণে হালি পূৰ্ব্ব ফালে গই দিককৰবাসিনীৰ সমীপৰ ঠাইতে দুইও শ্ৰেণী মিলিছে। এই খিনিকে প্ৰায় সমদ্বিবাহু ত্ৰিভুজ প্ৰদেশৰ এচুক বা কোণ বুলিব পাৰি। আৰু কৰতোয়াৰ পৰা সমসূত্ৰপাত ৰেখাকে ইয়াৰ তল বুলিব পাৰি। কৰতোয়া পৰ্যান্ত যে কামৰূপ ইয়াৰ বিশেষ স্বাভাবিক কাৰণ আছে। এই সমসূত্ৰ ৰেখা এড়ি ভটিয়াই গলেই আৰু পৰ্ব্বত নেদেখি আৰু ঠাই বহল হেন অনুমান হয়। আৰু তাক এড়ি উজাই আহিলেই ক্ৰমে ঘোপলৈ অহা যেন অনুমান হয়। পুৰাণতো কামৰূপৰ ত্ৰিকোণাকৃতি বুলি লেখিছে। ইয়াৰ স্বাভাবিক সৌন্দৰ্য্য অনেক আছে। আৰু যোগী সকলৰ যোগ অভ্যাসৰ যে ই ঠাই ইয়াত কোনো সংশয় নাই। এনে স্বাভাবিক নিভৃত ঠাই মহাপীঠ অৰ্থাৎ তপস্যাৰ অতিশয় উপযুক্ত স্থান বুলি প্ৰসিদ্ধ হইছে। আৰু এই দেশৰ যতে ততে নৈসৰ্গিক শোভা পোৱা যায়। তাৰ প্ৰমাণ অকল গুৱাহাটীতেই কিমান তেনে ঠাই আছে। সেই কাৰণে তন্ত্ৰত অত্যুক্তি ৰূপে লেখিছে বোলে আন ঠাইত দেবী বিৰল, কিন্তু কামৰূপত হলে ঘৰে ঘৰে। কামৰূপৰ আকৃতিৰ নিমিত্তেই ইয়াক মহামুদ্ৰা বা গুপ্ত পীঠ বুলি কইছে। পূৰ্ব্বৰ আৰ্য্য বিলাকে ইদেশৰ আৰু আৰু আন আন দেশৰ যোগাভ্যাসৰ ঠাঁই আবিষ্কাৰ কৰাৰ বৰ্ণনাই মহাদেৱৰ ভ্ৰমণ বৃত্তান্তৰ মূল।

হিমালয়ৰ নিকটবৰ্ত্তী কাশ্মীৰ প্ৰদেশৰ স্থানীয় স্বাস্থ্য আৰু সৌন্দৰ্য্যৰ নিমিত্তে কোনো এজন মুসলমান কবিয়ে এনে বৰ্ণনা কৰি গইছে যে যদি এটা কাবাব কৰা কুকুৰা কাশ্মীৰত এবছৰ থোৱা যায় তেনেহলে সেইটো পুনৰ্জ্জীবিত হ'ব। ইয়াৰ দ্বাৰা কেবল সি ঠাইৰ স্বাস্থ্য বিষয়ক প্ৰশংসা মাত্ৰ কৰা হইছে। সেই ৰূপে এই প্ৰদেশৰ কামৰূপ নামৰ যি অন্বয় পুৰাণত কোৱা হইছে সিও সেইৰূপ মাত্ৰ। অৰ্থাৎ মহাদেৱৰ কোপত পড়ি পোড়া

হোৱা কামদেৱেও ইয়াত নিজ ৰূপ পালে ই এনেহে উত্তম ঠাই। ওপৰত কোৱা মতে ই দেশ আৰ্য্যবিলাকৰ দ্বাৰা আবিষ্কাৰ হোৱাৰ পাছত অনেক কাল পৰ্য্যন্তে আৰ্য্য বিলাক ইয়ালৈ অহা নাছিল। তেতিয়া দানৱ অৰ্থাৎ অতি নিষ্ঠুৰ অসভ্য জাতিৰ ই আবাস আছিল। কালক্ৰমে আৰ্য্য স্ৰোতঃ ইয়ালৈ ব'বলৈ ধৰাত ইয়াৰে কোনো এক শ্ৰেণীৰ লোকসকলে আৰ্য্যধৰ্ম্মৰ প্ৰতি আস্থা প্ৰকাশ কৰাত সেই বিলাকৰে নৰক অৰ্থাৎ প্ৰধান এজনক আৰ্য্য কৰ্ত্তৃক নৃপতি স্থাপিত হয়। আৰু সিজনেও আসুৰিক আৰু ৰিপুপৰবশ ভাৱ প্ৰকাশ কৰাত আৰ্য্য কৰ্ত্তৃক তেওঁক বধ কৰা হয়। তেওঁৰ পুত্ৰ ভগদত্ত সিংহাসনত উঠে। এওঁৰ দিনত আৰ্য্যজাতিৰ সুন্দৰ গতি বিধি হইছিল আৰু এওঁ নিজে আৰ্য্যাবৰ্ত্তৰ সম্ৰাট দুৰ্য্যোধনক আপোনাৰ ভগিনীক দি মিত্ৰতা কৰে। আৰু পাছে তেওঁক সহায় কৰোঁতে নিজে কুৰুক্ষেত্ৰৰ যুদ্ধত প্ৰাণত্যাগ কৰে। ই সময়ত এই দেশত আৰ্য্যধৰ্ম্মৰ প্ৰতি বিশ্বাস সুন্দৰে প্ৰকাশিত আৰু বিস্তাৰিত হইছিল। কাৰণ ই দেশৰ সেই কালৰ ৰজা বিলাকে সুন্দৰে বৈদিক ধৰ্ম্মক আশ্ৰয় কৰাৰ প্ৰমাণ পোৱা গইছে।

অতি পূৰ্ব্বকালৰে পৰা কামৰূপ হস্তীৰ নিমিত্তে বিখ্যাত। মহাভাৰতত ভগদত্তৰ যি হস্তীৰ কথা লিখা আছে তাক নধৰিলেও ৰঘুবংশকাব্যত এনে বিবৰণ পোৱা যায় যে প্ৰাগজ্যোতিষ্পুৰ বা কামৰূপৰ ৰজাই অনেক হস্তী ৰঘুৰজাক দান কৰিছিল। এই কাব্য কালিদাস কবিৰ ৰচিত। এই কবি, মহাৰাজা বিক্ৰমাদিত্যৰ দিনত প্ৰকাশিত আছিল। এই ৰজা খ্ৰীষ্ট জন্মিবৰ প্ৰায় ৫০ বছৰৰ পূৰ্ব্বে উজ্জয়িনী নগৰত আছিল। সেই কালতো ই দেশ হাতীৰ নিমিত্তে বিখ্যাত। কামৰূপৰ কোন জনা ৰজাৰ কথা তাত লিখিছে ইয়াক নিশ্চয় কৰিব নোৱাৰি।*

---

* ভগদত্তৰ পাছত ধৰ্ম্মপাল, ৰত্নপাল, কামপাল, পৃথ্বীপাল আৰু যুবাহু নামে পাঁচজনা ৰজাৰ নাম পোৱা যায়। কিন্তু কোন জনাই কোন ঠাইত কিমান দিন ৰাজত্ব কৰে তাৰ নিৰ্ণয় নাই। আৰু এই কেইজনা যে সেই বংশৰে ৰজা তাৰো বিশেষ প্ৰমাণ নাই। তথাপি ভগদত্তৰ পাছতে একাদি ক্ৰমে এই কেইজনাৰ নাম লেখা থকাত সেই শ্ৰেণীৰেই ৰজা বুলি গণ্য কৰিলোঁ। এই বংশ শেষত লোপ পালে।

ভগদত্তৰ বংশ লোপ হোৱাৰ পাছত কামৰূপৰ পৰাক্রম আকৌ হ্রাস হ'বলৈ ধৰিলে। আৰু দেশখনো নানা সৰু সৰু ৰাজ্যত বিভক্ত হ'ল। বাৰ ভূঁয়াৰ শাসনৰ কথা, যাক আমি পাছে ক'ম, তাৰো প্রথম বীজ এই ৰজাৰ বংশৰ লোপ হোৱাতে হয় কিয়নো ই বংশই সমুদায় কামৰূপৰ একছত্রী ৰজা আছিল। এই বংশ লোপ হোৱাৰ পাছত ই দেশত নানা উপদ্রৱ ঘটে। প্রায় অনেক দিন অৰাজক ৰূপে থকা বুলিলেও হানি নাই। ভগদত্তৰ বংশৰ ৰজাবিলাকে আৰ্য্য জাতিৰ বৈদিক ধৰ্ম্মক আশ্রয় কৰিছিল। কোনো ৰজাৰ বংশই চিৰকাল পৃথিবীত নাথাকে।

বৌদ্ধধৰ্ম্মৰ প্রাদুর্ভাৱ যেতিয়া ভাৰতবৰ্ষৰ চাৰিও ফালে হ'ল সি সময়ত সেই ধৰ্ম্মস্রোতঃ ই দেশলৈকো প্রবাহিত হইছিল। আৰু সেই সময়তহে ভগদত্তৰ বংশৰ হাতৰ পৰাই ই দেশ একেবাৰে যায়। তেতিয়া ই দেশত বৌদ্ধধৰ্ম্মৰ ৰজাই ৰাজত্ব কৰিছিল। এই দেশত ঠাইয়ে ঠাইয়ে যি যি মন্দিৰ বা মন্দিৰৰ ভগ্নাৱশেষ বা মূৰ্ত্তি আছে তাত বৌদ্ধ বিলাকৰ মূৰ্ত্তিৰ গঢ় গঠন অনেক দেখি। বিশেষ গুৱাহাটীৰ শুক্রেশ্বৰ দেৱালয়ৰ লুইতৰ দাঁতিত যি মূৰ্ত্তি আছে যাক সাক্ষী জনাৰ্দ্দন বোলে, সেই মূৰ্ত্তিৰ আকৃতি বৌদ্ধ মূৰ্ত্তিৰ আকৃতি সদৃশ। হাজোত হয়গ্রীৱমাধব নামে যি দেৱালয় আছে সেই দেৱতাক দৰ্শন কৰিবলৈ এতিয়াও ভোটবিলাক আহে। সিহঁতে কয় বোলে এই দেৱতা সিহঁতৰ দেশৰ পৰা আহিছে। মগধ-দেশত বৌদ্ধ ধৰ্ম্মৰ সুবিখ্যাত অশোক নামে ৰজাই যেতিয়া সেই ধৰ্ম্ম আলোচনা কৰিবলৈ এক মহাসভা কৰে যি সভালৈ চীন, তীব্বত, ব্রহ্মা, প্রভৃতি দেশৰ পৰা লোক আহিছিল, সেই সভালৈ কামৰূপৰ পৰাও লোক গইছিল। এনে আশঙ্কা হ'ব পাৰে যে ই দেশত বৌদ্ধধৰ্ম্ম প্রৱল হোৱাহলে তাৰ চিন থাকিল হেঁতেন। প্রকৃতে হলে মানুহৰ ধৰ্ম্মভাৱত এতিয়া বৌদ্ধধৰ্ম্মৰ একো চিন নেদেখি। কিন্তু সাধাৰণ ৰূপে হ'লে সেই ধৰ্ম্মৰ প্রাদুর্ভাবৰ অনেক চিন পোৱা যায়। কামাখ্যাৰ যি মন্দিৰ পূৰ্ব্বে কৰা হইছিল, সি ভাগিছিগি গই তাৰ ওপৰত মাটি হই গছ গজিছিল। নৰনাৰায়ণ ৰজাৰ দিনতহে তাক আবিষ্কাৰ কৰা হই পুনৰায় নিৰ্ম্মাণ কৰা হ'ল। আৰু যোগিনীতন্ত্র পুথী চাই কামাখ্যাৰ মন্দিৰ আবিষ্কাৰ কৰা

হয়, তাৰো কাৰণ এই যে, বৌদ্ধ বিলাকৰ দিনৰে পৰা দেবীৰ পূজাৰ প্ৰতি লোকৰ শ্ৰদ্ধা নোহোৱাত মন্দিৰৰ তেনে দশা হইছিল। ইয়াৰ পূৰ্ব্বে অনেক প্ৰবল ৰূপে হিন্দু ধৰ্ম্ম চলতি হোৱাতো প্ৰায় শঙ্কৰদেৱৰ দিন লৈকে লোক বিলাক অনাচাৰী আছিল আৰু সেই দেখি সেই দিনত সেই লোকবিলাকক "বৌদ্ধ চাৰী" বুলি কইছিল। গুৰু কথা চৰিত্ৰ পুথীত লেখা আছে বোলে যেতিয়া শঙ্কৰদেৱে উজনিৰ বেলগুড়িৰ ধুঁৱাহুটা নামে ঠাইত থাকে তেতিয়া বৌদ্ধ মতৰ দুজন টাটকীয়া মানুহ লগ পাইছিল। সেই দুজনৰ এজনে ব্যাধি আৰু এজনে বেজ হই খাই ফুৰিছিল, পাছে তেওঁ পাষণ্ড মৰ্দ্দন নামে গীত লোকক শিকাই দিওৱাত সেই গীত সকলোৱে গাই ফুৰাত, সি দুজন বৌদ্ধে ভোটৰ দাঁতিপাৰে গ'ল। যি মগধ দেশত বৌদ্ধ ধৰ্ম্মৰ মূল উৎপত্তি হয় তাতো বৌদ্ধধৰ্ম্মক আশ্ৰয় কৰা লোক নাই কেবল বৌদ্ধ গয়া নামে ঠাইত বৌদ্ধৰ মন্দিৰ মাথোন আছে। শঙ্কৰাচাৰ্য্যৰ সময়ৰ পৰা যেতিয়া আকৌ হিন্দু ধৰ্ম্ম উজ্জ্বল হই চলিবলৈ ধৰিলে তেতিয়া সেই ধৰ্ম্ম একেবাৰেই দেশৰ পৰা গুছিল। সেইৰূপে ই দেশৰ পৰাও বৌদ্ধ ধৰ্ম্ম লোপ হল হয় তথাপি বৌদ্ধবিলাকৰ দেৱালয় হয়গ্ৰীব মাধব থকাত আমি কোৱা সময়ত যে এই ধৰ্ম্ম, যে প্ৰচাৰ আছিল তাৰ কোনো সংশয় নাই। আমাৰ ই দেশৰ কেতবিলাক আচাৰ ব্যৱহাৰৰ দ্বাৰাইও বৌদ্ধ মত ই দেশত চলতি থকাৰ প্ৰমাণ পোৱা যায়। ইয়াৰে কেতবিলাক আচাৰ ব্যৱহাৰৰ আন আন কাৰণ বা অভিপ্ৰায় থাকিলেও বৌদ্ধাচাৰ প্ৰংলে ই যে তাৰ মূল কাৰণ ইয়াক নুই বুলিব নোৱাৰি। ভাৰতবৰ্ষৰ অন্যান্য দেশৰ দৰে ই দেশত জাতিৰ প্ৰতি তেনে দৃঢ়তা নাই। ইয়াৰ তিৰোতা বিলাকে সৰহ বয়সলৈকে আবিঐ হই থাকে আৰু আপোনাৰ ইচ্ছা অনুসাৰে পতি গ্ৰহণ কৰে। আমাৰ দেশত কোনো তিৰোতাই বিয়া নকৰোৱাকৈ পতি গ্ৰহণ কৰি পাছে লৰাচোৱালী হোৱাৰ পাছতো বিবাহ কৰায় আৰু কাৰো ঘৰত কোনো চোৱালী বা বেটী চোৱালী থাকিলে তালৈ মানুহ চপালে তাৰ যি সন্তান হয়, সি সন্তানৰ প্ৰতি সি সন্তানৰ জন্মদাতাৰ স্বত্ব ন থকা নিয়ম সম্পূৰ্ণ বৌদ্ধ মত চলা ব্ৰহ্মা, চীন, প্ৰভৃতি দেশৰ নিয়মৰ সদৃশ।

ভাৰতবৰ্ষৰ কপিলাবস্তু নামে ঠাইত শাক্যসিংহে বৌদ্ধধৰ্ম্ম প্ৰচাৰ কৰি মৃত্যু হয়। তেওঁৰ ধৰ্ম্ম ভাৰতৰ অধিকাংশ ঠাইত আৰু ব্ৰহ্মা, চীন প্ৰভৃতি দেশত ব্যাপ্ত হয়। অসম দেশতো সেই ধৰ্ম্ম প্ৰবৰ্ত্তে বৌদ্ধধৰ্ম্মাবলম্বী পালবংশৰ ১৭ জনা ৰজাই কামৰূপত ৰাজত্ব কৰা জনা গইছে। তেওঁ বিলাকৰ নাম এই জয়ন্ত, চক্ৰপাল, ভূমিপাল, দক্ষপাল, প্ৰেমপাল, পক্ষপাল, চন্দ্ৰপাল, নাৰায়ণ পাল, মধু পাল, ইন্দ্ৰ পাল, সিংহ পাল, কৃষ্ণ পাল, সুপাল, গন্ধ পাল, মাধব পাল, শ্যাম পাল আৰু লক্ষ্মী পাল। এওঁ বিলাকৰ মাজত লক্ষ্মী পালে ৭৭ বছৰ আৰু ই কেইজনৰ প্ৰত্যেকেই ১০৫ বছৰ ৰাজত্ব কৰা জানি। কিন্তু কোন জনে ক'ত কিৰূপে ৰাজত্ব কৰিছিল তাক নিশ্চয় কৰা কঠিন। লক্ষ্মী পালৰ পাছত সুবাহু নামে এজনা ৰজা হই আকৌ ১০৫ বছৰ ৰাজত্ব কৰে। এওঁ অপুত্ৰক থকাত তেওঁৰ মন্ত্ৰী সুমতি সিংহাসনত বহে। এই ৰূপে ৰাজত্ব কৰাৰ যি দীৰ্ঘকাল নিৰ্ণীত হইছে তাক বিশ্বাস কৰিব নোৱাৰি। বৌদ্ধধৰ্ম্মাবলম্বী পাল বংশৰ ৰজাই এই দেশত ৰাজত্ব কৰাৰ কথা জনা গইছে। এই কেই জনৰ মাজতেই যে কেইবা জন বৌদ্ধ ধৰ্ম্মৰ ৰজা এইটো অসম্ভব নহয়। এখান প্ৰাচীন বুৰঞ্জীত ধৰ্ম্ম পাল, ৰত্ন পাল, সোম পাল, প্ৰতাপ সিংহ, আভিমত, হিঙ্গুয়া, ৰত্ন সিংহ নামে কেই জন মান ৰজাৰ নাম পোৱা যায়। এই কেই জনাও ক'ত কেতিয়া ৰাজত্ব কৰে নিশ্চয় নাই। কামৰূপৰ লোহিত্যপুৰত মিনাঙ্ক ৰজাই ৫০ বছৰ, গজাঙ্ক ৰজাই ৫০ বছৰ, শৃকবাঙ্ক ৰজাই ৪০ বছৰ, মৃগাঙ্ক ৰজাই ৫০ বছৰ ৰাজত্ব কৰে। তেওঁৰ পাছত ফিঙ্গুয়া নামে এজনা ৰজা হইছিল। এই জনা ৰজাৰ ৰাজত্বত মুসলমানৰ মছলন্দগাজি নামে এজনা নবাৱে লোহিত্যপুৰ আক্ৰমণ কৰি ২৫ বছৰ ৰাজত্ব কৰে। এই লোহিত্যপুৰ কোন ঠাইত নিৰ্ণয় কৰা টান। ফিঙ্গুয়া ৰজাই এতিয়াৰ কামৰূপ জিলাত বৈদৰ গড় নামে এঠাইত এক গড় নিৰ্ম্মাণ কৰা বুলি প্ৰসিদ্ধ এতেকে সেই ঠাই এই যে লোহিত্যপুৰ এনে অনুমান কৰিব পাৰি। মুসলমানৰ আক্ৰমণৰ পৰা ৰক্ষা পাবলৈ ফিঙ্গুয়া ৰজাই সেই গড় নিৰ্ম্মাণ কৰে এনে অনুমান হয়।

শকাদিত্যৰ শকঁৰ আৰম্ভতে দেবেশ্বৰ নামে এজনা ৰজা হয়। এওঁৰ নগৰ কত আছিল তাৰ একো নিশ্চয় নাই। এওঁ দেবীৰ পূজা ঘূৰি আকৌ

দেশত প্ৰচাৰ কৰে। আৰু মন্দিৰৰ প্ৰতিও মন দিয়ে। বৌদ্ধ বিলাকৰ প্ৰভাৱ তেতিয়া লৈকো নিঃশেষ হোৱা নাছিল। যদিচ তেওঁ কৃতকাৰ্য্য হব নোৱাৰিলে তথাপি লোপ হব খোজা পূজা আৰু ধৰ্ম্মৰ প্ৰতি আস্থা প্ৰদান কৰাতে তেওঁৰ নাম বিখ্যাত হল। এওঁৰ পাছতো কোন কোন ৰজা কেতিয়া হয় তাৰ বিবৰণ পোৱা না যায়। কেৱল এই মাত্ৰ অনুমান হয় যে বৌদ্ধাচাৰি কোনো ৰজাৰ বংশে ইয়াত ৰাজত্ব কৰে। পাছে বৌদ্ধধৰ্ম্ম কালক্ৰমে এই দেশৰ পৰা লোপ হই যাবলৈ ধৰা সময়ত আৰু তাৰ পাছত ঠাইয়ে ঠাইয়ে সৰু সৰু ৰজাৰ ৰাজত্ব হোৱাৰ অনুমান হয়।

কৰতোয়া নদীৰ পৰা জন্ম হোৱা নাগশঙ্কৰ নামে এজনা ব্ৰাহ্মণ ৰজাৰ নাম ৰবিনসন সাহাবে লেখিছে। এইটো তেওঁ যোগিনী তন্ত্ৰৰ পৰা পোৱা লেখে। এই জনা ৰজাৰ বিষয়ে সংশয় জন্মে। এই বিবৰণ আছে যে ব্ৰহ্মপুত্ৰৰ বংশও কামৰূপত ৰাজত্ব কৰিছিল। অনুমান হয় এই ব্ৰহ্মপুত্ৰৰ বংশই কৰতোয়াৰ বংশ বুলি পৰিচয় হইছে। এই বংশৰ আদি উৎপত্তি বিষয়ে এনে কথা প্ৰচাৰ আছে বোলে এজনা ব্ৰাহ্মণৰ যুৱতী কন্যা এদিনা ব্ৰহ্মপুত্ৰ স্নান কৰিবলৈ যোৱাৰ পাছত তেওঁৰ এটি পুত্ৰ জন্মে সেই পুত্ৰই কামৰূপৰ ৰজা হয়। এই ৰজাৰ নাম কি কত আছিল একো মীমাংসা কৰিব নোৱাৰি। ওপৰত কোৱা কৰতোয়া নদীৰ পুত্ৰই যে এই জন ৰজা এনে অনুমান হয়। ফলিতাৰ্থে এই কথাটি মুঠে কাল্পনিক কথা মাত্ৰ। কোনো এজনা অজ্ঞাতকুলশীল জাৰজ ব্ৰাহ্মণ সন্তানেই যে ৰজা হইছিল এইহে নিশ্চয়। কামৰূপত যে ব্ৰাহ্মণ বংশৰ ৰজা হৈছিল এইটো নিশ্চয়। শকাব্দা ৫৫১ শঁকত চীন দেশৰ হিয়ান সাঙ নামে এজনা ভ্ৰমণকাৰী বৌদ্ধ তীৰ্থযাত্ৰা উপলক্ষে কাবুলৰ বাটেৰে ভাৰতবৰ্ষলৈ আহে তেওঁ ৫৬০-৬১ শঁকত কামৰূপলৈ আহে। এই দেশক চীন ভাষাত "কিয়ামলুপ" বুলি লিখিছে। এখান বৰ নদী অৰ্থাৎ ব্ৰহ্মপুত্ৰ পাড় হই হিয়ান সাঙ কামৰূপৰ ৰাজধানী এতিয়াৰ গুৱাহাটী সেই সময়ৰ প্ৰাগ্‌জ্যোতিষ্পুৰলৈ আহে। এতিয়া গুৱাহাটী যেনে ব্ৰহ্মপুত্ৰৰ দুইও পাড়ে সেই সময়তো দুইও পাড়ে ৰাজধানী আছিল। সেই সময়ত ব্ৰাহ্মণ জাতিৰ কুমাৰ ভাস্কৰ বৰ্ম্মা কামৰূপৰ ৰজা আছিল। এওঁ ব্ৰাহ্মণ হইও বৌদ্ধ ধৰ্ম্মৰ প্ৰতি বিদ্বেষ নকৰিছিল।

বৃত্তি বিধান দিছিল। ৫৬৫ শঁকত কনৌজপুৰ বা কান্যকুব্জত যি এটী বৌদ্ধধৰ্ম্মোৎসব হয় তালৈ ভাস্কৰ বৰ্ম্মা পাটলিপুত্ৰ বা পাটনাৰ চক্ৰৱৰ্ত্তী হৰ্ষবৰ্দ্ধন নামে ৰজাৰ লগত খোৱাও জনা গইছে। সেই সময়ত কামৰূপত হিন্দু দেৱতাৰ মন্দিৰ অনেক আছিল। বৌদ্ধ মন্দিৰ এটী মাত্ৰ আছিল। হাজোৰ দেৱালয়কে ভ্ৰমণকাৰীয়ে লক্ষ্য কৰা অনুমান হয়। কামৰূপৰ প্ৰজা সকলো প্ৰায় হিন্দু ধৰ্ম্মাবলম্বী আছিল। বৌদ্ধ সকলে সেই মন্দিৰলৈ গই উপাসনা কৰিছিল। আৰু ধৰ্ম্ম শিক্ষাৰ নিমিত্তে প্ৰয়াগৰ ওচৰৰ নালিন্দা নামে ঠাইলৈ গইছিল। হিয়ান সাঙে কইছে বোলে কামৰূপৰ মাটী উৰ্ব্বৰা আৰু দ। কঠাল আৰু নাৰিকল এই দেশত যথেষ্ট পোৱা যায়। ইয়াৰ লোক সকলে এই দুবিধ ফল বড় আদৰেৰে খায়। ইয়াৰ জল আৰু বায়ু স্বাস্থ্যকৰ। ইয়াৰ লোক সকল কটীয়া আৰু দেখিবলৈ ভয় লগা হলেও ইহঁতৰ স্বভাব ভাল। ইহঁতৰ বিদ্যাৰ প্ৰতি উৎসাহ প্ৰবল। কামৰূপৰ ভাষা মধ্য ভাৰতবৰ্ষৰ লোক সকলৰে স্বতন্ত্ৰ হিয়ান সাঙে আৰু কইছে বোলে কামৰূপৰ ৰাজধানীৰ পৰিধি ৫ কি ৬ মাইল আৰু দেশৰ পৰিধি প্ৰায় ২০০০ মাইল। কামৰূপৰ পূৰ্ব্ব সীমাতে চীন দেশৰ সু নামে এজাতি লোক বাস কৰে। সেই ঠাইলৈ যোৱা বাট অতি দুৰ্গম, প্ৰায় দুমাহ লাগে। কামৰূপৰ পূৰ্ব্ব দক্ষিণ সীমাত বনৰিয়া হাতী বিস্তৰ। হিয়ান সাঙে লেখিছে বোলে ব্ৰাহ্মণ জাতিৰ ৰজাই অনেক দিন ৰাজত্ব কৰিছে। হিয়ান সাঙৰ এই বিবৰণ পাঠ কৰি ১৩০০ বছৰ পূৰ্ব্বে দেশৰ কেনে অৱস্থা আছিল জানিব পাৰি। অতি অলপতে নগাওঁৰ এঠাইত এখান তামৰ ফলী ওলাইছিল তাতো বৰ্ম্মা উপাধিৰ কোনো ৰজাই কোনো ব্ৰাহ্মণক ভূমি দান কৰাৰ বিবৰণ পোৱা গইছে। ইয়াৰ দ্বাৰা জনা যায় যে কামৰূপত ব্ৰাহ্মণ জাতিৰ ৰজা আছিল। সেই ৰজায়ে এই ব্ৰাহ্মণ বংশৰে ইয়াত সন্দেহ কৰিব লগীয়া নাই। হিয়ান সাঙে এই দেশলৈ অহাৰ সময়ত এতিয়াৰ সমুদায় আসাম ৰাজ্য ব্ৰাহ্মণ বংশৰ ৰজাৰ অধীন আছিল। এওঁ বিলাকৰ অধীনে অনেক ক্ষুদ্ৰ ক্ষুদ্ৰ ৰজা আছিল। চিৰকাল কোনো কথাই স্থিৰ নাথাকে। এই বংশৰ ৰজা সকল দুৰ্ব্বল হল আৰু ক্ষুদ্ৰ ক্ষুদ্ৰ ৰজা সকলৰ ক্ষমতা বৃদ্ধি হলএ এই বংশ লোপ পালে। কিন্তু কি ৰূপে কেতিয়া লোপ পালে নিশ্চয় নাই।

এতিয়াৰ দৰঙ্গ জিলাত নাগশঙ্কৰ নামে এক শিৱৰ দেৱালয় আছে। নাগাক্ষ নামে ৰজাই এই দেৱালয় প্ৰতিষ্ঠা কৰে। ওপৰত কোৱা নাগশঙ্কৰ ৰজাই যে এই নাগাক্ষ ৰজা এইটী বিশ্বাস কৰিবলৈ বহু কাৰণ পোৱা যায়। নাগশঙ্কৰ দেৱালয়ৰ ওপৰৰ প্ৰতাপপুৰ বা প্ৰতাপগড়ত এই জনা ৰজাৰ নগৰ থকা বুলি কয়। সেই হলে নাগশঙ্কৰ ৰজাৰ ৰাজধানী সেই ঠাইতে আছিল শকাদিত্যৰ শকৰ তিনিশ বছৰ মানৰ পাছত এই জনা ৰজা হয়। তেওঁৰ বংশৰ কেইবা জনাও ৰজা হই যোৱাৰ পাছত সেই বংশৰ নাশ হয়। এই বংশৰ ৰজাবিলাকে প্ৰায় ৪০০ বছৰমান ৰাজত্ব কৰে। কামৰূপৰ এই বংশৰ ৰজাবিলাকে দৰঙ্গ জিলাত থকা বুলি অনুভৱ হয়। ব্ৰহ্মপুত্ৰৰ দিক্ষণ কূলত আৰিমত্ত নামে এক ৰজাৰ বিবৰণ পোৱা যায়। এনে প্ৰবাদ আছে বোলে প্ৰতাপপুৰৰ কোনো ৰজাৰ ৰাণীৰে সইতে ব্ৰহ্মপুত্ৰৰ গুপ্ত সমাগম হোৱাত এইজনা ৰজাৰ জন্ম হয়। এওঁৰ আকৃতি আড়ি মাছৰ সদৃশ থকাত এওঁৰ নাম আড়িমাও দিয়া হল। এওঁ দক্ষিণ কূলত আহি ৰাজ্য স্থাপন কৰে। এই কথা জনশ্ৰুতি মাত্ৰ প্ৰকৃতে এই অনুমান হয় যে নাগশঙ্কৰ বা নাগাক্ষ ৰজাৰ বংশৰ কোনো এজনা ৰাণীৰ জাৰজ সন্তান এটি সেই বংশৰ ধ্বংসৰ কিঞ্চিৎ কাল পূৰ্ব্বে প্ৰতাপগড়ৰ পৰা আহি, দক্ষিণ কূলৰ অনেক ভাগ কছাৰী আৰু জয়ন্তা ৰজাৰ পৰা লই অধিকাৰ কৰে। এওঁৰ অধিকাৰ গুৱাহাটীৰ ওচৰৰ ৰাণীৰ পৰা নগাওঁৰ ৰহা পৰ্য্যন্ত বিস্তাৰ আছিল। এওঁৰ জোঙ্গাল বলহু নামে এক পৰাক্ৰমী পুত্ৰ আছিল। কছাৰী ৰজাই সইতে সদাই ৰাজ্যৰ নিমিত্তে বিৰোধ লাগি থকাত তেওঁ এটি গড় নিৰ্ম্মাণ কৰে। সেই গড়ৰ ভগ্নাবশেষ এতিয়াও নগাওঁৰ শহৰী মৌজাত আছে। ইয়াকে জোঙ্গাল বলহুৰ গড় বুলি কয়। জোঙ্গাল বলহুয়ে সইতে যুদ্ধত নোৱাৰি কছাৰী ৰজাই সন্ধি কৰে আৰু এজনী ৰাজকুমাৰী জোঙ্গাল বলহুক বিবাহ দিয়ে। কিছুকালৰ পাছত এই কছাৰী ৰাজকুমাৰীৰ ষড়যন্ত্ৰত কছাৰী ৰজাই সইতে কাপিলীৰ তীৰত এক যুদ্ধ হয়। তাতে জোঙ্গাল বলহু পৰাস্ত আৰু ক্ষত বিক্ষত হই কিলিঙ্গ নদীত পড়ি উটি যায়। এই ঘটনাৰ পৰাই এনে কথা কোৱা আছে বোলে তেওঁ "ৰহাত ৰহিল জাগিল ব'হাত বহিল।" প্ৰকৃত পক্ষে

হলে নদীত পড়ি উটি যোৱাৰ পাছত তেওঁ কোনো ঠাইত গই মৃত্যু হল। ইফালে তেওঁৰ স্থাপিত নগৰ কছাৰী বিলাকে আক্রমণ কৰি অধিকাৰ কৰিলে।

কামৰূপৰ ডিমৰুৱাৰ ৰজা এই আড়িমও ৰজাৰ কোনো পুত্ৰৰ সন্তান বুলি কয়। এই পৰ্য্যন্ত সেই ডিমৰুৰ ৰজাৰ বংশ সকলে প্ৰকৃত প্ৰস্তাবে আপনাৰ পূৰ্ব্বপুৰুষৰ জন্মৰ সম্ভ্ৰমৰ অৰ্থে কিন্তু দেখাত হলে একে গোত্ৰ বা বংশ বুলি আড়িমাছ নে খায়। এইবিলাক ঘটনাৰ কাল নিৰ্ণয় কৰা কঠিন।

নাগশঙ্কৰৰ বংশ ধ্বংস হোৱাৰ পাছত উজনিত ছুটীয়া নামে এজাতি মানুহৰ প্ৰাধান্য হয়। ইহঁতৰ ৰজা শিৱৰ ভঁড়ালী কুবেৰৰ সন্তান। এইটো তদ্ৰূপ আন কথাৰ দৰে কাল্পনিক মাত্ৰ। ব্ৰহ্মপুত্ৰৰ বংশৰ শেষ কোনো এজনা ৰজাৰ ভাঁড়ালী বা লিগিৰী এজনে উজাই গই সেই জাতিক আক্ৰমি ৰাজত্ব কৰিলে। কালক্ৰমে এই বংশৰ লোপ হোৱাৰ পাছত এই বিলাকেই ৰজা হ'ল। পাছত আহোম বিলাকে ছুটীয়া ৰাজ্য লোৱাত তাৰে অনেকে গই সেই দৰঙ্গ জিলাৰে একালে ছুটীয়া প্ৰদেশ পাতিলে। ছুটীয়া জাতি প্ৰধান হই স্বতন্ত্ৰ ৰজাৰ অধীন হোৱাত সিহঁতে সমুদায় উত্তৰ পাৰ লইছিল। পাছে ক্ৰমে সিহঁতৰ পৰাক্ৰম হ্ৰাস হই যোৱাত সিহঁতৰ নিমিত্তে মুঠে সেই পূৰ্ব্বৰ ঠাই থিনিহে ৰ'ল। যেতিয়া আহোম বিলাক এই দেশলৈ আহে তেতিয়া সিহঁতৰ পূৰ্ব্বৰ ঠাইতহে পালে। ওপৰত কোৱা বিবৰণ দ্বাৰা কামৰূপৰ উজনি অঞ্চলৰহে অলপ বিবৰণ জানি। নামনি খণ্ডৰ বিষয়ে বেলেগ কথা আছে।

কামৰূপৰ নামনি খণ্ডত জীতাৰি নামে এজনা ক্ষত্ৰিয় সন্ন্যাসী ভাটীৰ পৰা আহি ৰজা হইছিল। এওঁ পশ্চিম প্ৰদেশৰ লোক। এওঁৰ দিনতে কামৰূপৰ গুৱাহাটী একেবাৰে পৰিত্যাগ কৰা হয়। তেওঁৰ নিজৰ দেশৰ ওচৰলৈ ভাটীয়াই এওঁ নগৰ নিলে। কিন্তু কলৈ নিলে ইয়াক কব নোৱাৰি। এওঁ আৰু এওঁৰ পাছত জল্পেশ্বৰ নামে এজনা ৰজা হয়। তেওঁৰ ৰাজধানী এতিয়াৰ জলপাইগুৰী য'ত জল্পেশ্বৰ নামে দেৱালয় আছে ত'ত আছিল। এই জনা ৰজাই জল্পেশ্বৰ দেৱালয় স্থাপন কৰে। আৰু শিৱৰ পূজা প্ৰচাৰ

কৰে, কিয়নো সন্ন্যাসী বিলাকৰ প্ৰায় শিৱই ইষ্ট দেৱতা। কামৰূপৰ এই নামনি খণ্ডকেই আমাৰ দেশত বড় ছেড়ী দেশ বোলে। কোনো বুৰঞ্জীৰ মতে জীতাৰীএ ৬২ বছৰ আৰু তেওঁৰ পুত্ৰ সুবলিকে ১০৫ বছৰ ৰাজত্ব কৰে। এওঁৰ পাছত পদ্মনাৰায়ণ, চন্দ্ৰ নাৰায়ণ, মহেন্দ্ৰ নাৰায়ণ, গজেন্দ্ৰ নাৰায়ণ, ৰাম নাৰায়ণ, জয় নাৰায়ণ, খোব নাৰায়ণ আৰু ৰামচন্দ্ৰ প্ৰত্যেকে ১০৫ বছৰ ৰাজত্ব কৰে। ৰামচন্দ্ৰৰ দিনতে এই বংশ লোপ পায়। কিন্তু ইয়াৰ সময় নিৰ্ণয় কৰা অতি কঠিন। আৰু যি ৰূপে লেখিছে তাক বিশ্বাস কৰাও টান।

এই দেশত পৃথু নামে এজনা ৰজাও আছিল, এওঁৰ আৰু এওঁৰ পৰিবাৰ সকলৰ অনেক কীৰ্ত্তি ৰঙ্গপুৰ অঞ্চলত আছে। ধৰ্ম্মপাল নামে এজনা ৰজাৰো নাম পোৱা যায়। এইজনা ৰজাই এই দেশৰ ব্ৰাহ্মণক দিয়া বৃত্তি আছে। কামৰূপ জিলাৰ শুৱাল কুচিৰ "বাশৰীওয়া ব্ৰাহ্মণ" নামে খ্যাত থকা ব্ৰাহ্মণ সকলৰ ভূমি বৃত্তি এই ধৰ্ম্মপাল ৰজাই দিয়া। এতিয়াৰ তেজপুৰলৈকে এইজনা ৰজাৰ আধিপত্য থকা সুন্দৰে জানিব পৰা গইছে। কোনো কোনোৱে এনে ভাবে যে বঙ্গদেশত পালবংশৰ নাশ হোৱাৰ পাছত সেই বংশৰে কোনো এজনাই কামৰূপৰ পশ্চিম ভাগত অৰ্থাৎ এতিয়াৰ ৰঙ্গপুৰৰ বগুৰা মহকুমাৰ কোনো ঠাইত নগৰ কৰিছিল। আৰু সেই বংশৰে সেই ধৰ্ম্মপাল ৰজা।

সেই ঠাইত এজন ব্ৰাহ্মণৰ এটা গোৰক্ষক আছিল। তাৰ স্বভাৱ বড় অশান্ত আছিল। আৰু সি সকলোৰে অন্যায় কৰিছিল। পাছে এদিনা সেই ল'ৰা পথাৰৰ পৰা নহাত বাপুয়ে বিচাৰি গই দেখিলে সি এজোপা গছৰ তলত শুই আছে আৰু মূৰত অলপ ৰ'দ পড়াত এটা ফেঁট গোম সাপে ফেঁট মেলি ছাঁদিছে। ইয়াকে দেখি বাপুয়ে ভয় খালে। বাপুক দেখি সাপ লৰ মাৰি পলাল। পাছে বাপুয়ে ল'ৰাৰ ওচৰলৈ গই দেখিলে তাৰ ভৰিত অষ্ট দল পদ্ম ত্ৰিশূল আৰু পদ্মৰেখা আছে। ইয়াকে দেখি বাপুয়ে তাক জগাই ঘৰলৈ লই গ'ল। আৰু হীন কৰ্ম্ম কৰিবলৈ নিষেধ কৰিলে। আৰু এদিনা তাক এই বুলি প্ৰতিজ্ঞা কৰালে যে যদি সি কেতিয়াবা ৰজা হয় তেওঁক মন্ত্ৰী পাতিব। কালক্ৰমে সেই ব্ৰাহ্মণৰ

মন্ত্ৰণাৎ পালবংশৰ শেষজনা ৰজা অতিশয় দুৰ্ব্বল হোৱাত তেওঁক ভাগি সেই গৰখীয়াই ৰজা হ'ল। এইটি সম্পূৰ্ণ কাল্পনিক কথা। ভাৰতবৰ্ষৰ মধ্য প্ৰদেশত এক ৰাজ্যত খ্ৰীষ্টৰ চতুৰ্দ্দশ শতাব্দিত এইৰূপ এক আখ্যান থকা এজনা ৰজা হইছিল আৰু সেই ৰাজ্যক "ব্ৰাহ্মণ ৰাজ্য" বুলিছিল। প্ৰকৃতে হলে ৰজাৰ দৌৰ্ব্বল্য আৰু প্ৰজা বিলাকৰ পৰস্পৰ বিৰোধ হোৱাত এজন অজ্ঞাতকুলশীল মানুহ ৰজা হোৱা কথাই এই কাহিনীৰ মূল।

এইজনা ৰজাই পূৰ্ব্বৰ প্ৰতিজ্ঞা অনুসাৰে সেই বাপুক মন্ত্ৰী পাতিলে। আৰু তেওঁৰ মন্ত্ৰণাৰে সকলো কাৰ্য্য কৰিছিল। এওঁ নীলধ্বজ নাম ললে আৰু বৈদিক আচাৰ অনেক প্ৰবৰ্ত্তালে। মিথিলা দেশৰ পৰা অনেক ব্ৰাহ্মণ অনাই পাতিলে। আৰু পুৰণি নগৰ গুছাই কমতাপুৰ নামে এখান নগৰ পাতিলে।* আৰু আপুনি কমতেশ্বৰ উপাধি ল'লে। সেই ৰজাই আপোনাৰ কুলীয়া খেন বিলাকক "সচ্ছূদ্ৰ" বা ভাল শূদিৰ বুলি প্ৰকাশকৰি দিলে। নীলধ্বজৰ পাছত তেওঁৰ পুতেক চক্ৰধ্বজ আৰু তেওঁৰ পাছত নীলাম্বৰ কমতাপুৰৰ ৰজা হয়। ঘোড়া ঘটৰ গড় আৰু আন আন অনেক আলি এইজনাই নিৰ্ম্মাণ কৰে। নীলাম্বৰ ৰজাৰ ৰাণীৰ প্ৰতি তেওঁৰ মন্ত্ৰীৰ পুতেকৰ আসক্তি আছিল। ইয়াক ৰজাই ভু পাই এদিনা সেই মন্ত্ৰীৰ পুতেকক ধৰাই বধ কৰালে। আৰু তাৰ মাংস ৰন্ধাই মন্ত্ৰীক খুৱালে। তাৰ পাছত সেই পুতেকৰ মূৰ তেওঁক দেখালে আৰু মন্ত্ৰীয়ে কি খালে আৰু পুতেকৰ অপৰাধৰ কথা ৰজাই মন্ত্ৰীৰ আগত কোৱাত মন্ত্ৰীয়ে দোষ চাই দণ্ড হইছে বুলি কই ঘৰলৈ আহিল। পাছে পতিত সংসৰ্গৰ নিমিত্তে প্ৰায়শ্চিত্ত হই সেই পাপ মোচনৰ অৰ্থে মন্ত্ৰী গঙ্গাতীৰলৈ গ'ল।†

---

* মেং ৰবিনসনে এই কথা লেখিছে। পাছত দেখা যাব যে ১২২০/৩০ শঁকতো কমতাপুৰ নগৰ আছিল সেই কাৰণে এনে অনুমান হয় যে আগৰ কমতাপুৰকে বিস্তাৰ কৰি নীলধ্বজে নিৰ্ম্মাণ কৰিলে আৰু বিস্তৃত খণ্ডৰো নাম কমতাপুৰ থলে। এই ঘটনা ১২৫০-৬০ শঁকত হোৱা অনুমান হয়।

† কোঁচবেহাৰৰ ৰজা সকলৰ মাঝতো এনে এটি আখ্যান চলতি আছে।

এই তীৰ্থ যাত্ৰা কেৱল ছল মাত্ৰ আছিল। তেওঁ গঙ্গা স্নান কৰি গৌড় নগৰৰ হুসেনশা নবাবৰ তলৈ গই ৰাজ্যৰ দুৰ্ব্বলতা জনোৱাত নবাবে অনেক সৈন্য পঠালে। সেই সৈন্যে সইতে কমতেশ্বৰৰ ঘোৰ যুদ্ধ হ'ল। বাৰ বছৰ এই ৰণ থাকে। তেও কোনেও কাকো পৰাস্ত কৰিব নোৱাৰিলে। পাছে মুসলমান বিলাকে কেতবিলাক দোলাৰ ভিতৰত অস্ত্ৰে সইতে সিপাহী থই এনে ৰূপে নীলাম্বৰৰ তলৈ সম্বাদ পঠালে বোলে এতিয়া তেওঁ বিলাকে ৰণ এড়ি ভাটীলৈ যাব। কিন্তু তাৰ পূৰ্ব্বে ৰাণীয়ে সইতে তেওঁ বিলাকৰ তিৰুতা সকলে সাক্ষাৎ কৰি চিনা পৰিচয় হ'ব খোজে। নীলাম্বৰে এই কথাত মান্তি হোৱাত পাছদিনা নগৰৰ ভিতৰলৈ দোলাবোৰ আহিবলৈ আজ্ঞা দিয়া হ'ল। পাছে যেতিয়া সকলো দোলা আহিল তাৰ পৰা অস্ত্ৰধাৰী সৈন্য বিলাক ওলাই একেবাৰে নগৰ অধিকাৰ কৰি ৰজাক বন্দী কৰিলে। কোনোএ কয় বোলে সেই ৰজাক বন্দী কৰি গৌড় দেশলৈ লই গল। আৰু কোনোএ কয় বোলে তেওঁক মাৰিলে। আৰু কোনোএ কয় বোলে ৰজা প্ৰাণ ৰাখি পলাই গ'ল। সেই বিলাক যেই বা নহওক এইটি নিশ্চয় যে মুসলমান-বিলাকে সেই নগৰ অধিকাৰ কৰিলে নীলাম্বৰ ৰাজ্য ভ্ৰষ্ট হ'ল। আৰু ১৪২০ শঁকত কমতাপুৰত মুসলমানৰ জয়পতকা উঠিল। পাছে এনেহে হ'ল যে যি কমতাপুৰ ১২ বছৰ ৰণ কৰিও মুসলমান বিলাকে ল'ব পাৰা নাইকিছিল তাৰ এতিয়া নামেই নাই আৰু চিনো নাই। ইয়াৰ পাছে মদন চন্দন নামে দুই ভাইয়েক কমতাপুৰৰ ওচৰতে এক নগৰ কৰি কেইবা বছৰমান ৰাজত্ব কৰে।

গুৰুজনৰ কথা চৰিত্ৰ নামে এক গদ্য পুথীত এইৰূপে লেখিছে। কমতাপুৰত দুৰ্ল্লভ নাৰায়ণ নামে এজনা ৰজা আছিল।* মহানন্দা বা মহানদীৰ সিপাৰে ধৰ্ম্মনাৰায়ণ নামে গৌড় দেশৰ ৰজাৰে সইতে দেশ লোৱাৰ নিমিত্তে তেওঁৰ ঘোৰ যুদ্ধ হইছিল। কেইবা দিনো যুদ্ধ হই অনেক লোক নষ্ট হ'ল। পাছে দুইও জনে এদিনা ৰাতি স্বপ্ন দেখি

* এই দুৰ্ল্লভ নাৰায়ণ কোন বংশৰ ৰজা তাৰ নিৰ্ণয় নাই। কোনোএ কয় পাল বংশৰ কোনোএ কয় জীতাৰী বংশৰ।

তাৰ পাছদিনা দুইও সখি কৰি সন্ধি কৰিলে। আৰু গৌড়েশ্বৰে দেশৰ বয় বাৰ্ত্তা লই থাকিবলৈ সাত ঘৰ ব্ৰাহ্মণ আৰু সাত ঘৰ শূদ্ৰ দিলে। এইকেইজনৰ প্ৰধান বাৰ জনক বাৰভূঁয়া বোলে। ব্ৰাহ্মণ সাতজনৰ নাম এই :—কৃষ্ণ পণ্ডিত, ৰঘুপতি, ৰামবৰ, লোহাৰ, বয়ন, ধৰম আৰু মথুৰা। কায়স্থ সাতজনৰ নাম এই এই :—হৰি, শ্ৰীহৰি, শ্ৰীপতি, শ্ৰীধৰ, চিদানন্দ, সদানন্দ আৰু চণ্ডীবৰ। এই সকলোৰে মাঝত চণ্ডীবৰক বড় বিদ্যাৱন্ত আৰু বুদ্ধিমান দেখি গৌড়েশ্বৰে তেওঁকে শিৰোমণি ভূঁয়া পাতিলে। আৰু এই বুলি কলে বোলে সখিৰ দেশত ভালে থাকিবা আৰু বছৰি একোবাৰ আহিবা। এই চণ্ডীবৰ দেবী পূজক আছিল গুণে তেওঁৰ আৰু এটি নাম দেবীদাস। এইজনা ধৰ্ম্মনাৰায়ণ গৌড়েশ্বৰ কৰ তাৰ একো নিৰ্ণয় কৰিব নোৱাৰি। কিয়নো যি সময়ত এই ঘটনা হয় সেই সময়ত গৌড়দেশ মুসলমান ৰজাৰ অধিকাৰ আছিল। মহানদীৰ ওচৰত ৰণ হোৱাক চাই হলে বঙ্গাল দেশৰ উত্তৰ ফালৰ অৰ্থাৎ পুৰণীয়া অঞ্চলৰ ধৰ্ম্মনাৰায়ণ কোনো সামান্য ৰজা হ'ব পায়। গৌড়দেশত মুসলমান বিলাকৰ আধিপত্য হোৱাত কোনো হিন্দু ক্ষুদ্ৰ ৰজাই গৌড়েশ্বৰ নাম লই সেই ক্ষুদ্ৰ প্ৰদেশ শাসন কৰিছিল। চণ্ডীবৰ, ৰামবৰ, লোহাৰ, বয়ন নামৰ দ্বাৰাও সেইটি অনুভব হয়। বিশেষ ব্ৰাহ্মণ থাকোঁতে কায়স্থ চণ্ডীবৰক শিৰোমণি ভূঁয়া পতাত সেই কায়স্থ কেইজন বিখ্যাত "লালা কায়েথ" এনে মনে ধৰে।*

দুৰ্ল্লভ নাৰায়ণে নিশ্চয়ে জানিছিল যে চুবুৰীয়া কোঁচবিলাকৰ পৰা তেওঁৰ ৰাজ্যৰ বিপ্লৱ হ'ব। সেই নিমিত্তে দূৰণি ঠাইত এই নকৈ মিত্ৰ কৰি পোৱা মানুহ খিনি পাতিবলৈ ইচ্ছা কৰি বড় নদী আৰু হাজোৰ মাঝতে লেঙ্গা মাগুৰীত বেটী, বন্দী, মাটি বাড়ী দিলে।† ইয়াত সেই

---

* যুদ্ধ কৰিবলৈ আহোঁতে ই যে লোক দিলে এনেতে এনে অনুমান হয়, যে সেইসকল ৰজাৰ লগত অহা কোনো সেনাপতি হব পায়।

† এই দূৰণি ঠাইত এই বীৰপুৰুষ কেইজনে থাকি দেশ সুখীয়া কৰিব পাৰিব তেওঁৰ এই আশা আছিল।

সকল ছমাহমান ক্ষেতি কৰি খাই বই থাকিল। পাছে আটাই কেইওজন ভূঁয়াই আপনাৰ পৰিয়াল বিলাকক আনিবলৈ গ'ল। দেশৰ পৰা ঘুৰি অহাত সেই গৌড়েশ্বৰে শিৰোমণি চণ্ডীবৰক ক্ৰোধ কৰি বন্দী কৰি থ'লে। এইৰূপে কিছুদিন থকাত কাশীৰ এজন পণ্ডিত সেই ৰজাৰ দেশলৈ আহিল। এওঁয়ে সইতে বাদ কৰিবলৈ কোনো মানুহ নাইকিয়াত তেওঁ ঘুৰি যাবৰ সময়ত চণ্ডীবৰৰ বুজ পাই তেওঁক ৰজাৰ দ্বাৰা কাৰাগাৰৰ পৰা মুক্ত কৰালে। তাৰ পাছে দুইও বাদ কৰিলত কাশীৰ পণ্ডিত পৰাস্ত হই ভটিয়াই গ'ল। গৌড়েশ্বৰ ধৰ্ম্মনাৰায়ণ ৰজাই সন্তোষ পাই বটা বাহন দি চণ্ডীবৰ প্ৰমুখ্যে ভূঁয়া সকলক নাও মাঝি দি কামৰূপত থোৱালে। পাইমাগুৰী গাঁওত আকৌ তেওঁবিলাক থাকিল। এবাৰ ব্ৰহ্মপুত্ৰৰ জান এটা বাউসী পৰগণাৰ গন্ধৰ্ব্ব ৰায় চৌধুৰীয়ে বন্ধোৱাত জান নৰয়। পাছে চণ্ডীবৰে বড় প্ৰবন্ধেৰে সেই জান বন্ধোৱাত জল ৰ'ল। ইয়াতে ৰাইজে সন্তোষ হই চণ্ডীবৰক আশীৰ্ব্বাদ কৰিলে। কিছুমান দিনৰ মূৰত তেওঁৰ এটি পুত্ৰ হোৱাত তেওঁৰ নাম ৰাজধৰ থলে। ভূঁয়া সকলে সেই ঠাইত ৰজাৰ সুখ দুঃখ চাই থকাত আঘোন মাহত ভোটৰ উপদ্ৰৱ হ'ল। গন্ধৰ্ব্ব ৰায় পলাই দক্ষিণ পাৰলৈ আহিল। আন আন অনেক লোকৰ লগত ৰাজধৰক ভোটে ধৰি নিলে। কিন্তু চণ্ডীবৰে খেদি গই সকলোকে উদ্ধাৰ কৰি আনিলে। ভোটইঁতে এই কথাত বড় ক্ৰোধ কৰাত ৰাইজে কলে বোলে আমি ভোটৰ দ্ৰোহী নহওঁ। এই আলচ শুনি ভূঁয়া সকলে বিৰক্তি পাই বুলিলে আমি যাৰ হিত চিন্তিলোঁ সেইয়ে যেতিয়া আমাৰ প্ৰতি ইমান অসজ আলচ পাতিলে এই দেশত থকা ভাল নহয়। ইয়াৰ পাছত সেই ঠাই এড়ি কাজালি মুখেৰে সোমাই ভলুকা গুৰীত কিছু দিন থাকি উত্তৰ পাড়ে কুঠাৰ ডুৰী ফোঁটা শিমলুতলত ৰ'ল গই। তাতো আছল পাই শিঙ্গাবিৰ ওচৰে ৰটাত চাৰি কোঁট মাৰি থাকিল। কিছু দিনৰ মুৰত ভোটে ইয়াত আক্ৰমণ কৰাত তিন দিন যুদ্ধ কৰি ভোটক হৰুৱালে। এই সময়তে চণ্ডীবৰৰ মৃত্যু হ'লত ৰাজধৰ শিৰোমণি ভূঁয়া হ'ল। এই ৰাজধৰেই শঙ্কৰদেৱৰ প্ৰপিতামহ। যি কোঁচ জাতিৰ ভয়ত দুৰ্ল্লভ নাৰায়ণে দুৰণিৰ ৰাজ্য ৰাখিবলৈ বাৰ ভূঁয়াক পাতিলে সেই জাতিৰ

মানুহ বিলাকৰ পৰাক্ৰম ক্ৰমে বাঢ়ি অহাত দুৰ্ল্লভৰ আশা নিৰাশ হ'ল। এতেকে আমি এতিয়া সেই জাতি মানুহৰ বিবৰণ সংক্ষেপে লেখোঁ।*

---

* চণ্ডীবৰ প্ৰমুখ্যে ভূঁয়া সকল এই দেশলৈ অহাৰ সময় ১২২০ শঁক অনুমান হয় অৰ্থাৎ চুকাফা ৰজা সৌমাৰ দেশলৈ অহাৰ প্ৰায় কিছু বছৰ পূৰ্ব্বে আহে কিন্তু সেই সময়ৰ ইতিহাস যেনে অস্পষ্টতাৰ পৰা প্ৰকৃত সময় পোৱা বড় কঠিন—ৰাজধৰ শিৰোমণি ভূঁয়া হবৰ সময় ১২৫০।৬০ শঁক অনুমান হয়।

## চতুর্থ অধ্যায়

অসম দেশ আৰু বঙ্গাল দেশৰ উত্তৰপূৰ্ব্ব অঞ্চলত পৰ্ব্বতৰ দাঁতিত এতিয়াৰ দৰে অনেক আদিবাসী অসভ্য মানুহ আছিল। সেই শ্ৰেণীৰ আন আন জাতিৰ দৰে ইহঁতৰো একোজন প্ৰধান মানুহ থাকিছিল। সেইয়ে সেই সকলৰ ওপৰত গৰাকি। জাতি ভেদে আৰু কাল ভেদে এই গৰাকিৰ বেলেগ বেলেগ নাম।

বঙ্গাল দেশৰ উত্তৰ পূৰ্ব্ব অঞ্চলত কোঁচ* নামে এজাতি মানুহ বাস কৰিছিল। এই জাতিৰ মানুহ অসম দেশৰ সকলো ঠাইতে পোৱা গলে সেই ঠাইত ইহঁতৰ বড় প্ৰভাৱ আছিল। প্ৰকৃতিৰ এনে নিয়ম দেখা গইছে যে প্ৰায় জাতিৰ লোকেই এবাৰ এবাৰ এই সংসাৰত প্ৰধান হয়। এই প্ৰধান হবৰো আদি কাৰণ এই যে ক্ৰমে সেই সকলে পৰস্পৰ মিল হোৱাৰ নিমিত্তে সিহঁতৰ সকলো প্ৰকাৰৰ বল অধিক হয়। যেইকি প্ৰকাৰে নহওক সেই ঠাইৰ কোঁচবিলাকৰ শক্তি ক্ৰমে বৃদ্ধি হোৱাত সিহঁতে ক্ৰমে ৰাজ্য বিস্তাৰিবলৈ ধৰিলে। যি কালত কমতাপুৰৰ শ্ৰীভ্ৰষ্ট হবলৈ ধৰে সেই কালত সেই ফালৰ কোঁচ কুলীয়া "হাজো" "হাজি" বা "হাথিয়া" নামে এজন প্ৰধান লোক আছিল। সেই-জনেই সেই বিলাকৰ মাঝত প্ৰধান অথবা ৰজা আছিল। হাজোৰ হিৰা আৰু জিৰা নামে দুজনী জীয়েক আছিল। সেই দুইও জনী আবিয়ৈ হই থকাত সিহঁতৰ দুইৰো দুটি ল'ৰা অলপ আগ পাছকৈ হ'ল। এনেৰূপে জনশ্ৰুতি আছে বোলে সেই দুৰ্যশৰ কাৰণ হোৱাত এদিন হাজীয়ে চিন্তা কৰি থকাত এনে দৈববাণী হ'ল বোলে তেওঁৰ জীয়েক দুজনীত শিৱৰ সংসৰ্গৰ পৰা সেই সন্তান হইছে।† হিৰাৰ পুতেকৰ

---

* কাৰো কাৰো মতে মেছ বা কছাৰী।

† এই কথা যে বিশ্বাস কৰিব নোৱাৰি এইটো কোনে নপতিয়াব? সকলো দেশৰ যি ৰজা সকলৰ হীন জাতি বা কুলৰ পৰা উৎপত্তি বা জন্মৰ বিষয়ে যাৰ সংশয় সে

নাম শিশু আৰু জিৰাৰ পুতেকৰ নাম বিশু আছিল। ক্রমে এই দুই ল'ৰা ডাঙ্গৰ হই বৰ পৰাক্রমী হ'ল। আৰু অনেক ঠাই কৰতলীয়া কৰি ল'লে। বিশুয়ে বিশ্বসিংহ নাম লই সেই জাতিৰ ৰজা হ'ল। আৰু শিশুয়ে শিৱসিংহ নাম লই ডেকা ৰজা হ'ল। এই দুইওজনে ক্রমে ওচৰৰ লোক সকলক পৰাজয় কৰি ১৪২০।৩০ শঁকৰ ভিতৰত কমতাপুৰ নগৰ ল'লে। আৰু শিৱবংশী নৰপতি বুলি প্রসিদ্ধ হল। তেওঁবিলাকৰ নিজ কুলৰ লোক সকলে ৰজা যি বংশৰ বা কুলৰ সেই কুলৰ হোৱাৰ নিমিত্তে ৰাজবংশী বুলি কবলৈ ধৰিলে। সেই কাৰণেই কেতবিলাক বিশেষকৈ ভাটী ফালৰ কোঁচবিলাকে ৰাজবংশী বুলি কয়।

বিশ্বসিংহ ৰজা হই বড় প্রতাপেৰে ৰাজ্য পালিবলৈ ধৰিলে। কমতাপুৰ নগৰ লই আৰু আন আন মেছ আৰু কোঁচ কুলীয়া সৰু সৰু ৰজা বিলাক পৰাস্ত-কৰাত তেওঁৰ অনেক শক্র হল। সেই সকলক ক্রমে দমন কৰি ৰজা আৰু তেওঁৰ ভ্রাতৃ দুইও উজাই গুৱাহাটীৰ ফালে আহিল। এদিনা দুইও ভায়েক নিমিত্তে নীলাচল পৰ্ব্বতলৈ গ'ল। এতিয়া যেনে সেই পৰ্ব্বত বহু মানুহৰ থকা ঠাই হইছে তেতিয়া তেনে নাছিল। অতি সামান্য মেছ বা কোঁচকুলৰ কেইঘৰমান মানুহ মাথোন তাত আছিল। বিশ্বসিংহ আৰু শিৱসিংহ দুইও ভায়েক লগৰ মানুহ বিলাকক হেৰুৱাই সেই মেছ গাওঁলৈ যোৱাত কোনো মুনিহ মানুহৰ লগ নেপালে। অকল বুঢ়ী এজনীৰ লগ পালে। এজোপা বড় বট গছৰ ছাত তাই জিৰাইছিল। তাতে এটি ভেঁটী আছিল। অতিশয় পিয়াহত ৰজাই সেই বুঢ়ীৰ পৰা শুশ্রূষা পালে। আৰু সেই গছৰ তলৰ ভেঁটীৰ কথা সোধাত বুঢ়ীয়ে সিহঁতৰ দেৱতা বুলি কলে। আৰু ৰজাই লগৰ

---

সকলে কোনো দেৱতা বা শ্রেষ্ঠ লোকৰ সন্তান বুলি কয়। সেইৰূপে এই সকলেও সেইৰূপ কথা প্রচাৰ কৰিছিল। এনেটোহে ঠাৱৰ যে সেই দেশত ভ্রমি ফুৰা কোনো সন্ন্যাসীৰ পৰা সেই দুজন লৰা হয়। প্রায় সন্ন্যাসীবিলাকৰ আৰাধ্য দেৱতা শিৱ সেইনিমিত্তে সেই ৰজাও শিৱবংশ নামে বিখ্যাত হ'ল। তেনে নহলে ৰজাৰ প্রতি ভক্তি তিমান নহলহেঁতেন।

লোক সকলক শীঘ্ৰে পাবলৈ তাতে প্ৰাৰ্থনা কৰাত তাৰ অলপতে লোক সকল পালেহি। সেই দেৱতাৰ মহিমা জানি ৰজাই সকলো বিবৰণ সুধিলত তাত পূজা কৰাত গাহৰি আৰু কুকুৰা কাটী বলি দিয়া আৰ উপচাৰত তিৰোতাই পিন্ধা সাজ কাপৰ দিয়া শুনি শক্তিপীঠ বা শক্তি স্থান জানি তেওঁ এই সংকল্প কৰিলে যদি তেওঁৰ দেশ সুথিল হয় আৰু ৰাজ্য নিষ্কণ্টকে পায় তেনে হলে সোণৰ মন্দিৰ নিৰ্ম্মাণ কৰাই দিব। ৰজা নিজ দেশলৈ অহাৰ পাছত ক্ৰমে দেশ সুথিল হ'ল। আৰু সকলো পণ্ডিতক মতাই আনি সেই দেৱতাৰ ঠাইৰ বিষয় অনুসন্ধান কৰাত কামাখ্যাৰ পীঠস্থান বুলি জানিলে। পূৰ্ব্বৰ প্ৰতিজ্ঞা পালিবলৈ ৰজাই সেই গছ কটাত তাৰ তলত কামাখ্যাৰ পীঠ ওলাল। এইৰূপে যোগিনী তন্ত্ৰ আৰু আন আন পুৰাণ ঠাই ৰজাই তাত থকা প্ৰায় সকলো পীঠ উলিয়ালে। কামাখ্যাৰ মন্দিৰৰ তলৰ ভাগো মাটিৰ তলৰ পৰা ওলাল। ৰজাই সেই তল খণ্ডৰ ওপৰতে মন্দিৰ কৰি দিলে আৰু সোণৰ মন্দিৰৰ সলনি প্ৰতিখন ইটাত এক ৰতি সোণ দিলে।

এই কথা কেৱল ইয়াৰ সদৃশ আন আন কথাৰ দৰে ভালকে পতিয়াব নোৱাৰা কথা মাথোন। অতি পূৰ্বকালৰ আৰ্য্য জাতিৰ ৰাজত্বৰ সময়ত সেই মন্দিৰ আছিল। ইয়াৰ মাজতে বৌদ্ধধৰ্ম্ম প্ৰবল হোৱাত কামৰূপ ৰাজ্যৰ ৰাজধানী গুৱাহাটীৰ পৰা ভাটীয়াই যোৱাত আৰু উজনি খণ্ডৰ ৰাজধানী উজনিত হোৱাত মন্দিৰৰ প্ৰতি ৰজাৰ চকু গুছিল। আৰু লোকৰো দেবীৰ প্ৰতি আস্থা হ্ৰাস হোৱাত মন্দিৰ ভাগি ছিগি গ'ল। তাৰ ওপৰত গছ গজিল। বিশ্বসিংহ ৰজাৰ দিনত আকৌ সেই মন্দিৰ প্ৰায় নকৈ কৰা হ'ল।

বিশ্বসিংহ ৰজাই হিন্দুধৰ্ম্ম লই সেই ধৰ্ম্মৰ প্ৰতি শ্ৰদ্ধা আৰু যত্ন প্ৰকাশ কৰিলে। কোঁচবিহাৰৰ পৰা কেত বিলাক ব্ৰাহ্মণ কামাখ্যাৰ আৰু আন আন যি দেৱতাৰ মন্দিৰ সেই সময়ত উলিওৱা বা প্ৰতিষ্ঠা কৰা হ'ল তাৰ সেৱাপূজা চলাবলৈ পঠালে। কান্যকুব্জ, মিথিলা, নবদ্বীপ, কাশী, গৌড় প্ৰভৃতি প্ৰধান নগৰৰ পৰা ব্ৰাহ্মণ সকলক মতাই আনি পুৰাণ তন্ত্ৰ ইত্যাদি চৰ্চ্চিবলৈ ধৰিলে। আপুনি দেবীৰ উপাসক হ'ল। আৰু

আপোনাৰ পালক শক্তি বুজাবলৈ তেওঁৰ সন্তান বিলাকৰ "নামৰ শেষত নাৰায়ণ" নাম দিলে।*

বিশ্বসিংহ ৰজাৰ উজনিৰ ৰাজ্য আহোম বিলাকে আক্ৰমণ কৰাত তেওঁয়ে সৈন্য পঠাই যুদ্ধ কৰিছিল। আৰু দূৰৈ সীমাত সদাই ৰণ বিগ্ৰহ হই নেথাকিবলৈ আহোম বিলাকে সইতে সন্ধি কৰে। ৰাঙ্গলুগড় তেতিয়া বেহাৰৰ ৰজাৰ পূৰ্ব্ব সীমা আছিল।

১৪৫০ শঁকত (খৃঃ ১৫২৮) বিশ্বসিংহ ৰজা স্বৰ্গী হয়। এইজনা ৰজাই দেশৰ শান্তি ৰক্ষাৰ নিমিত্তে অতি যত্ন কৰিছিল। এই দেশৰ পৰ্ব্বতৰ দাঁতিৰ ডিমৰুৱা, বেলতলা, ৰাণী, লুকি বগাই, পান্তান, বকো, বনগাঁও, মৈৰাপুৰ, ভোলাগাঁও, ছয়গাঁও, বড়নগৰ, দৰঙ্গ, কৰইবাৰী, আটীয়াবাৰী, কামতাবাৰী আৰু বলৰাম পুৰত যি যি মুখ্য লোক আছল সেই সকলকে কৰতলীয়া কৰিলে। আৰু মুগা, কপাহ, তাম, ৰাঙ্গ, সেতু শিহ, ৰূপ, সোণ, লো, কাচ, মাটি, লোণ, সুৰগা প্ৰভৃতি যি দেশৰ যি বস্তু তাকে কৰ লই বশবৰ্ত্তী কৰিলে। ভোটবিলাকে সদাই উপদ্ৰৱ কৰি থাকিছিলহি দেখি দেৱাধৰ্ম্মা ৰজাই সইতেও সন্ধি কৰিলে। দাঁতি পাড়ে ঠাইয়ে ঠাইয়ে উজীৰ, লস্কৰ ভূঁয়া, বড়ুৱা প্ৰভৃতি উপাধিৰে শান্তিৰক্ষক নিয়োজন কৰিলে।

বিশ্বসিংহৰ ১৮ জনা কোঁৱৰ। তাৰ নৰনাৰায়ণ সকলোতকৈ ডাঙৰ। এওঁয়েই সিংহাসনত উঠিল। এওঁৰ তলতীয়া ভায়েক চিলাৰায় বা শুক্ল-ধ্বজ দেৱান বা সেনাপতি হ'ল। ই কেইজনা কোঁৱৰৰ নাম বড় প্ৰখ্যাত নাই। নৰনাৰায়ণ ৰজাই শঙ্কৰদেৱৰ ভ্ৰাতৃ ৰামৰায় আতা বা ৰামৰায় বড়ুৱাৰ জীয়েক কমলপ্ৰিয়া আপীক বিয়া কৰালে।† সেই বিয়া যি ঠাইতে হ'ল তাক এতিয়াও ৰামৰায় কুঠি বোলে। অদ্যাপি ইয়াত এক সত্ৰ আছে। আৰু এই সত্ৰ এতিয়াৰ গুৱালপাড়া জিলাৰ ঘুল্লা পৰগণাত পড়িছে।

---

* এই বংশৰ কোঁৱৰ কি ৰজা যেইকি নহওক সকলোয়েই নামৰ শেষত "নাৰায়ণ" নাম লয়। এতিয়ালৈকো এই নিয়ম চলিব লাগিছে।

† কোনোএ কয় বোলে শুক্লধ্বজে বিয়া কৰালে।

নৰনাৰায়ণ ৰজা অতি যোদ্ধাৰু আছিল। পিতৃ ৰজাৰ দিনত যিবিলাক মানুহ দমন নোহোৱাকৈ আছিল সেই সকল দমন কৰিলে। এওঁৰ শৰীৰতো বড় বল আছিল। ভাটীৰ ফালৰ পৰা যিবিলাক মাল আহিছিল সেই বিলাককে পৰাস্ত কৰিছিল। আৰু শত্ৰুক দমন কৰিবলৈ তেওঁৰ দেশৰ লোক সকলৰ মল্লযুদ্ধ শিক্ষাৰ প্ৰতি বিশেষ মন দিছিল। এই কাৰণে তেওঁৰ আৰু এটা নাম মল্লনাৰায়ণ আছিল। পুথী ইত্যাদিত এই মল্লনাৰায়ণ নামহে প্ৰকাশ আছে। শঙ্কৰদেৱ আৰু মাধৱদেৱ কৰা ভটীমা পুথীত আৰু পুৰুযোত্তম বিদ্যাবাগীশৰ ১৪৯০ শঁকত কৰা ৰত্নমালা ব্যাকৰণত নৰনাৰায়ণ ৰজাৰ মল্লনাৰায়ণ বা মল্লদেৱ নামহে প্ৰখ্যাত। এইজনাৰ দিনত দেশৰ হিতকৰ অনেক কাৰ্য্য হইছিল। কমল নাৰায়ণ নামে এজনা কোঁৱৰে ভোটৰ আৰু আমাৰ সীমাত ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে এটা আলি কৰিলে। সেই আলিৰ নাম "গোঁহাই কমলৰ আলি।" তাৰ চিহ্ন এই পৰ্য্যন্ত অনেক ঠাইত আছে। উজনি লক্ষীমপুৰৰ পৰা জলপাইগুৰীৰ ভাটীলৈকে অনেক ঠাইত এই আলিৰ চিহ্ন এতিয়ালৈকে আছে। দুৰ্ল্লভ নাৰায়ণৰ তলতীয়া সজন বা সুজন গ্ৰামত পণ্ডিত ৰামখাঁ ভূঁয়া নামে এজনা ৰজা আছিল। তেওঁ তলে তলে দ্ৰোহ আচৰিবলৈ ধৰিছিল। কিন্তু ভয় পাই পলাই গ'ল।

১৪৭৫ শঁকত ( খৃঃ ১৫৫৩ ) বঙ্গাল দেশৰ নবাব সলিমানৰ সেনাপতি কালাপাহাৰ* এই ফালে দিগ্বিজয় কৰিবলৈ আহে। কোঁচবেহাৰৰ ৰজাই সেই ৰজাই সইতে সন্ধি কৰিলে। কিন্তু কালাপাহাৰৰ ৰাজ্য জয় কৰাতকৈ হিন্দুধৰ্ম্ম নষ্ট কৰাই প্ৰধান উদ্দেশ্য থকাত নৰনাৰায়ণ ৰজাই সইতে সন্ধি কৰি উজাই আহিল। ৰজাই মুসলমান সেনাপতিৰ আক্ৰমণৰ প্ৰতি বাধা দিয়া ভাল নেদেখি তেনেই থাকিল। ইফালে তেওঁ আহি নীলাচলৰ কামাখ্যাৰ আৰু আন আন অনেক মন্দিৰ নষ্ট কৰিলে। ইয়াৰ চিন

---

* কালাপাহাৰৰ এই দেশত পোৰাসুঠাৰ, পোৰা কুঠাৰ, কালা সুঠান বা কাল যৱন নাম প্ৰচলিত আছে। এওঁ ধৰ্ম্মবিদ্বেষী বুলি এতিয়ালৈকে মানুহে কয়। কালাপাহাৰৰ আক্ৰমণৰ বিবৰণ গুৰু ভটীমাত আছে।

অদ্যাপিও নীলাচল মন্দিৰত আছে। গুৱাহাটীৰ পৰা কালাপাহাৰ ভটীয়াই লুইতেৰে গ'ল।

কামৰূপৰ যিমান মাটী আৰু গৃহস্থ আছে তাৰ সংখ্যা কৰিবৰ নিমিত্তে নৰনাৰায়ণ ৰজাই যত্ন কৰিছিল। গৌড় দেশৰ নৱাবে সইতে সন্ধি কৰিবলৈ তেওঁৰ বড় ইচ্ছা আছিল। কিন্তু নানা কাৰণত তাক কৰিব নোৱাৰিলে। ভোটান ৰাজ্যে সইতে সদাই দ্রোহ লাগি থকাত সন্ধি কৰিলে। এওঁৰ ধৰ্ম্মৰ প্ৰতি বিশেষ মন আছিল। শঙ্কৰ আৰু মাধৱে বৈষ্ণব ধৰ্ম্ম প্ৰচাৰ কৰোঁতে দেশত তেওঁবিলাকৰ অনেক শত্ৰু হই ৰজাৰ আগত অনেক বেয়া কথা কই থকাত তেওঁবিলাকক ধৰাই নি কথা বাৰ্ত্তা হোৱাৰ পাছত সেই ধৰ্ম্মৰ প্ৰতি ইমান বিশ্বাস হল যে তেওঁ শঙ্কৰত শৰণ লবলৈ মন কৰিছিল। শঙ্কৰে ৰজাৰ গুৰু নহওঁ বুলি প্ৰকাশ কৰাত তেনেই থাকিল। তাৰে কিছু দিনৰ পাছত ১৪৯১ শঁকত শঙ্কৰৰ মৃত্যু হয়।

নৰনাৰায়ণ ৰজা বিদ্যাৰ বড় উৎসাহদাতা আছিল। এওঁৰ দিনতে শঙ্কৰে আৰু মাধৱে কীৰ্ত্তন, দশম, ঘোষা, ৰত্নাবলী আৰু আন আন পুথী কৰে। পুৰুষোত্তম বিদ্যাবাগীশে ৰত্নমালা ব্যাকৰণ কৰে। আৰু ৰাম সৰস্বতী বা অনন্ত কন্দলী নামে এজন পণ্ডিতে ভাগৱত পুৰাণ ইত্যাদি দেশীয় ভাষাত ভাঙ্গে। এইসকলক এড়িও আন আন অনেক পণ্ডিতে অনেক পুথী কৰে। সেই সকলকে এইজনা ৰজাই বড় উৎসাহ দিছিল।

এইজনা ৰজাৰ দিনতো আহোম বিলাকৰ বিপক্ষে কেইবাবাৰো সৈন্য পঠোৱা হইছিল। কেইও বাৰো আহোমবিলাক প্ৰায় পৰাস্ত হইছিল। এবাৰত ৰজাৰ ভ্ৰাতৃ চিলাৰায় আহিল। হিন্দু ৰজাই বামুণ নেমাৰে জানি আহোম বিলাকে অনেক শূদ্ৰাদি লোকক লগুন পিন্ধাই আৰু গৰুত তুলি ৰণ সমুখ কৰি দিলত চিলাৰায় উভতি গ'ল।* পাছ বেলি ১৪৮৫

---

* এই যুদ্ধতেই আক্ৰমণকাৰী সৈন্য দলৰ কোনোৰ থাউনি নাটনি হোৱাত ঘোঁড়াৰ মাংস খাই প্ৰাণ ৰাখিছিল। সেই সকল লোক ঢেকেৰী প্ৰদেশৰো ৰজাৰ সৈন্যদলৰ ভিতৰৰ। সেই কাৰণে আহোমে ঢেকেৰী প্ৰদেশৰ লোকক "ঘোঁড়া খোৱা ঢেকেৰী" বুলি হাঁহে। আহোমে বেঙ্গ খায় সেই কাৰণে আহোমক "বেঙ্গ খোৱা" বুলি ই পক্ষে হাঁহে।

শঁকত আকৌ চিলাৰায় আহি যুদ্ধ কৰাত আহোম বিলাক ঘাটিল। আৰু সোন্দৰ গোঁহাই প্ৰভৃতি কেতবিলাক মানুহ বন্দী দিয়াত সেই সকলক লই চিলাৰায় নিজ দেশলৈ গ'ল। কিছুমান বছৰৰ পাছে এদিন ৰজাই সইতে সোন্দৰ গোহাঁই পাশা খেলাত জিকাত সেই মানুহ বোৰ উভতি আহিল। আহোম বিলাকৰ কথা লেখাত এই বিষয় বিশেষকৈ লেখা যাব।

কালাপাহাৰে কামাখ্যাৰ মন্দিৰ ভঙ্গাৰ পাছত এইজনা ৰজাৰ দিনতে সেই মন্দিৰ পুনৰায় নিৰ্ম্মাণ কৰা হ'ল। ইয়াক সাজোঁতে প্ৰায় (১০) দশ বছৰ লাগে। এই কাৰ্য্যত চিলাৰায় বা শুক্লধ্বজৰে বিশেষ যত্ন আছিল। ১৪৮৭ শঁকত মন্দিৰ সমাপ্ত হয়। এজন হিন্দুস্থানী লোকৰ দ্বাৰা এই মন্দিৰ নিৰ্ম্মাণ হয়। কামাখ্যাৰ মন্দিৰৰ ভিতৰৰ যি ঠাইত চলন্তা দেবী আছে, তাতে নৰনাৰায়ণ আৰু চিলাৰায় দুইও জনাৰ দুটি প্ৰতিমূৰ্ত্তি আছে। কামাখ্যাৰ পূজা চলাবৰ নিমিত্তে এই জনা ৰজাই নিজ দেশ কোঁচবেহাৰৰ পৰা বামুণ আনি পাতিছিল। তাৰে কেন্দু কলাই নামে পূজাৰি বাপুৰ কথা সকলোয়ে জানে। নীলাচলৰ পূব দুৱাৰমুখতে কেন্দু কলাই বাপুৰ মূৰ ছিগাৰ মূৰ্ত্তি আজিলৈকে আছে। এতিয়াও নীলাচলৰ যি কেই ঘৰ বামুণ আছে তাৰ অনেকেই এই বাপুৰ বংশ নাতি মাথোন।*

* এনে এটি কথা প্ৰচাৰ হই আছে বোলে কেন্দু কলাই বাপুয়ে যেতিয়া গধূলী গোঁসানী পূজা কৰি ঘণ্টা বজায় তেতিয়া গোঁসানীয়ে আহি নাচে। নৰনাৰায়ণ ৰজাই এই কথা বুজ পাই আৰু দেবীক চৈতন্য ৰূপে দৰ্শন পাবলৈ ইচ্ছা কৰি বাপুত কোৱাত বাপুয়ে ৰজাক এই উপদেশ দিলে যে গধূলী যেতিয়া তেওঁৰ ঘণ্টাৰ মাত শুনিব তেতিয়া তেওঁ নাট মন্দিৰৰ কুন্দ্ৰাক্ষৰ জলাৰে চাব দেবী দৰ্শন পাব। এদিন কোৱা সময়ত সেইৰূপ ঘণ্টা বজাত ৰজাই সেই জলাৰে সেই মন্দিৰৰ ভিতৰলৈ চোৱাত ৰজাৰ চকুয়ে দেবীৰ চকুএ পড়িল। গোঁসানীয়ে তাত লাজ পাই ক্ৰুদ্ধ হই কেন্দু কলাই বাপুৰ মূৰ ছিগি পেলালে আৰু ৰজাক শাপ দিলে বোলে তেওঁৰ আৰু তেওঁৰ বংশৰ কোনো লোকে দেবীদৰ্শন দূৰৈত থাওক নীলাচল পৰ্ব্বতৰ ফাললৈকে চাব নেপায়। চালে মূৰ ছিগিব। তেতিয়াৰে পৰা আৰু গোঁসানী পূজাৰ সময়ত ওলাবলৈ এড়িলে আৰু শিৱবংশী

এক সময়ত নৰনাৰায়ণ ৰজাক শনিএ পোৱা বুলি জ্যোতিষীয়া সকলে কোৱাত ৰজাই ভায়েক চিলাৰায়ক ৰাজ্যত প্ৰতিনিধি থই ছদ্মবেশ ধৰি প্ৰায় এবছৰ মান দেশ ভ্ৰমণ কৰি নিজ দেশলৈ উভতি আহে। অসম ৰজাৰ এটা শুক্ল বৰ্ণৰ হস্তী আছিল। সেই হস্তীৰ প্ৰতি ৰজাৰ ইচ্ছা হই ভায়েকক অসমে সইতে যুদ্ধ কৰিবলৈ পঠালে। যুদ্ধত অসম ৰজা ঘাটিল আৰু চিলাৰায়ে সেই হস্তী ধৰি নিলে। সেই নিমিত্তেই চিলাৰায় দেৱানৰ নাম শুক্লধ্বজ হইছে বুলি প্ৰসিদ্ধ আছে।

ৰজাৰ ভায়েক চিলাৰায়ৰ মৃত্যু হ'ল। তেওঁৰ ৰঘুদেৱ নাৰায়ণ নামে এজন পুত্ৰ আছিল। পুত্ৰ নথকাৰ কাৰণে নৰনাৰায়ণ ৰজাই ৰঘুদেৱক পুত্ৰ লইছিল। কিন্তু ইতি সময়তে তেওঁৰ এটি পুত্ৰ জন্মাত ৰঘুদেৱে ৰাজ্য নেপাব ভাবি তলে তলে দ্ৰোহ আচৰিব খুজিলে। পাছে এই কথা বুঢ়া ৰজাই বুজ পোৱাত ৰঘুদেৱ পলাল। তেওঁ কিছুমান পূৰ্ব্বৰ শত্ৰু লোকে সইতে মিলন হই নগৰ আক্ৰমিবলৈ অহাত বুঢ়াৰজা সসৈন্যে আহিল। স্বৰ্ণকোষ বা সোণকোষ নদীৰ পশ্চিম পাৰে বুঢ়া ৰজাৰ আৰু পূব পাৰে ৰঘুদেৱ ৰজাৰ বাহৰ হ'ল। বুঢ়া ৰজা এদিন পুৱা ঘোঁড়াৰে কিছু সৈন্য লই অহাত ৰঘুদেৱ সসৈন্যে পলাবলৈ উদ্যোগ কৰিলে। নৰনাৰায়ণ ৰজাই ক্ৰোধ কৰি বৰ্ষাডাল নৈৰ মাজলৈ পেলাই দি বড় দুঃখিত হই ক'লে বোলে "ময় ল'ৰাক মাতি নি ৰাজ্য দিবলৈ খুজিছিলোঁ। এনেতো যেতিয়া নাহিল এই নদীয়েই দুইৰো ৰাজ্যৰ সীমা হওক।" তেতিয়াৰে পৰা সোণকোষৰ পশ্চিমে নৰনাৰায়ণ ৰজাৰ

---

কোঁচবেহাৰ, বিজনী, দ'ৰঙ্গ, বেলতলা প্ৰভৃতিৰ ৰজা কি ৰজাৰ পৰিয়ালৰ কোনোয়ে নীলাচলৰ ফাললৈকে পাৰ্য্যমাণ নেচায়।

এইটো মূঠে পতিয়াব নলগীয়া ইয়াক কোনে সুবুলিব? ৰজাক দেবী দেখুৱাব নোৱাৰি কেন্দু কলাই বাপু লাজ পাই অকস্মাৎ পড়িল আৰু মৃগী বা অপস্মাৰ ৰোগ হই পড়ি থকাত ৰজাই বাপুক চাবলৈ যোৱাত বহু বেলিৰ মূৰত চেতন পাই "এই ফল" বুলি ৰজাক দেবী দৰ্শন কৰিবলৈ নিষেধিলে। তেতিয়াৰে পৰা ৰজা আৰু ৰজাৰ পৰিয়াল বিলাকে নীলাচলৰ ফালে তদ্ৰূপ বিপত্তিৰ আশঙ্কাত নেচায়। ছত্ৰৰ দ্বাৰা আড় কৰি যায়।

আৰু পূবে দাকৰাই লৈকে ৰঘুদেৱ ৰজাৰ ৰাজ্য হ'ল। আৰু এইৰূপে সন্ধি কৰা হ'ল।* নৰনাৰায়ণ ৰজাৰ ভাগত সাণকোষ নদীৰ পশ্চিমে কৰতোয়া নদীলৈকে এই খণ্ড মাথোন থাকিল। এই ঘটনা ১৫০৩ শঁকত ঘটে। ৰঘুদেৱ ৰজাই এতিয়াৰ গুৱালপাড়া জিলাৰ পৰ্ব্বত জোয়াৰ পৰগণাত আধুনিক গৌৰীপুৰ নগৰৰ পৰা ১০মাইল দূৰৈত গদাধৰ বা গঙ্গাধৰ নদীৰ ওচৰত নকৈ নগৰ কৰিলে।

এইৰূপে ৰাজ্য কৰি নৰনাৰায়ণ ৰজা ১৫০৬ শঁকত স্বৰ্গী হয়। তেওঁৰ ৰাজ্যত তেওঁৰ পুতেক লক্ষ্মীনাৰায়ণ ৰজা হয়। আৰু এওঁৰ পৰা এতিয়াৰ কোঁচবেহাৰৰ ৰজাৰ ফৈদ বাঢ়ি আহিছে।

ৰঘুদেৱ ৰজা হই তেওঁৰ নগৰতে থাকিল। এওঁৰ দিনত কোনো বিশেষ কাৰ্য্য নহ'ল। মুঠে নগৰখন ভালকৈ পাতিলে। আৰু হাজোৰ হয়গ্ৰীৱ মাধৱৰ মন্দিৰ এইজনা ৰজাদেৱে নিৰ্ম্মাণ কৰা বুলি প্ৰসিদ্ধ। এই ৰঘুদেৱ ৰজাই তেওঁৰ জীয়ৰী এজনী আহোমৰ ৰজাক বিয়া দি মিত্ৰতা কৰিছিল।

আবুল ফাজিলে যেতিয়া আইন আকবৰি ৰচনা কৰে তেতিয়া কোঁচ ৰজাৰ ৰাজ্য যে এনেকৈ ভাগ হইছিল এইটো প্ৰকাশ নাছিল। তেওঁ কোঁচৰ ৰজাক মহা প্ৰতাপী ৰজা বুলিছিল। ইহাৰ কাৰণ কেৱল মুসলমান বিলাকে যেতিয়া এই ফালে আহে তেতিয়া ৰজাই অনেক অশিক্ষিত লোককো সৈন্য হেন দেখুৱাই আগ বঢ়াই পাছে সন্ধি কৰিলে। এই সময়ত মুসলমান বিলাকৰ পৰাক্ৰম ক্ৰমে ক্ৰমে বৃদ্ধি হই অহাত সেই সকলৰ আক্ৰমণৰ আশঙ্কাতে দুইও ঘৰ ৰজা বড় মিলেৰে আছিল।

১৫১৫ শঁকত ৰঘুদেৱ ৰজা হয়। তেওঁৰ পুতেক পৰীক্ষিত নাৰায়ণ ৰজা হ'ল। ইয়াৰ অলপ পাছতে কোঁচবেহাৰ ফৈদৰ লক্ষ্মীনাৰায়ণ ৰজাই সইতে বিৰোধ হোৱাত পৰীক্ষিতে নিজৰ দেশ ৰক্ষা কৰিবৰ অৰ্থে ঢাকাৰ নবাবৰ ওচৰলৈ গ'ল। নৱাবে ৰজাৰ সকলো অবস্থা জানি দুৰ্ব্বল ভাবি

* এতিয়াও আসাম প্ৰদেশৰ প্ৰধান কমিশ্যনৰৰ অধিকাৰ এই স্বৰ্ণকোষ নদীৰ পূৰ্ব্ব পাৰৰ পৰা আৰম্ভ।

সৰহকৈ কৰ খোজাত ৰজাদেৱে ভয় পাই আগ্ৰালৈ গ'ল। আৰু জঁাহাগীৰ বাদসাহাৰ আগত নিজৰ অবস্থা জনাই কোৱাত বাদসাহে হোজা ৰজা দেখি মৰমকৈ এই আজ্ঞা ঢাকালৈ পঠালে বোলে পৰীক্ষিতে যিমান কৰ দিব পাৰে তিমানতে মান্তি হব। ঢাকাত আহি নৱাবক সেই আজ্ঞা দিয়াত নৱাবে তেওঁক সুধিলে কিমান কৰ দিব পাৰিব। আমাৰ হোজা ৰজাদেৱে ৰূপ কি বস্তু তাক ভালকৈ ভু নেপাই ২০ কোটি ৰূপ দিবলৈ সন্মত হ'ল। নৱাবেও তাতে মান্তি হ'ল। তেতিয়া পৰীক্ষিতে মুসলমান কিছুমান সৈন্য লই ঘুৰি আকৌ আহিল তেতিয়া মন্ত্ৰীৰ মুখে ৰূপৰ পৰিমাণ বুঝিবলৈ পাৰি আৰু নিজে দিবলৈ নোৱাৰাত ভয় পাই মন্ত্ৰীক লগ লই আকৌ আগ্ৰালৈ গ'ল। কিন্তু ১৫২৮ শঁকত পাটনাত ৰজাৰ মৃত্যু হয়। দেশৰ প্ৰতি মুসলমানৰ আক্ৰমণ নিবাৰিবলৈ মন্ত্ৰী আগ্ৰালৈ গ'ল। ইতি সময়তে ঢাকাৰ পৰা সৈন্য আহি পৰীক্ষিতৰ দেশ অধিকাৰ কৰিলে। ঢাকাৰ নৱাবে সইতে কৰা সন্ধি মন্ত্ৰীয়ে অন্যথা কৰাই তেওঁ বাদসাহেৰ পক্ষে কানুনগো হই দেশলৈ আহিল।* এই দেশ তেতিয়া চাৰি সৰকাৰত বিভক্ত আছিল। ৰঘুদেৱ ৰজাৰ ৰাজ্য তেতিয়াৰ পৰা দুই ভাগত বিভাগ হ'ল। পূবে মানাহ নদী আৰু পশ্চিমে সোণকোষ নদী ইয়াৰ মাজত যি দেশ খণ্ড সি পৰীক্ষিতৰ পুতেক বিজিত নাৰায়ণে ললে। আৰু মানাহ নদীৰ পৰা উজাই দিকৰাই লৈকে পৰীক্ষিতৰ ভায়েক বলিত নাৰায়ণৰ ভাগত পড়িল। এতিয়াৰ বিজনীৰ ৰজাৰ ফৈদ বিজিত নাৰায়ণৰ সন্তান। আৰু দৰঙ্গৰ ৰজাৰ ঘৰ এই বলিত নাৰায়ণৰ সন্তান।

আগ্ৰাৰ বাদসাহাৰ পৰা যে কবীন্দ্ৰ বড়ুৱা কানুনগো হই আহিছিল তেতিয়াৰ পৰা প্ৰায় কামৰূপৰ এই অংশ মুসলমান বিলাকৰ অধীন হ'ল। ক্ৰমে ৰঙ্গামাটিত এজন মুসলমান নৱাবৰ বাসস্থান হ'ল। ৰজা সকলৰ পৰা নৱাবে কৰ লবলৈ ধৰিলে। আৰু বাঙ্গালদেশত যেনে পৰগণা,

* এতিয়াৰ গুৱালপাড়া জিলাৰ ৰঙ্গামাটিৰ জমিদাৰৰ পূৰ্ব্ব পুৰুষ কবীন্দ্ৰ বড়ুৱাই এই কানুনগো।

মৌজা, কিসমত, তালুক ইত্যাদি ভাগ আৰু চৌধাৰী, পাটগিৰি, মণ্ডল ইত্যাদি বিষয় সিও চলিব ধৰিলে। কানুনগো যি পতা হ'ল তেওঁ ৰঙ্গা মাটিত থাকিবলৈ ধৰিলে। আৰু সেইজনাই নানা উপায়ে অনেক মাটি, গাঁও পৰগণা ইত্যাদি লই পাছে জমিদাৰ নাম পালে। বিজিত নাৰায়ণৰ বংশৰ ৰজা সকল কেবল নাম মাত্ৰ ৰজা থাকিল। মুসলমানৰ কৰতলীয়া হ'ল আৰু কালক্ৰমে বিজনী নামে নগৰ পাতি তাতে থাকিল। তেওঁ নবাবক কৰ দিব লাগিছিল। পাছে সেই কৰৰ ধনৰ পৰিবৰ্ত্তে হাতী দিয়াৰ নিয়ম হ'ল। বঙ্গাল দেশৰ আন আন দেশৰ লগত ১৭৬৫ ইংৰাজীৰ ১২ আগষ্টত এই অংশ গবৰ্ণমেণ্টৰ অধীনলৈ আহিল। তাৰ পাছে হাতীৰ সলনি নগদ ৰূপ খাজানা বুলি দিয়া নিয়ম হ'ল।

বলিত নাৰায়ণ ৰজাৰ দিনৰে পৰা এতিয়াৰ কামৰূপ আৰু দৰঙ্গ জিলাৰো অনেক অংশত মুসলমান বিলাকৰ আধিপত্য হ'ল। বিজিত নাৰায়ণৰ বংশৰ পৰা যেনেকৈই কৰগ্ৰহণ হইছিল এই ফালে তেনে নহলেও সাধাৰণ পক্ষে মুসলমানবিলাকৰ কৰ্ত্তৃত্ব চলিছিল। সিহঁতৰ মাটি, বাড়ী, বন্দোবস্ত আৰু মানুহৰ বিষয় ইত্যাদিৰ যি নিয়ম সি সমুদায় চলিল। সেই দেখিহে এতিয়ালৈকে কামৰূপ আৰু দৰঙ্গ জিলাৰ মাটি আৰু বিষয় ইত্যাদি সম্পৰ্কে বঙ্গাল দেশৰ নিয়মৰ অনেক সাদৃশ্য দেখা যায়। ৰঙ্গা মাটিৰ পৰা বলিত নাৰায়ণৰ ৰাজধানী দৰঙ্গ দূৰৈ হোৱাত ওচৰৰ ঠাই বিলাকৰ দৰে কঠিন ৰূপে ইয়াক মুসলমান হঁতে শাসন কৰিবলৈ পৰা নাইকিছিল। ৰাজ্য বিপ্লব হই থকাত প্ৰজাৰ অবস্থা তেনে নাছিল। উজনিৰ ফালে আহোম ভাটীৰ ফালে মুসলমান আৰু দুই দাঁতিয়ে ভোট, গাৰো, খাসীয়া, কছাৰী প্ৰভৃতি পৰ্ব্বতীয়া জাতি বিলাকৰ দ্বাৰা সময়ে সময়ে উপদ্ৰব হোৱাত তেতিয়া প্ৰজাৰ অবস্থা যে দুৰ্ব্বাসনীয়া আছিল ইয়াত একো সন্দেহ নাই।

## পঞ্চম অধ্যায়

ইয়াৰ আগেয়ে কোৱা হইছে যে কামৰূপৰ ৰাজধানী গুৱাহাটীৰ পৰা গুছিল। পুৰণি ৰোম ৰাজ্যৰ যেনেকেই দুই ৰাজধানী হইছিল ইয়াৰো তেনে হ'ল। ভাটীৰ ফালৰ ৰাজধানীৰ কথা পূৰ্ব্বে কোৱা হইছে। উজনিৰ ৰাজধানী নাগশঙ্কৰৰ ওচৰতে আছিল। ব্ৰহ্মপুত্ৰৰ বংশৰ লোপ হোৱাৰ পাছত এই বংশৰ শেষ ৰজাৰ কোনো এজন অমাত্য গই উজনিত বৰ পৰাক্ৰমী চুটিয়া ৰাজ্য স্থাপন কৰে। কিন্তু কালক্ৰমে সিহঁত এনে হ'ল যে সিহঁতৰ জাতি ধৰ্ম্ম আৰু ভাষাও লোপ পালে। এই শেষ ৰাজবংশৰ ধ্বংস হ'লত কামৰূপৰ এই ভাগ প্ৰায় অৰাজক হ'ল। ভাটীৰ ৰাজধানীৰ পৰা দেশৰ অধিকাৰ সকলেও চাব নোৱাৰে। আৰু যি লোকক শাসনৰ ভাৰ দি পঠোৱা হয় সেই সকলেও উজাই আহি প্ৰায় স্বাধীনতাক লয়হি। ভোট, কছাৰী প্ৰভৃতি দুইও দাঁতিৰ পৰ্ব্বতীয়া লোক সকলে সদাই উপদ্ৰৱ কৰি থাকিছিল। পাছে প্ৰায় ঠাইয়ে ঠাইয়ে যেইয়ে বলে পাৰিছিল সেইয়ে ৰজা হইছিল বা ভূঁয়া ইত্যাদি নাম লই ৰাজ্য শাসন কৰি আছিল। সেই বিলাক প্ৰায় স্বাধীন থাকিলেও সমূহৰ ওপৰত যেতিয়া কোনো উপদ্ৰৱ পৰে তেতিয়া সকলোয়ে মিলি সেই উপদ্ৰৱৰ হাত সাৰিবলৈ যত্ন কৰিছিল।

ইফালে বৌদ্ধ ধৰ্ম্ম প্ৰৱল হোৱাত সেই ধৰ্ম্মক অনেকে গ্ৰহণ কৰি বৌদ্ধাচাৰী হইছিল। ব্ৰহ্মা, চীন প্ৰভৃতি দেশে সইতে লোকৰ গতিবিধি আছিল। পাছে যেতিয়া বৈদিক ধৰ্ম্মৰ পুনঃ প্ৰবেশ হ'ল তেতিয়াও লোকৰ অৱস্থা তেনে ভাল নাছিল। বলেই স্বত্ব হোৱাত প্ৰজাৰ অৱস্থা তেনে নাছিল। পাছে কমতাপুৰৰ ৰজাই এই দেশ সুন্দৰকৈ লবৰ মনেৰে আৰু কোঁচ আৰু আন আন শত্ৰুৰ পৰা ৰক্ষা কৰিবলৈ বঙ্গাল দেশৰ পৰা যি কেইঘৰ ভূঁয়া আনে সেই কেইঘৰেও ভালকৈ দেশ শাসন কৰিব নোৱাৰিলে। ইফালে মুসলমান বিলাকে যেতিয়া ৰাজ্য ল'লে সেই বিলাকেও ৰাজ্য শাসনতকৈ লুৰি পুৰি দেশ নষ্ট কৰিবলৈহে চালে। সেই সময়ত প্ৰজাবিলাকে আপোন আপোন মাটিৰ ক্ষেতি কৰিছিল। হাট বজাৰ

নাছিল আৰু টকাও নাছিল। বস্তুৰ বাবে বস্তু সলনি দি মানুহে কাম চলাই-ছিল। যুদ্ধৰ সময়ত ঘৰে ঘৰে একোটি মানুহ ৰণ কৰিবলৈ গইছিল। ভোট প্ৰভৃতি পৰ্ব্বতীয়া জাতিয়ে সইতে বেপাৰ কৰিছিল হয় কিন্তু উপদ্ৰৱৰ নিমিত্তে নামনিৰ মানুহে সদাই শঙ্কিত থাকিছিল।

বলিত নাৰায়ণ ৰজাই আপোনাৰ ভাগৰ ৰাজ্য লই দৰঙ্গত ৰাজধানী কৰিলে আৰু ভালকৈ দেশ শাসনৰ প্ৰতি মনোযোগ দিলে। কিন্তু আহোম বিলাকৰ পৰাক্ৰম বাঢ়ি অহা দেখি অসমৰ স্বৰ্গনাৰায়ণ ৰজাক তেওঁবিলাকৰ বংশৰ মঙ্গলদই নামে জীয়ৰী এজনী দি মিত্ৰ কৰিলে। আৰু সেই জীয়ৰী-জনীৰ নামেই তেওঁবিলাকৰ থকা ঠাই সেই ঠাই আৰু নদীৰো নাম মঙ্গলদই হ'ল। স্বৰ্গনাৰায়ণ ৰজাই বলিত নাৰায়ণৰ প্ৰতি সন্তোষ হই আৰু তেওঁ ধৰ্ম্মশীল থকাত তেওঁৰ নাম ধৰ্ম্ম নাৰায়ণ দিলে। আৰু তেওঁৰে গজনাৰায়ণ নামে ভায়েক এজনাক বেলতলাত ৰজা পাতিলে। তেতিয়াৰে পৰা বেলতলাৰ ৰজাৰ ফৈদ বাঢ়িল।

ইংৰাজী ১৬৩৪ শঁকত বলিত নাৰায়ণ ৰজা স্বৰ্গী হ'লত তেওঁৰ পুতেক মহেন্দ্ৰ নাৰায়ণ সিংহাসনত উঠে। এওঁৰ দিনত একো বিশেষ ঘটনা নাই। এইজনা ৰজাই অনেক ব্ৰাহ্মণক ব্ৰহ্মোত্তৰকৈ অনেক নিষ্কৰ মাটি দিছিল। অতি শান্তিৰে ১৯ বছৰ ৰাজত্ব কৰি ১৬৪৩ শঁকত মহেন্দ্ৰ নাৰায়ণৰ মৃত্যু হয়। আৰু তেওঁৰ পুত্ৰ চন্দ্ৰনাৰায়ণ ৰজা হয়। চন্দ্ৰনাৰায়ণ ১৭ বছৰ সিংহাসনত থাকি মৃত্যু হলত তেওঁৰ পুত্ৰ সূৰ্য্যনাৰায়ণ ৰজা হয়। ১৬৮২ সনত মঞ্জুৰ খাঁ সেনাপতিয়ে এই দেশ আক্ৰমণ কৰিলে। আৰু যুদ্ধত সূৰ্য্যনাৰায়ণ ৰজা ঘাটিল। আৰু বন্দীকৈ দিল্লীলৈ নিয়া হল। দিল্লীৰ পৰা সূৰ্য্যনাৰায়ণ ৰজা কোনোমতে পলাই আহিল হয় কিন্তু লাজত পুনৰায় সিংহাসনত নবহিল। যেতিয়া সূৰ্য্যনাৰায়ণক ধৰি নিয়ে তেতিয়া তেওঁৰ ভায়েক ইন্দ্ৰনাৰায়ণ নিচেই সৰু পাঁচবছৰীয়া আছিল। মন্ত্ৰী সকলে গোটখাই এওঁকে ৰজা পাতিলে। কিন্তু ৰজা সৰু আৰু মন্ত্ৰীসকলৰ পৰস্পৰ বিৰোধ হোৱাত ৰাজ্যত মহা হুলস্থূল হই শেষত কামৰূপ পৰ্য্যন্তে আহোম ৰজাৰ অধিকাৰ হল। কালক্ৰমে এওঁৰ পৰলোক হোৱাত ১৭২৫ সনত আদিত্যনাৰায়ণ সিংহাসনত উঠে। এওঁৰ ৰাজ্যৰ সীমা এই আছিল ঃ উত্তৰে গোঁহাই কমলৰ আলি,

দক্ষিণে ব্ৰহ্মপুত্ৰ, পূৰ্ব্বে ধনসিড়ী আৰু পশ্চিমে বড় নদী। কিন্তু তেওঁৰ সৰু ভায়েক মধুনাৰায়ণে সেই খণ্ডৰে কিছুমান ললে। পাছে আদিত্যৰ মৃত্যু হোৱাত পুতেক ধ্বজনাৰায়ণ সিংহাসনত উঠিল। কিন্তু আহোম বিলাকৰ পৰাক্ৰম ক্ৰমে বৃদ্ধি হোৱাত দৰঙ্গী ৰজাৰ ফৈদ আহোম বিলাকৰ কৰতলীয়া হ'ল। সূৰ্য্যনাৰায়ণৰ পুতেক এজনা ধীৰনাৰায়ণে ১৭৪৪ সনত মধুনাৰায়ণক ভাঙ্গি ৰজা হ'ল। কিন্তু তিনি বছৰৰ মূৰত ৰাজ্য এৰি ডিমৰুৱাৰ ফালে পলাই গ'ল। মধুনাৰায়ণ মৰাত মহত নাৰায়ণ ৰজা হ'ল। কিন্তু তেওঁৰ ভায়েক দুৰ্ল্লভ নাৰায়ণ বড় পৰাক্ৰমী হোৱাত মহত নাৰায়ণৰ লগতে একত্ৰে দুইও ৰজা হ'ল। দুৰ্ল্লভ আগেয়ে মহত পাছে মৃত্যু হ'লত দুৰ্ল্লভৰ পুতেক হংসনাৰায়ণ ৰজা হয়। ধীৰনাৰায়ণৰ এজনা পুতেক কীৰ্ত্তিনাৰায়ণ কেইদিন-মান বলেৰে ৰজা হয়। কিন্তু সেই বছৰতে অৰ্থাৎ ১৭৮৭ সনতে হংসনাৰায়ণ আকৌ ৰজা হ'ল। ১৭৮৯ সনত কীৰ্ত্তিনাৰায়ণৰ পুতেক ৰজা হয়। কিন্তু এওঁৰ দিনতে দৰঙ্গী ৰজাৰ পৰাক্ৰম একেবাৰে বিনষ্ট হল।

বলিত নাৰায়ণ ৰজাৰ দিনৰে পৰা ইন্দ্ৰনাৰায়ণ ৰজাৰ দিনলৈকে দৰঙ্গী ৰজাৰ ফৈদে কামৰূপ শাসন কৰিছিল। সময়ে সময়ে দেশৰ প্ৰবলাধিকাৰ মুসলমান বিলাকে আক্ৰমণ কৰিলেও সেই আক্ৰমণৰ পাছে আকৌ সেই ফৈদৰ ৰজাই ৰাজত্ব কৰিছিল। ইন্দ্ৰনাৰায়ণ ৰজাৰ দিনত কামৰূপ পৰ্য্যন্ত আহোম বিলাকৰ ৰাজত্ব হয়। কিন্তু তেনে উত্তমৰূপে হোৱা নাইকিছিল। পাছে ধ্বজনাৰায়ণৰ দিনত আহোম বিলাকৰ ওচৰত অধীনতা স্বীকাৰ কৰিলে হয়। তথাপি মূল দৰঙ্গখানি এক প্ৰকাৰ স্বাধীন আছিল। পাছে ১৭৮৯ সনৰ পাছতহে একেবাৰে নাম লোপ পালে।*

এতিয়া আমি মুসলমানে কামৰূপ আক্ৰমণৰ কথা সংক্ষেপে লেখিম। ইংৰাজী ১২০৩ সনত দিল্লীৰ পাদশা কুতবুদ্দিনৰ সেনাপতি বখতিয়াৰ

---

* ইউৰোপৰ কোনো কোনো পণ্ডিত এই মত প্ৰকাশ কৰে বোলে অসম দেশতেই বাৰুদ প্ৰথমে প্ৰস্তুত হয় আৰু ইয়াৰে পৰা বাৰুদ নিৰ্ম্মাণৰ নিয়ম সৰ্ব্বত্ৰে প্ৰচলিত হইছে। এই দেশৰ আদি নিবাসী হিন্দু কি আন জাতি অথবা ছুটিয়া আহোম প্ৰভৃতি জাতিৰ মানুহৰ যি ইতিহাস বা প্ৰচলিত কথা আছে তাত ই বিষয়ৰ একো সম্বাদ পোৱা নাযায়। খেহ বা চীন দেশৰ ফালৰ পৰা এই কথা প্ৰচাৰিত হইছে। সেই ঠাইত কেনেকৈ এই অমূলক কথা প্ৰচলিত হ'ল ইয়াৰ একো নিৰ্ণয় কৰিব নোৱাৰি। খ্ৰীষ্টৰ

খিলিজীএ বঙ্গদেশ জয় কৰি তাৰ পাছ বছৰত কামৰূপ লবলৈ আহে। উত্তৰ গুৱাহাটীৰ পৰা কিছুমান দূৰৈত যে শিলৰ শাঁকো আছে সেই শাঁকো এই খিলিজী সেনাপতিএ সঁজা বুলি প্ৰসিদ্ধ। সেই সময়ত ( ইংৰাজী ১২০৪ সনত অৰ্থাৎ ১১২৬ শঁকত ) আহোম জাতি সোমাৰ দেশলৈ অহা নাই। সেই কালত কামৰূপৰ ৰাজধানী গুৱাহাটীত নাছিল। ভাটী অঞ্চলতে আছিল। ক'ত আছিল নিশ্চয় নহলেও ৰঙ্গপুৰ জিলাৰ অন্তৰ্গত কমতাপুৰ কি তাৰ ওচৰৰ কোনো ঠাইত আছিল এনে অনুমান হয়। সেই নগৰ অধিকাৰ কৰি খিলিজীএ উজাই আহিছিল, অবশেষত এই দেশৰ লোকৰ দ্বাৰা পৰাস্ত হই তেওঁ ভটীয়াই গ'ল। কোন শাসনকৰ্ত্তা বা ৰজাৰ দ্বাৰা খিলিজী পৰাস্ত হয় তাৰ নিশ্চয় নাই। পাটেৰে একে-লগে গঁথা কেইডালমান বাঁহেই কামৰূপী লোকৰ সেই সময়ৰ অস্ত্ৰ আছিল। এইফালে প্ৰধান ৰজা নাথাকিলেও যি ক্ষুদ্ৰ ক্ষুদ্ৰ ৰজা সকল আছিল সেই সকলোএ একে লগ হই মুসলমানৰ আক্ৰমণ নিবাৰণ কৰিছিল। গৌড়দেশৰ অধিপতি গয়াসুদ্দিন এই দেশলৈ জয় লাভৰ আশা কৰি আহে। তেওঁ সসৈন্যে উজাই জয়ী হই শদীয়ালৈকে গইছিল! শেষত

---

১৩ তেৰ শতাব্দীৰ আদিত যেতিয়া চুকাফা ৰজাই সোমাৰ দেশলৈ আহি এই দেশ জয় কৰে, তেতিয়াও আহোমৰ লগত বাৰুদ কি তেনে কোনো প্ৰকাৰ বস্তু অনা হোৱাৰ কোনো প্ৰমাণ পোৱা নাযায়। বাৰুদক আমাৰ মানুহে হিলৈৰ ক্ষাৰ, কলাই ক্ষাৰ, বা ক্ষাৰ বা খাৰ বোলে। ইয়াৰ পৰাও সি বিষয়ৰ কোনো প্ৰমাণ পাব নোৱাৰি। সভ্যতা আৰু ৰণ বিক্ৰমৰ বাৰুদ এটি প্ৰধান বস্তু। এনে বস্তু আমাৰ ই দেশৰ পৰা প্ৰচাৰিত হোৱাতো যে তাৰ আমি কোনো নিৰ্ণয় বিচাৰি নাপাওঁ এইটো বৰ আশ্চৰ্য্য! এতেকে ই বিষয় যি কথা তাক অমূলক বুলি সিদ্ধান্ত কৰিবলৈ বিশেষ কাৰণ আছে। ভাৰতবৰ্ষত "আগ্নেয়াস্ত্ৰ" বহুকালৰ পৰা জনা শুনা আছে। আৰ্য্যসন্তান বিলাক এই দেশলৈ অহাত সি বিদ্যা এই দেশলৈকো আহে। তাৰে পৰা এই কথা যদি প্ৰচাৰ হইছে ক'ব নোৱাৰি। বখতিয়াৰ খিলিজী এই দেশলৈ অহাৰ পূৰ্ব্বে ই দেশত বন্দুকৰ ব্যবহাৰ যে জানিছিল ইয়াত অনেক সংশয়। মীৰজুমলা নবাব আৰু শুক্লধ্বজ এই দেশলৈ অহাৰ পাছত কিছুমান তোপ এই দেশত বই যায়। ১৪২২ শঁকত ছুটিয়া দেশেৰে সইতে যুদ্ধ হোৱাত সেই ৰণ জিকি আহোমৰ চুহুংমুঙ্গ ৰজাই কেইটামান হিলৈ পায়। ইয়াক জানিব লাগে যে সেই দেশত সি সময়ত ধীৰনাৰায়ণ নামে কামৰূপৰ এজনা ৰজা আছিল। সেইজনাই ভাটীৰ পৰাহে এই হিলৈ অনাইছিল।

পৰাস্ত হই উলটি যায়। ১২৫৬-৫৭ ইংৰেজি সনত মলক যুজবেক কামৰূপ আক্ৰমণ কৰিবলৈ আহে। তেওঁ এই দেশ লই এটি মসজীদ নিৰ্ম্মাণ কৰে। বাৰিষা হ'লত যেতিয়া সৰ্ব্বত্রে পানী বাঢ়ি আপ্লাবিত হল মুসলমানৰ অনেক সৈন্য মৰিল। আৰু সিহঁতে অতি দুৰবস্থাৰে গৌড় দেশলৈ উভতি গল। তগৰল খাঁ নামে এজন বঙ্গদেশৰ নবাবেও কামৰূপ আক্ৰমণ কৰিবলৈ আহিছিল। ইংৰাজী ১২৫৮ সনত কামৰূপৰ ৰজাই তেওঁক পৰাস্ত কৰি বধ কৰে। এইজনা কোন ৰজা তেওঁৰ নাম প্ৰকাশ নাই। কামৰূপ জিলাৰ ৰঙ্গীয়াৰ ওচৰত যি "বৈদৰ গড়" নামে প্ৰসিদ্ধ গড় আছে আৰু যাক ফেঙ্গুয়া ৰজাই নিৰ্ম্মাণ কৰে বুলি আজিলৈকো লোকে কয়, ইংৰাজী ১২০৪ সনৰ পৰা ১২৫৮ সনলৈকে কেইবাবাৰো মুসলমানে কামৰূপ আক্ৰমিবলৈ অহাত সেই গড় সেই সময়ৰ মাজতে আক্ৰমণকাৰীৰ হাতৰ পৰা ৰক্ষা পাবলৈ কৰা হইছিল, এনে অনুমান হয়। এতেকে ফেঙ্গুয়া ৰজাৰ আৰু এই গড়ৰ সময় আমি ইংৰাজী ত্ৰয়োদশ শতিকাৰ মধ্যভাগ আৰু শকাব্দৰ দ্বাদশ শতাব্দীৰ শেষভাগ বুলি নিৰ্ণয় কৰিলোঁ। এই সময়ৰ পাছত মুসলমান আক্ৰমণকাৰী কিছুমান দিন অহা নাই। পূবফালে উজনি বা সৌমাৰ প্ৰদেশত আহোমে আৰু পশ্চিমে বঙ্গাল দেশত মুসলমানে ৰাজ্য কৰিছিল। এই কামৰূপ মাজতে আছিল। দুইও ফালৰ পৰা আক্ৰমণ কৰিবৰ ইচ্ছা আছিল। ১৪২০ শঁকত হুসেন সাহাৰ অধীনে নীলাম্বৰ ৰজাৰ দিনত যিৰূপে মুসলমান বিলাকে কমতাপুৰ নগৰ ল'লে তাক পূৰ্ব্বে লেখা হইছিল। সিহঁতে এই নগৰ বহুদিন হস্তগত কৰি নাথাকিল। বঙ্গাল দেশ ৰক্ষা কৰিবৰ কাৰণেই তেওঁ বিলাক সেই সময়ত ব্যস্ত আছিল। ১৪২৮ শঁকত তুৰবক নামে এজনা মুসলমান সেনাপতি উজাই দেশ জয়ী কৰিবৰ কাৰণে আহে। কলিয়াবৰত আহোমৰে যুদ্ধ হয়। সেই যুদ্ধত তুৰবক জয় হয়। পাছে আহোমৰ কলাচোঙ্গ মন্ত্ৰিয়ে তুৰবকক খেদি কৰতোয়া পৰ্য্যন্তে দেশ জয় কৰিছিল। এই সময়ত কামৰূপৰ সৌমাৰ খণ্ডত চুহুংমুঙ্গ বা স্বৰ্গনাৰায়ণ ৰজা আছিল। আৰু কোঁচবেহাৰত বিশ্বসিংহ ৰজা হই শাসন কৰিছিল। যোগিনী তন্ত্ৰৰ দ্বাদশ

পটল বা অধ্যায়ত এইৰূপে লেখা আছে, নীলাচলৰ কামাখ্যা দেৱীক নৰকাসুৰ ৰজাই পূজা কৰোতে আন কোনেও সেই সময়ত দেৱী দৰ্শন কৰিব নোৱাৰে। সেইৰূপে অনেক দিন চলি আছিল। এদিন সেই সময়তে বশিষ্ঠ মুনি দেৱী দৰ্শনৰ কাৰণে যোৱাত দুৱৰীএ মুনিক ভিতৰ সোমাবলৈ নিদিলে। মুনি ক্ৰুদ্ধ হই আজিৰ পৰা কামাখ্যাক পূজা কৰিলে সিদ্ধি নহয় এই শাপ দি খাণ্ডব গিৰীলৈ গ'ল। দেৱী অতি দুঃখিত হই কৈলাশলৈ গই মহাদেৱৰ আগত সমস্ত বৃত্তান্ত কোৱাত মহাদেৱে বশিষ্ঠৰ শাপোদ্ধাৰৰ উপায় আৰু সময় ক'লে। এই প্ৰসঙ্গতে লেখা আছে কমতাপুৰৰ ৰজাৰ যিদিনা ৰাজ্য নাশ হয় সেই দিনাই ব্ৰহ্মশাপ প্ৰবৰ্ত্ত হব। তেতিয়াৰ পৰা কামৰূপত অতিশয় দুৰাচাৰ প্ৰজা পীড়া ৰোগ দুঃখ হব। দেৱতা দানব আৰু গন্ধৰ্ব্ব সকলো প্ৰজা পীড়াপৰায়ণ হব। কৰতোয়া নদী পৰ্য্যন্ত যবনক খেদি সোমাৰ যাব। এইৰূপে কিছুমান বছৰৰ পাছত বশিষ্ঠৰ শাপ মোচন হব। এই আখ্যানৰ দ্বাৰা এইটি নিশ্চয় প্ৰতীয়মান হয় যে সেই সময়ৰ পৰা কামৰূপত মহা বিপ্লব হয়। প্ৰাগ্‌জ্যোতিষপুৰৰ পৰা ৰাজধানী ভাটীৰ ফালে যায়। আৰু মুসলমান কোঁচ আৰু আহোমে কামৰূপ অধিকাৰৰ কাৰণে ঘোৰ যুদ্ধ কৰে। মুসলমান হঁতে কমতাপুৰ অধিকাৰ কৰি সৰহদিন নাথাকিল। কোঁচ জাতিৰ বিশ্বসিংহ ৰজাই সেই নগৰ আক্ৰমণ কৰি হস্তগত কৰিলে। এইজনা ৰজাই আৰু তেওঁৰ পুত্ৰ নৰনাৰায়ণ ৰজা সমুদায় কামৰূপৰ অধিপতি হল। নৰনাৰায়ণৰ দিনতে কালাপাহাড়ে কামৰূপৰ গুৱাহাটী পৰ্য্যন্ত আহি অনেক দেৱালয় নষ্ট কৰিলে। নৰনাৰায়ণৰ পাছত তেওঁৰ ভতিজা পুতেক ৰঘুদেৱ ৰজা কামৰূপৰ ৰজা হ'ল! নৰনাৰায়ণৰ পুতেক লক্ষ্মীনাৰায়ণ কেৱল কোঁচবেহাৰত ৰাজত্ব কৰিলে। পৰীক্ষিত নাৰায়ণ ৰজাৰ দিনত ঢাকাৰ পৰা নবাবৰ সৈন্য আহি স্বীকৃত কৰব বাবে তেওঁৰ নগৰ ল'লে। তেওঁ পাদশাহাৰ তলে গই বাটতে পাটনাত ১৫২৮ শঁকত মৃত্যু হয়। পৰীক্ষিতৰ পাছতে মকৰস খাঁ নামে মুসলমান সেনাপতিএ পৰীক্ষিতৰ ৰাজ্য অধিকাৰ কৰে। এইজনা নবাব চিৰস্থায়ী ৰূপে থাকিব নোৱাৰিলে। সোণকোষৰ পৰা উজাই মানাহা পৰ্য্যন্ত দেশ খণ্ড পৰীক্ষিতৰ পুতেক

বিজিত নাৰায়ণে আৰু মানাহাৰ পৰা উজাই দিকৰাই পৰ্য্যন্ত দেশ খণ্ড পৰীক্ষিতৰ ভাইএক বলিত নাৰায়ণে ল'লে। মকৰস খাঁৰ নগৰ ৰঙ্গামাটিত আছিল। এওঁৰ পাছত বড় দেনী লক্ষ্মী নামে এজনে কিছুমান দিন শাসন কৰে। ইয়াৰ পাছত সৈয়দ বাবাকৰ নামে মুসলমানৰ সেনাপতি কামৰূপৰ অধিকাৰী হল। এওঁৰ দিনত হাজোত মুসলমানৰ এক থানা হল। বাবাকৰ এই ঠাইতে থাকিছিল। তেওঁ সত্ৰাজিত নামে এজন দেশীয় লোকে সইতে সৌমাৰ দেশ আক্ৰমণ কৰিবলৈ অনেক সৈন্য লই আহে। বাবাকৰে প্ৰথমে বেপাৰৰ ছলে এজন গোমোস্তাক দেশৰ অবস্থা বুঝিবলৈ পঠায়। কলিয়াবৰত থকা আহোমৰ সৈন্যে সেই গোমোস্তাক কাটি নাও লুটিলে। সত্ৰাজিতে অনেক সৈন্য লই কলিয়াবৰলৈ আহি ১৫৪৮ শঁকত অনেক উপদ্ৰব কৰে। আৰু বিশ্বনাথৰ পৰা নটিনী ধৰি নিয়ে। পাছে ১৫৪৯ শঁকত তেজপুৰৰ ওচৰৰ ভৰলীতে আহোম আৰু বঙ্গালৰ ঘোৰ যুদ্ধ হয়। সেই যুদ্ধত বাবাকৰ পৰিল। সত্ৰাজিতক আহোমৰ সৈন্যে ভটীয়াই খেদি নিলে। আৰু গুৱাহাটী অধিকাৰ কৰিলে। পানী সিন্ধিয়া নেউপ নামে এজন আহোমৰ কৰ্ম্মচাৰী বড় ফুকন উপাধিৰে শাসনকৰ্ত্তা নিযুক্ত হল। এইজনেই প্ৰথম বড় ফুকন। এওঁৰ পাছত আৰু পাঁচ জন ফুকন হ'ল। এই সময়ত কামৰূপৰ অধিক ভাগ আহোমৰ অধীন থকা জনা নেযায়। কেবল গুৱাহাটীহে ৰক্ষা কৰি আছিল। উত্তৰ কূলত দৰঙ্গী ৰজাৰ ফৈদে আৰু ৰঙ্গা মাটিৰ নবাবৰ অধীনৰ লোকে অধিক ভাগ শাসন কৰিছিল। ইয়াৰ পাছতে মুসলমানৰ মিৰজাবাদ নামে সেনাপতিএ আকৌ গুৱাহাটী লবলৈ যত্ন কৰে। কিন্তু নোৱাৰিলে। মিৰ্জাবাদৰ পাছত ববৃৰম বেগ ৰঙ্গামাটিৰ পৰা আহি আহোমক গুৱাহাটীৰ পৰা খেদালে। এইজন সেনাপতিৰ পাছত মিৰ্জা ৰমনা খাঁ, আবহুল ইসলাম খাঁ, ইসলাম খাঁ, সেখ বিৰাম, সেমস্ত খাঁ, মখজুম ইসলাম খাঁ, আৰু মহৰ্দ্ধি এই কেইজনে ক্ৰমে কামৰূপ শাসন কৰে। মোমাই তামুলী বড় বড়ুৱাই এবাৰ গুৱাহাটী লইছিল গই কিন্তু মুসলমানৰ পৰাক্ৰম অধিক হোৱাত আকৌ উলটি আহিল। ইয়াৰ পাছত মিৰজা জয়না, ইস্পীঞ্জৰ খাঁ, নবাব নুৰুল্লা, আনিয়াৰ খাঁ, মিৰজাহুসেন খাঁ, জাৰী মিঞা, সৈয়দ হোসেন, সৈয়দ

কুতব, নাথুন্না এই কেইজনে কামৰূপত ৰাজত্ব কৰে। এই কেইজনৰ সৰ্ব্বমুঠ ভোগৰ কাল ২৬ বছৰ। ইমান সংক্ষেপ ভোগৰ কালৰ পৰা এইটো বিশ্বাস হয় যে নকৈ দেশ লোৱাৰ বাবে মুসলমান হঁতে সদাই ন ন সেনাপতি আৰু শাসনকৰ্ত্তা পঠাইছিল। এওঁ বিলাক কোনোজনে ৰঙ্গামাটিত থাকিয়েই আৰু কোনোজনে বা হাজোত থাকি আৰু কোনোজনে গুৱাহাটীত থাকি যি অলপ দিন হয় দেশ শাসন কৰিছিল। এতিয়াৰ জিলা কামৰূপখনি প্ৰায় গোটেই মুসলমানৰ অধীন আছিল। দৰঙ্গী ৰজাৰ কৈদ স্বাধীন থাকিলেও মুসলমানৰ কৰতলীয়া যে আছিল কোনো সংশয় নাই। ইফালে বিজনীৰ ৰজা আৰু সমুদায় গুৱালপাড়া জিলা মুসলমানৰ অধীন আছিল।

১৫৭৬ শঁকত চুড়া মলা হিন্দুমতে জয়ধ্বজ সিংহ ৰঙ্গপুৰৰ সিংহাসনত উঠে। তেওঁ হিন্দুধৰ্ম্মত দীক্ষিত হই কামাখ্যা দেবীৰ মন্দিৰ পুনৰাধিকাৰ কৰিবৰ কাৰণে ইচ্ছা কৰিলে আৰু পূৰ্ব্বৰজনা ৰজাৰ শহুৰেকক বৰ ফুকন বিষয় দি গুৱাহাটীলৈ পঠালে। তেওঁ গুৱাহাটী অধিকাৰ কৰিলে। ইংৰাজী ১৬৮৫ সনত বঙ্গালাৰ শাসনকৰ্ত্তা মীৰজুমলাই তেওঁৰ লগত মজুম খাঁ নামে সেনাপতি আৰু বিস্তৰ সৈন্য লই কামৰূপ আক্ৰমিবলৈ আহিল। আহোমৰ সৈন্য পৰাস্ত হ'ল। গুৱাহাটী এৰি মীৰজুমলা উজাই গড়গাঁও নগৰ ললে। জয়ধ্বজ সিংহ ৰজা পলাই চড়াই খোৰোঙ্গ পৰ্ব্বতলৈ গ'ল। পাছে বাদসাহলৈ ৰমণী গাভৰু নামে কন্যা আৰু ৰূপ সোণ বন্দী-বেটী দিলত মীৰজুমলাই দেশ এৰি গুছি গল। ইফালে বাৰিষা হলত মীৰজুমলাৰ সৈন্যৰ বড় বিপত্তি হবৰ আশঙ্কাত এই সন্ধি কৰা হ'ল। মীৰজুমলা বঙ্গাল দেশলৈ ভটীয়াই গ'লত মজুম খাঁই কামৰূপ ৰাজ্য শাসন কৰিবলৈ আৰম্ভিলে। এওঁৰ পাছত মসিদ খাঁ আৰু সৈয়দ পীৰোজ শাসনকৰ্ত্তা হয়। এই কেইজনাই পূৰ্ব্বৰ দৰে কামৰূপ শাসন কৰিছিল। কিছু দিনৰ পাছত বাদসাহাৰ পৰা শিৰোপা আৰু বটাই সইতে উকীল আহি কৰ খোজাত চক্ৰধ্বজে অপমান কৰি পঠালে। উকাল উভতি গ'ল। এখেত ঘোড়া কোঁৱৰ সৰুজনা বৰফুকন ভটীয়াই গই আকৌ গুৱাহাটী অধিকাৰ কৰিলে। দীল্লীশ্বৰে অতিশয় ক্ৰুদ্ধ হই ১৫৯১ শঁকত অনেক সৈন্যেৰে ৰাজাৰাম সিংহক পঠালে।

ঘোড়া কোঁৱৰ পৰাস্ত হল। ৰামসিংহে গুৱাহাটী অধিকাৰ কৰি উজাই আহিবলৈ উদ্যোগ কৰাত ৰঙ্গপুৰৰ পৰা মোমাই তামুলী বড় বড়ুয়াৰ পুতেক লাচিত বড় ফুকন নিযুক্ত হই গ'ল। গুৱাহাটীৰ ওচৰৰ সৰা ঘাটতে যুদ্ধ হোৱাৰ পাছত আহোম ৰামসিংহক খেদি গ'ল আৰু তেতিয়াৰ পৰা মানাহা নদী সীমা ধাৰ্য্য হল। আৰু হাদীৰাত আহোমৰ চকী হল। লাচিতৰ পাছত মোট কাতলীয়া প্ৰভৃতি কেইবা জনো বড়ফুকন হই কামৰূপ শাসন কৰে। তেতিয়াও বঙ্গালৰ উপদ্ৰব যোৱা নাছিল। ১৬০৪ শঁকত সন্দিকি বড়ফুকনে গই নিৰুপদ্ৰৱে মুসলমানৰ হাতৰ পৰা গুৱাহাটী ললে। ইংৰাজী ১৬৮৩ সন আৰু ১৬০৫ শঁকত মঞ্জুৰ খাঁ নামে এজনা নবাব আকৌ গুৱাহাটী লবলৈ অহাত গুৱাহাটীত শুদ্ৰেশ্বৰৰ ইটাখুলীতে যুদ্ধ হয়। মঞ্জুৰ খাঁ পৰাস্ত হ'ল। সন্দিকি ফুকনে তেওঁক ৰঙ্গামাটিলৈকে খেদি গ'ল। ৰঙ্গামাটিৰ নবাবে আহোমৰে আকৌ যুদ্ধ নকৰোঁ বুলি স্থিৰ কৰিলে। সেই শঁকৰ ইংৰাজী ১৬৮৩ সনৰ পৰা কামৰূপত মুসলমানৰ অধিকাৰ গুছিল আৰু আহোম ৰজাৰ অধীন হ'ল। গুৱাহাটীত এজনা ৰাজ প্ৰতিনিধি বড়ফুকন থাকি শাসন কৰিছিল। পূৰ্ব্বে কলিয়াবৰেই অসমৰে বঙ্গালৰে সীমা আছিল, সেই কাৰণে বড়ফুকনৰো অধিকাৰ কলিয়াবৰৰ পৰা বঙ্গাল পাৰলৈকে হল। শোলা বড়ফুকন নামে এজনে মুসলমানক কলিয়াবৰ পৰ্য্যন্তে সন্ধি পত্ৰ কৰি দেশ এৰি দিছিল কিন্তু সেই সন্ধি পত্ৰ আহোম ৰজাই অগ্ৰাহ্য কৰিলে এই সময়ৰ পৰাই কামৰূপ এই নাম লোপ হই অসম দেশৰ অন্তৰ্গত হ'ল। এই কথা জানিব লগীয়া যে ইয়াত যিসকল মুসলমান আক্ৰমণকাৰী বা শাসনকৰ্ত্তাৰ নাম লেখা হইছে সেই সকলৰ মাঝত যিসকল বঙ্গদেশৰ শাসনকৰ্তাৰ নাম লেখা গইছে সেই সকলৰ নামহে বঙ্গদেশৰ বুৰঞ্জীত পোৱা যায়। আন বিলাক মুসলমানৰ অধীন ৰঙ্গামাটিত যি থানা আছিল তাৰ সেনাপতি বা শাসনকৰ্ত্তা আছিল। কোনো কোনোজন আকৌ হাজোত যি থানা আছিল সেই ঠাইৰো সেনাপতি আছিল। ১৫৮৪ শঁকত বড় মোকাম নামে প্ৰসিদ্ধ দেৱালয় নিৰ্ম্মাণ কৰে।

## ষষ্ঠ অধ্যায়

পৃথিবীৰ আন আন দেশৰ পুৰণি কালৰ লোক সকলৰ দৰে আহোম বিলাকেও দেৱতাৰ বংশ বুলি কয়। এইটো কেৱল সি সকলৰ অপ্রসিদ্ধ বংশাবলী প্রসিদ্ধ কৰিবলৈ প্রকাশ কৰা ঠাৱৰ হয়। আহোম বিলাকে যেই কি নকওক তেওঁ বিলাক যে অসম দেশৰ পূব ফালৰ পৰ্ব্বতৰ মানুহ ইয়াত সন্দেহ নাই। আহোম বিলাকৰ বুৰঞ্জীত তেওঁ বিলাকৰ আদিৰ বিষয়ে যিৰূপ কথা আছে, তাৰ সাৰ এই। কোনো এক সময়ত স্বৰ্গদেৱ অৰ্থাৎ ইন্দ্র ৰজাই স্বৰ্গত থাকি মনতে ভাবিলে, বোলে সকলো দেৱতাৰ সন্তান পৃথিবীত আছে, তেওঁৰ নাই, আৰু তেওঁৰ বংশ যেন ৰজা হয়। এই বুলি আপোনাৰ পুত্ৰ থেনখামক মতাই আনি পৃথিবীলৈ পঁাচিলে। তেওঁ নগই তেওঁৰ দুই পুতেক খুন্‌লুঙ্গ আৰু খুন্‌লাইক আজ্ঞা কৰিলে। সেই দুজন কোঁৱৰে আজ্ঞা অনুসাৰে পৃথিবীলৈ নামি আহিবলৈ স্বীকাৰ কৰাত স্বৰ্গদেৱে সন্তোষমনে নিজ নাতিয়েক দুজনক পঁাচি দিলে লাউখ অৰ্থাৎ বিশ্বকৰ্ম্মাই নিৰ্ম্মাণ কৰা চোমদেৱ ( এক দেবতাৰ যন্ত্ৰ ) হেঙ্গদান ( খড়্গ ) কাইচেন্ মুঙ্গ নামে দুযুড়ি কুকুৰা দি কলে, বোলে খুন্‌লুঙ্গ ডাঙ্গৰ হোৱাত ৰজা আৰু খুন্‌লাই সৰু হোৱাত মন্ত্ৰী হব। চোমদেৱ দেৱতাক প্রতি দিনে আৰু বছৰে বছৰে যেনেকৈ পূজা কৰিব লাগে তাৰো বিধান ক'লে। সেই হেঙ্গদানখান, খান খাম্‌ফা, অৰ্থাৎ আদ্যা শক্তি গোসাঁনীৰ। সেই হেঙ্গদান সদাই আপোনাৰ আসনৰ ওচৰতে থব লাগে। কাটিবলগীয়া কোনো মানুহক তাক সেৱা কৰালে ধাৰৰ ফাল যদি সমুখ হয়, তেনেহলে তাক কাটিব লাগে আৰু সেয়ে নহলে নালাগে। যদি কোনো আবৰি মানুহ থাকে তালৈ সেই হেঙ্গদান টোৱালেই সি বশবৰ্ত্তী হব। কাইচেঙ্গ মুঙ্গ কুকুৰা দুযুড়ি মাৰি ঠেঙ্গেৰে মঙ্গল চাবলৈ আৰু সেই মঙ্গল মতে চলিবলৈ পাখী মঙ্গল কৰ্ম্মত পিন্ধিবলৈ ও মূৰ আৰু ডোকা দুখন খাবলৈ আজ্ঞা কৰিলে। খুন্তম্ অৰ্থাৎ চন্দ্ৰ, খুন্‌বান অৰ্থাৎ সূৰ্য্যৰ দুটি পুতেকক লগত মন্ত্ৰী কৰি দিলে, আৰু দেৱতাৰ পণ্ডিত লাউখি, অৰ্থাৎ বৃহস্পতিৰ পূজাকৃজিৰ সন্তানকো সেই খুন্‌লুঙ্গ খুন্‌লাইৰ

লগতে পঠালে। খুন্‌লুঙ্গ আৰু খুন্‌লাইএ মন্ত্ৰী আৰু লগৰ লোক সকলে সইতে হৰ্ষমনে ৪৯০ শঁকত সোণৰ* জখলাৰে স্বৰ্গৰ পৰা নামি আহি মুঙ্গৰিঙ্গ মুঙ্গৰাম্ নামে এক অৰাজক ঠাইত ওলালহি। পৃথিবী পাই কুকুৰাৰ বিচাৰ কৰাত নাপাই ছুয়ো ভায়েক বৰ বেজাৰ অসন্তোষ কৰি থাকোঁতেই লঙ্গো নামে মানুহ এটাই জনালে বোলে, পঠালে পাহৰি এৰি অহা বস্তু আনিব পাৰোঁ আৰু তাৰ অৰ্থে খেহ (চীন) দেশখান পুৰস্কাৰ স্বৰূপ পাবলৈকো আশা কৰোঁ। তাতে তেওঁ বিলাকে সন্মত হই লঙ্গোকে স্বৰ্গলৈ পঠালে। লঙ্গোৰ মুখে ই সকলো কথা শুনি ইন্দ্ৰে বেজাৰ কৰি সেই কুকুৰা ও হেঙ্গদান আৰু ঢাক পঠালে। লঙ্গোয় আহি ইন্দ্ৰৰ ক্ৰোধৰ কথা জনালে, আৰু কলে বোলে "কাইচোঙ্গ মুঙ্গক" মাৰি তাৰ মঙ্গহখনি খাব। ঠেঙ্গেৰে মঙ্গল চাব, পাখী পিন্ধিব আৰু মূৰটো আৰু ডৌকা ছুখন সি অৰ্থাৎ লঙ্গোয়ে খাব। আৰু চীন ডাঙ্গৰ দেশ, তাক বশ কৰি পালিবলৈ সমৰ্থ হবৰ নিমিত্তে হেঙ্গদানখনো সেই লঙ্গোয়ে লব। এই আজ্ঞা পাই খুন্‌লুঙ্গ খুনলাইএ সেইৰূপে আচৰিলে। কুকুৰাৰ ঠেঙ্গেৰে মঙ্গল চোৱাত খুন্‌লুঙ্গৰ ফালে জয় হোৱা পালে। লঙ্গোএ ডেউকা খালে আৰু হেঙ্গদান ললে।

খুন্‌লুঙ্গ খুন্‌লাইএ সেই মুঙ্গৰিঙ্গ মুংৰামতে নগৰ কৰি আয়ুবৰ বাট্‌বৰ থাপি খুন্‌লুঙ্গ ৰজা আৰু খুন্‌লাই যুবৰাজ হই থাকিল। খুন্‌লাইৰ ছুষ্ট বুদ্ধিত মতি হই আয়ুবৰ গছৰ শিপাত সোণৰ গুণা মেৰাই থলে। আৰু খুন্‌লুঙ্গক কলে বোলে ৰজা হব লাগিলে সেই গছত চিন উলিয়াব লাগে। খুন্‌লুঙ্গে একো চিন উলিয়াব নোৱাৰিলে কিন্তু খুন্‌লাইএ উলিয়ালে। আৰু কলে বোলে "ময় হে মূল ৰজা তুমি ছুৱলীয়াহে।" খুন্‌লাইয়ে আন আন লোকে সইতে পৰামৰ্শ কৰি খুন্‌লুঙ্গৰ প্ৰতি দ্ৰোহ আচৰিবলৈ ধৰাত্ খুন্‌লুঙ্গে চোমদেৱক চুৰকৈ লই ইন্দ্ৰৰ তলৈ গৈ সকলো কথা জনোৱাত খুন্‌লুঙ্গক মুং খুং মুজাও দেশত ৰজা হই থাকিবলৈ কলে। খুন্‌লাইক শাপ দি সেই

* কোনো কোনো মতে সোণৰ শিকলীৰে আৰু কাৰো মতে লোৰ জখলাৰে খুন্‌লুঙ্গ খুনলাই নামি অহা প্ৰসিদ্ধ।

মুঙ্গৰিং মুঙ্গৰামত থাকিব দিলে। সেই মুং খুং মুংজাও দেশত খুন্‌লুঙ্গে অকণ্টকে ৪০ বৎসৰ ৰাজ্য ভোগ কৰি স্বশৰীৰে ৫৩১ শঁকত স্বৰ্গলৈ গল। এওঁ জীয়াই থাকোঁতেই এওঁৰ সাতজনা কোঁৱৰৰ বড় জনাক চোমদেৱক দি মুং কং বা তাই তুং কুং দেশৰ ৰজা পাতিলে। তেওঁৰ তলতীয়া খুন্‌ফাক ভাটী দেশৰ, তেওঁৰ তলতীয়া খুনঙ্গুক লামং তাই অৰ্থাৎ জীউত্ৰা দেশৰ তেওঁৰ তলতীয়া খুন্‌লাক মুংকলা দেশৰ, তেওঁৰ তলতীয়া খুন্তাক আৱা অৰ্থাৎ মান বা ব্ৰহ্মা দেশৰ আৰু সকলোতকৈ সৰু খুঞ্চুক সেই মুঙ্গ খুংমংজাওতে ৰজা পাতিলে। আগৰ প্ৰতিজ্ঞা অনুসাৰে লঙ্গোএ খেহ দেশ পালে। খুনলুঙ্গৰ পাছত তিনিজনা ৰজাই সি দেশত ৫৯ বৎসৰ ভোগ কৰে, পাছে ৫৯০ শঁকত ত্যাও খুঞ্জন ৰজা হয়। খুন্‌লাই মুং ৰিং মুংজাওত ৰজা হই পাছে মৃত্যু হল। এওঁ পূৰ্ব্বৰ দুশ্চৰিত্ৰৰ নিমিত্তে স্বৰ্গলৈ যাব নোৱাৰিলে। তেওঁৰ পুতেক অপুত্ৰকে মৃত্যু হোৱাত মন্ত্ৰীয়ে ত্যাও খুঞ্জন ৰজাৰ খাম্পংফা নামে পুতেক এজনাক আনি মুংৰিং মুংজাও দেশত ৰজা পাতিলে। এওঁ আৰু এওঁৰ পাছৰ ১১ জনা ৰজাই ৩৫৭ বছৰ ৰাজ্য ভোগ কৰে। শেষৰজনা ৰজাই ৯৫৮ শঁকত অপুত্ৰক থাকি স্বৰ্গী হলত মন্ত্ৰী সকলে খুঞ্চু ৰজাৰ বংশৰ ত্যাও আই পং নামে কোঁৱৰ এজনাক আনি ৰজা পাতিলে। ইজনা আৰু ইজনাৰ পাছত আন এজনা ৰজা হ’ল। এই-জনা ৰজা হই তেওঁৰ চাৰিজনা কোঁৱৰৰ মাঝৰ চুকাফাক নিজ দেশত ৰজা পাতি আন কেইজনক আন আন দেশত ৰজা পাতিলে। চুকাফা ৰজাই তেওঁৰ বংশৰ কোনো ভাই ৰজাৰে বিৰোধ হোৱাত মুং কং দেশলৈ গই চোম দেওক লুকাই লই আহোম মতৰ ৫৯০ আৰু ১১৫০ শঁকৰ ১৫ আঘোনত ভটিয়াই আমাৰ দেশৰ উজনিৰ এক খণ্ড পালেহি। তাৰ পাছৰ পৰা তেওঁৰ ৰাজত্বৰ শঁক আৰম্ভ হ’ল। বুৰঞ্জীত এনেৰূপে লেখা আছে বোলে চুকাফা ৰজাৰ লগত ১০৮০ মানুহ, দঁতাল হাতী ১, মাখুন্দি হাতী ১, ঘোঁড়া ৩০০ আৰু থাও মুং ক্লিং লুঙ্গমাংৰাই বুঢ়া গোঁহাই আৰু থাও মুংকানঙ্গ বড় গোঁহাই আহিছিল।

আহোম ৰজা বিলাকৰ উৎপত্তিৰ বিষয়ে আৰু একমত আছে সেইটি এই। সৌমাৰ পীঠৰ পূবফালে স্বৰ্ণাদ্ৰি আৰু হিৰকুট পৰ্ব্বতৰ মধ্যতে

বিহগাদ্রি নামে এক পৰ্ব্বতত বশিষ্ঠ মুনিৰ আশ্ৰম আছিল। তাৰ সীমাপৰ ৰত্নভূমি নামে ঠাইত ইন্দ্র ৰজাই শচী আৰু আন আন সখিসকলে সইতে সেই মুনিৰ ফুলনিত ক্রীড়া কৰি থকাত মুনিয়ে দেখি ক্রোধ কৰি ইন্দ্রক অন্ত্যজাত পতিত হবলৈ শাপ দিলে, আৰু মুনি গুৱাহাটীৰ অগ্নিকোণে কিছুমান দূৰৈত সন্ধ্যাচল পৰ্ব্বতলৈ গই তাতে আশ্রম কৰিলে ই আশ্রম অদ্যাপিও বশিষ্ঠাশ্রম নামে প্রখ্যাত হৈ আছে।* শাপৰ প্ৰভাৱত ইন্দ্র তৎক্ষণাতে অতি হীন আৰু দৈত্যাকাৰ এক পুৰুষ হল। সেই পৰ্ব্বতৰ এজনী তিৰোতাৰ প্ৰতি আসক্তি হোৱাৰ পাছত ইন্দ্ৰৰ শাপ মোচন হই স্বৰ্গলৈ গল। যাবৰ সময়ত সেই স্ত্রীত ইন্দ্রে এই কথা কলে "তোমাৰ গৰ্ভত এটি পুত্র আছে কালত জন্মি সেইয়ে ৰজা হব।" কালক্রমে সেই স্ত্রীৰ এটা ল'ৰা হ'ল। তাৰ নাম খেনখাম। ল'ৰা ডেকা হ'লত তেওঁক ইন্দ্রে চোমদেৱ নামে যন্ত্ৰ কাই চোঙ্গ মুঙ্গ নামে কুকুৰা ঢাক নামে বাদ্য আৰু হেঙ্গদান নামে অস্ত্র দিলে। আৰু অনেক ৰাজনীতি শিকালে ও কি বস্তু কেনেকৈ ব্যৱহাৰ কৰিব লাগে তাকো কই দিলে। ইয়াক পাবৰ পৰা খেনখাম মহাপ্ৰতাপশালী হই স্বৰ্ণাদ্রি পৰ্য্যন্ত ৰাজ্য বিস্তাৰ কৰিলে আৰু বিহগাদ্রি পতিৰ লাউখ্রি পণ্ডিত আৰু স্বৰ্ণাদ্রিপতিৰ পূজাকৃজি পণ্ডিতকো ইন্দ্রে খেনখামৰ লগ লগাই দিলে। সেই খেনখামৰ ১৮ জনা কুঁৱৰীৰ পৰা ১০০ পুত্র জন্মে। খুন্‌লুঙ্গ সকলোতকৈ ডাঙ্গৰ আৰু খুন্‌লাই তেওঁৰ তলতীয়া। আন আন বিলাক পুত্রক আন আন পৰ্ব্বতত ৰজা পাতি খুন্‌খুঙ্গ খুন্‌লাইক সেই পণ্ডিত ও বয়বস্তুয়ে সইতে পৃথিবীৰ নামনিত ৰজা হবলৈ পঠালে। খুন্‌লুঙ্গ খুন্‌লাইএ লোৰ শিকলিৰে স্বৰ্ণাদ্রিৰ পৰা নামি আহি প্রথমে মুংৰিং মুংৰাঙ্গতে ৰ'লহি। তাতে অনেক লোক লগ ললে। তাৰ পাছে যি যি ঘটনা হ'ল সেইবিলাকৰ বিবৰণ পূৰ্ব্বৱতেই কোৱা হয়।

আহোম বিলাকৰ বিষয়ে এই যে কথা ইটো কেৱল আন আন

---

* একমতে এনে প্রচাৰ আছে যে বিহগাদ্রি পৰ্ব্বতৰ সমীপবৰ্ত্তী দিখৌ নদীক মলমূত্ৰ বাহিনী আৰু মুনিৰ পূজা কৰা শিলা যন্ত্ৰক অন্ত্যজ পূজ্য হবলৈ মুনিয়ে শাপ দিলে। সেই যন্ত্র শিলাই আহোমবিলাকৰ দেৱতা চোমদেৱ।

পুৰাতনীয়া কথাৰ দৰে। সিসকলৰ আচাৰ-ব্যৱহাৰ আৰু অন্য অন্য কথালৈ চালে এনেটো নিশ্চয়ে বিশ্বাস জন্মে যে আহোমবিলাকৰ আদি ঠাই ব্ৰহ্মাদেশৰ গুড়িৰ শ্যাম দেশ। খৃষ্টৰ সাত শ শতাব্দিত মুসলমান ধৰ্ম্মৰ স্ৰোত চাৰিওফালে যাবলৈ ধৰে। সেই ধৰ্ম্মৰ তাতাৰ জাতিয়ে চীন দেশ আক্ৰমণ কৰে। ব্ৰহ্মা, শ্যাম প্ৰভৃতি দেশত সি সময়ত এক ভয়ানক ৰাজবিপ্লৱ হোৱাত আহোমবিলাক এইৰূপে ক্ৰমে ভটীয়াই আহি ব্ৰহ্মা দেশৰ আৰু অসম দেশৰ মাঝৰ পৰ্ব্বতবিলাকত থাকেহি আৰু তাতে সি সকলৰ "শ্যান" নাম হয়। খুন্‌লুঙ্গৰ এজনা কোঁৱৰ আৱা বা ব্ৰহ্মাদেশৰ ৰজা হোঁৱা বুলি লেখা আছে। ব্ৰহ্মা ৰজাই এই দেশৰ ৰজাক "ভাই ৰজা" বুলি কয় আৰু সেই "ভাই ৰজাৰ" দেশ ৰক্ষা কৰিবলৈহে তাৰ অনেক কালৰ পাছত ১৭৩৯ শঁকত সৈন্য পঠায়। লঙ্গোৰ বিষয়ে যি কথা কোৱা হইছে তাৰ দ্বাৰাও চীন ৰাজ্যৰ হুলস্থূলৰ কথা প্ৰতীতি হয়। চীনৰ ৰাজা ৰাজ্যভ্ৰষ্ট হোৱাত সি বংশৰ কোনো ৰজা বা কোনো লোকে আক্ৰমণকাৰীসকলক খেদাবলৈ যি উদ্যোগ কৰে লঙ্গোৰ বিবৰণে তাকেই মাথোন কয়। যি শতাব্দিত মুসলমানবিলাকৰ পূৱফালে ৰাজ্য বিস্তাৰ হোৱাৰ কথা লেখা গইছে, সি শতাব্দিতে খুন্‌লুঙ্গ খুনখুলায়ে স্বৰ্গৰ পৰা নামি অহা জনা যায়।

শ্যানবিলাকৰ মাঝত যি বিবৰণ প্ৰচাৰ আছে, তাৰেও কিছুমান অনুসন্ধানৰ সাহায্য পোৱা যায়। সিসকলৰ মতে শ্যান জাতিৰ ৰাজ্য খণ্ডক এতিয়াও পঙ্গ দেশ বোলে আৰু তাৰ ৰাজধানীৰ নাম মঙ্গমাওৰঙ্গ।* আৰু সি দেশৰ প্ৰথম ৰজাৰ নাম খুৱলাই থকা বুলি সিসকলে কয়। সেইজনাই যে খুন্‌লাই ইয়াক নপতিয়াবলৈ একো কাৰণ নাই। খুৱলাইৰ মৰণৰ পাছে কেইজনামান ৰজা হই যোৱাত মৰ্গ্‌নৌ নামে এজনা ৰজা হয়। খ্ৰীষ্টৰ ৭৭৭ বছৰত তেওঁৰ মৃত্যু হয়। তেওঁৰ চুকাম্ফা ও চামলোম্ফা নামে দুই পুতেক থাকে। সি দুজনাই ক্ৰমে মণিপুৰ, কাছাৰ প্ৰভৃতি আক্ৰমণ কৰিবলৈ ধৰি পাছে দুয়ো ভায়েকৰ মাঝত বিৰোধ হোৱাত এক ভায়েক

* এইখানেই যে আমাৰ বুৰঞ্জীৰ মুংৰি মুংৰাঙ্গ এনে বিশ্বাস হয় আৰু আমাৰ বুৰঞ্জীত মুং কং নামে যি দেশৰ কথা আছে, শ্যান ৰাজ্যত এতিয়াও মুং কং নামে যি এখন প্ৰদেশৰ কথা কয় সি এয়েই হয়।

ভটীয়াই আহিল। আৰু ইজনাই যে ওপৰত কোৱা চুকাফা ৰজা ই সঁচা।

খুন্‌লুঙ্গ খুন্‌লাইৰ বিবৰণত তেওঁবিলাক স্বৰ্গৰ পৰা নামি অহাৰ সময়ত কুকুৰাৰ ঠেঙ্গেৰে মঙ্গল চোৱা চোমদেৱক পূজা কৰা ইত্যাদিৰ যি কথা আছে সি কথাতে আহোমবিলাকৰ সকলো কথাই পোৱা যায়। আহোমবিলাকে যে হিন্দু ধৰ্ম্ম গ্ৰহণ কৰে, সিও কেৱল সিসকলৰ চোমদেৱক পূজা কৰাই মূল কাৰণ। কিয়নো সেই দেৱতাৰ মূৰ্ত্তি, হিন্দু দেৱতাৰ যন্ত্ৰৰ দৰে। আগৰ ব্যৱহাৰতো আহোমবিলাকৰ আচাৰ-ব্যৱহাৰে সইতে ওচৰৰ পৰ্ব্বতীয়া জাতিবিলাকৰ আচাৰে সইতে মিল আছে। ইসকল কথাৰ দোৱাৰাই আহোমবিলাকৰ গুড়ি নিশ্চয়ে যে পৰ্ব্বতীয়া ইয়াত সন্দেহ নজন্মে। সেইসকলে ক্ৰমে ক্ৰমে আপোনাৰ ৰাজ্য বিস্তাৰ কৰি পাছে এই আসাম দেশ লই প্ৰায় ছশ বছৰ ৰাজত্ব কৰিলে। এতিয়া সিবিলাকৰ অৱস্থা এনে হইছে যে ৰাজ্য আক্ৰমণ কৰি ফুৰা পৰ্ব্বতীয়া জাতিৰ সন্তান যে সিসকল ই কথাৰ নামহে আছে। আৰু অনেকৰ জাতি ধৰ্ম্ম ও ভাষা পৰ্য্যন্ত বিস্মৃতি হই গইছে।

## সপ্তম অধ্যায়

চুকাফাই আপোনাৰ ভাই ৰজাৰ লগত বিৰোধ কৰিবলৈ ভাল নেপাই ভটীয়াই আহিবলৈ ইচ্ছা কৰি থাও মুক্লিংলুং মাংৰাই বুঢ়া গোঁহাই প্ৰমুখ্যে অনেক লোক লগত ললে। মুং কং দেশৰ নইচান ফা ৰজাৰ ত'ত আহোমবিলাকৰ কুলদেৱতা চোমদেৱৰ মূৰ্ত্তি থকাত সেই দেৱতাক লব পাৰিলে দেশ জয় কৰিব পাৰিব হেন ভাবি সেই চোমদেৱক চুৰকৈ লই আহিল। মুং কং দেশৰ নইচান্‌ফা নৰা ৰজাই পাছত ই কথা ভু পাই চুকাফাক ধৰিবলৈ লোক পঠালে। কিন্তু আদখিনি বাটৰ পৰা উভতি গ'ল। যি ঠাইৰ পৰা উলটি গ'ল সি ঠাইক এতিয়ালৈকে "নৰা ওলোটা" বোলে। চুকাফাক খামজাং নামে ঠাইত নগাবিলাকেও ভোতাবলৈ খোজাত সিসকলক পৰাভৱ কৰি লগৰ বড় গোহাঁইৰ ডেকা কাখ্রিংমুঙ্গক্ গাঁও খোৱা পাতি তাৰ উৎপন্ন বস্তু কৰ সোধাই থাকিবলৈ নিৰ্ব্বন্ধ কৰি দিলে। পাছে ক্ৰমে ইফালে অহাত পাটকাইত আকৌ নগাবিলাকে অবৰোধ কৰিব খোজাত সেইবাৰ নগাৰ চাঙ্গলৈকে গৰকি সেই লোকক বশ কৰিলে* তাৰ পৰা নামৰূপলৈ আহিল। তাতে কিছুদিনমান থাকি চিপাম, শলগুড়ি, হাবুঙ্গ আৰু শিমলুগুড়িত ক্ৰমে থাকি থাকি ইফালৰ লোকৰ আচাৰ নীতি বুঝি চৰাই দেৱলৈ আহি তাতে নগৰ কৰিলেহি। মটক ও বৰাহি ই দুজাতি মানুহে তেওঁক পূবৰ পৰা ভটীয়াই অহা দেখি ৰণ কৰাত চুকাফা জয়ী হ'ল। আৰু ১১৯৪ শঁকত সিসকলে সইতে সন্ধি কৰে। চৰাই দেৱত নগৰ কৰাৰ পাছত নকৈ লোৱা দেশখনি যেতিয়া সুথিল হ'ল চুকাফাই ভাবলে বোলে হেঙ্গদানেৰে বশ কৰাতকৈ কুকুৰাৰে পৰাজিত লোকসকলক শীঘ্ৰে বশ কৰিব পাৰি। এই মতে বিবেচনা কৰি মটক বা মৰাণবিলাকক খড়ি ভাৰী, ও বাড়ীচোৱা আৰু বৰাহিবিলাকক চাঙ্গমাই, জৰাধৰা, ভঁড়ালী, বেজ আৰু কুকুৰা চোৱা এনেবিলাক বিশ্বাসী

---

* এই পাটকাই ৯টা পৰ্ব্বত একে লগে থকা দেখি চুকাফা ৰজাই ইয়াক "ডউক উৰঙ্গ" বুলিছিল। ই এই দেশৰ এক প্ৰকাৰ এফালৰ সীমা।

কৰ্ম্মত নিযুক্ত কৰিলে। তাতে সিসকল লোকে সন্তোষ পাই লোকৰ আগত কবলৈ ধৰিলে, বোলে ইহঁতৰ বুদ্ধি ও বিবেচনা "অসম" আৰু কেনে বুদ্ধিৰ লোকক বশ কৰিলে ইহঁত অসম মানুহ তেতিয়াৰে পৰা আহোমবিলাকক "অসম" বুলিলে, আৰু সেইবিলাক মানুহৰ ৰাজ্য য'লৈকে গ'ল ত'লৈকে "অসম" নাম হ'ল। চুকাফাই নিজৰ কাৰ্য্য সুন্দৰে চলিবলৈ সেই মৰাণৰে মানুহ দি দেৱ পূজা ও নিজৰ উপভোগৰ আৰু আন আন কাৰ্য্যৰ নিমিত্তে গছিকলা, বৰাখোৱা ও এঙ্গেৰাত খাত কৰালে। নৰা ৰজাই সইতে মিত্ৰভাৱ ৰাখিবলৈ চুকাফাই কটকী পাঁচি চোমদেৱক অনা আৰু দেশ জয় কৰা ইত্যাদি কই পঠোৱাত নৰা ৰজাই সন্তোষিত হই সোণোৱালী টুপী ও ঘোঁড়া দি মিত্ৰতা কৰিলে। তেতিয়াৰে পৰা নৰা ৰজাৰে মিত্ৰতা হ'ল। এইদৰে চুকাফা ৰজাই উনচল্লিশ বছৰ চাৰি মাস ৰাজত্ব কৰি ( খ্ৰীঃ ১২৬৮ ) ১১৯০ শঁকত স্বৰ্গী হ'ল। এইজনা ৰজা বড় পৰাক্ৰমী আৰু বুদ্ধিমান আছিল। এওঁৰ কাৰ্য্যৰ দ্বাৰাই এনে অনুমান কৰিব পাৰি যে তেওঁ ৰাজনীতি ভালকৈ জানিছিল। পৰাজিত লোকক বশ কৰিবৰ নিমিত্তে তেওঁ যি উপায় কৰিলে, সি উপায় যে ভাল তাক এতিয়াৰ কালৰ সভ্য দেশত এতিয়াহে ভালকৈ চলিবলৈ উপায় হই আহিব লাগিছে। তেওঁৰ পাছৰ আহোমবিলাকে এই ৰাজনীতিৰ বশ হ'ল হয়, কিন্তু ন্যায় সীমাৰ সিপাৰে যোৱাতহে শ্ৰীভ্ৰষ্ট হ'ল।

চুকাফাৰ পাছত তেওঁৰ পুতেক চুতেউফা সিংহাসনত উঠি পিতৃৰ ৰাজ্যকে ১৩ বছৰ ভোগ কৰি ১২০৩ শঁকত স্বৰ্গী হয়। এওঁৰ চাৰি পুত্ৰৰ মাঝত চুবিন্‌ফা ৰজা হই সেইৰূপে পিতৃৰাজ্যকে ১২ বছৰ ভোগ কৰি ১২১৫ শঁকত স্বৰ্গী হ'ল। এওঁৰ দুই পুতেকৰ মাঝত চুখাংফা সিংহাসনত উঠে। অকল পিতৃৰাজ্য সম্ভোগ কৰি এওঁৰ সন্তোষ নজন্মি ভটীয়াই সৈন্য পঠাবলৈ ধৰিলে। তেতিয়া সৌমাৰ খণ্ডৰ অধিক ভাগ কমতাপুৰৰ অধীন থকাত কমতেশ্বৰে প্ৰভাতৰ সূৰ্য্যৰ দৰে বাঢ়ি অহা আহোমবিলাকে সইতে মিত্ৰতা কৰিবলৈ আশা কৰি ৰজনী আৰু ভাজনী নামে দুই জীয়েকক চুখাংফাক দিলে।*

* কমতাপুৰৰ এইজনা কোন ৰজা তাক ঠিক কৰিব নোৱাৰি। দুৰ্ল্লভনাৰায়ণ নামে যে এজনা ৰজা আছিল সেইজনাই যে হয় ইয়াক বিশ্বাস কৰিবৰ বিশেষ কাৰণ আছে। কিয়নো সেই সময়ত এইজনা কমতাপুৰত আছিল।

ভাজনীৰ তাউচুলাই নামে এটি কোঁৱৰ জন্মে। ৰাজনীৰ তিনটি কোঁৱৰ হয় তাকে বড়জনাৰ নাম চুখ্রাংফা, মাজুজনাৰ নাম চুতুফা আৰু সৰু জনাৰ নাম ত্যাওখাম্‌থী। যি যি দেশ লোৱা গইছিল সি সিবিলাকত সময়ে সময়ে দ্রোহৰ চিন হোৱাত তাক দমাই থাকোঁতে এওঁ ভাটীৰ ফালে ৰাজ্য বঢ়াব নোৱাৰিলে। পাছে উনচল্লিশ বৎসৰ ৰাজ্য ভোগ কৰি চুখংফা ৰজা ১২৫৪ শঁকত স্বৰ্গী হ'ল। এইজনা ৰজাৰ বড় পুতেক চুখ্রাংফা সিংহাসনত উঠিল। এওঁৰ দিনত আহোমবিলাকৰ ৰাজ্য ব্ৰহ্মপুত্ৰ পৰ্য্যন্তে লাহে লাহে বাঢ়িল। কোনোয়ে ৰণৰ সন্মুখ হই যুদ্ধ কৰিব নোৱাৰিলে। এওঁ ১২৮৬ শঁকত স্বৰ্গী হোৱাত ভায়েক চুতুফা ৰজা হ'ল। ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে চুটিয়া নামে এজাতি লোক বাস কৰিছিল। এইবিলাকো আহোমবিলাকৰ দৰে পৰ্ব্বতীয়া মানুহ। ইহঁতৰ মাঝত কোনো ৰজা নাছিল। পাছে ব্ৰহ্মপুত্ৰৰ বংশ হোৱাৰ পাছত সেই বংশৰ শেষ ৰজাৰ এজনা অমাত্য গই অৰাজক চুটিয়াবিলাকৰ ওপৰত ৰজা হই থাকে। তেওঁৰ বংশেই বহুকাল পৰ্য্যন্ত ৰাজত্ব কৰে। পিছে আহোমবিলাক ক্রমে ভটীয়াই অহাৰ সময়ত চুটিয়াবিলাকৰ পৰাক্রম একেবাৰে হ্রাস আছিল। চুতুফা ৰজাই সিহঁতৰ দুৰ্ব্বল অৱস্থা ভাবি যুদ্ধলৈ গ'ল। নীচেই দুৰ্ব্বল হবৰ সময়ত লোকে শঠতাক আশ্ৰয় কৰে। চুটিয়াবিলাকে সখি কৰোঁ বুলি চুতুফাক মিত্ৰভাৱ দেখুৱাই “চৰানাও” খেলাবলৈ নি তাতে ছলেৰে ১২৯৮ শঁকত মৰোৱালে। ৰজাৰ মৰণ দেখি সৈন্য উভতি দেশলৈ আহিল। এইজনা ৰজাৰ ভোগ ১২ বছৰ। ৰজাৰ যিবিলাক কোঁৱৰ আছিল কাৰো আশয় ভাল নোপোৱাত চাওফ্রংডাম বুঢ়া গোঁহাই আৰু তাফ্রিখিন বড় গোঁহাইয়ে আন আন লোকে সইতে ৪ চাৰি বছৰ ৰাজ্য শাসন কৰে। কিন্তু ৰজা নোহোৱাৰ গুণে এই ৪ চাৰি বছৰ অৰাজক বুলিব পাৰি। পাছে ১৩০২ শঁকত চুখাংফা ৰজাৰ সৰু কোঁৱৰ তাওখাম্‌থীক আনি মন্ত্ৰী সকলে সেৱা কৰি ৰজা পাতিলে। এইজনা ৰজাৰ দুজনা কুঁৱৰী আছিল। আৰু তেওঁ বড় কুঁৱৰীৰ বৰ বশ আছিল। তিৰোতাৰ বশবৰ্ত্তী হই কাৰ্য্য কৰিব লগা হোৱাত শাসন কাৰ্য্যত বড় সুযশস্যা ৰজাৰ নাইকিছিল। চুতুফা ৰজাক মৰাবৰ পৰা চুটিয়াবিলাকৰ দৰ্প বাঢ়িছিল। আহোম-

বিলাকৰো সেই ছলকৈ মৰা কথাৰ পোটক তুলিবলৈ বড় আশা কৰিছিল। সেই কাৰণে বিশেষৰূপে সৈন্য সংগ্ৰহ কৰি ১৩০৫ শঁকত ৰজাই চুটিয়াৰ বিপক্ষে অস্ত্ৰ ললে। ৰাজ্যত ৰজাৰ বড় কুঁৱৰীক গৰাকী পাতি ৰজা ৰণলৈ গ'ল। সৰুজনা কুঁৱৰী সগৰ্ভা আছিল। বড়জনা কুঁৱৰীয়ে ইয়াতে ঈৰ্ষা কৰি এটা মিছা জগৰ উলিয়াই সৰুজনা কুঁৱৰীক কাটিবলৈ দিলে। চাওথাই খুম্ বুঢ়া গোঁহাইয়ে কুঁৱৰীৰ সগৰ্ভা অবস্থা দেখি প্ৰাণে নামাৰি ভুৰবান্ধি উটাই দিলে। হাবুঙ্গৰ বামুণ এটাই সেই ভুৰ দেখি কুঁৱৰীক তুলি প্ৰতিপালন কৰিলে। চুটিয়াবিলাকে তাওখাম্‌থী ৰজা অহা শুনি পৰ্ব্বতলৈ গ'ল। এখেত আহোমবিলাকে ৰজা নোহোৱাত দেশ লণ্ড ভণ্ড কৰি চৰাই দেৱলৈ উলটি গ'ল। সৰুজনা কুঁৱৰীৰ অৱস্থাৰ কথা লোকসকলৰ মুখত শুনিও ৰজাই একো বিচাৰ নকৰাত আৰু তেওঁৰ আন আন অন্যায় কাৰ্য্যত মন্ত্ৰী ও প্ৰজা সকলো অসন্তুষ্ট থাকি ১৩১১ শঁকত তাওখাম্‌থীক ৰজা ভাঙ্গি প্ৰকাৰান্তে প্ৰাণে মৰালে। এইৰূপে দেশত ৰজাহীন হোৱাত চাওথাই খুম্ বুঢ়া গোঁহাই আৰু আন আন মন্ত্ৰীয়ে দেশ শাসিবলৈ ধৰিলে। আগৰ ৰজাজনাৰ কাটিবলৈ দিয়া সেই সগৰ্ভা কুঁৱৰী, হাবুঙ্গীয়া বামুণৰ ঘৰত থাকি কালক্ৰমে এটি ল'ৰা পালে। কিন্তু কুঁৱৰীৰ প্ৰসৱৰ বেদনাৰ নিমিত্তে মৃত্যু হ'ল। মৰণৰ সময়ত সেই ল'ৰাৰ আগগুড়ি বামুণৰ আগত কই গ'ল। কোঁৱৰটিক বাপুৱে পুত্ৰৱতে পালন কৰিলে। আৰু কোঁৱৰৰ এনে বিশ্বাস আছিল যে তেওঁ সেই বামুণৰ ল'ৰা। তাওখাম্‌থীৰ ৰজাৰ মাহীয়েকৰ পুতেক তাওচুলাই কোঁৱৰ ইয়াৰ আগেয়ে ৰজা হবলৈ আশা কৰিব নোৱাৰিলে। এইবাৰো নিৰাশা হই হিংসা কৰি নৰা দেশলৈ গই চুৰম্ফা ৰজাত জনালে বোলে অসম দেশত তোমাৰ বংশ নোহোৱা হ'ল। হাবুঙ্গলৈ বেপাৰ কৰিবলৈ যোৱা মানুহে বামুণৰ ঘৰত সেই কোঁৱৰক দেখি ৰজাৰ কোঁৱৰ যেন ভাবি অনুসন্ধান কৰাত তাওখাম্‌থী ৰজাৰ কোঁৱৰ জানি মন্ত্ৰীসকলৰ আগত কলে। সিসকল কোঁৱৰক আনিবলৈ যোৱাত কোঁৱৰে "বামুণক নিনিলে নেযাওঁ" বুলি কওঁতে বামুণৰ ঘৰোৱাহিকে ৰজাৰ কোঁৱৰে সইতে নগৰলৈ নিলে। আৰু ১৩২০ শঁকত কোঁৱৰক চুড়াঙ্গফা নাম দি ৰজা পাতি সেৱা কৰিলে। ৰজাৰ বয়স তেতিয়া ১৫ বছৰ মাথোন

আছিল। নৰা ৰজাই অসম দেশ লবৰ নিমিত্তে তাচিম্পৌ বড় গোঁহাইক ৰণ কৰিবলৈ পঠালে। নৰাৰ সৈন্য আহি কুঁহিয়াৰ বাড়ীত কোঠ দিলেহি। চুড়াঙ্গফা ৰজাই যুজিবৰ মনেৰে উজাই যোৱাত নৰাৰ সেনাপতিয়ে এই বুলি হুহকি গ'ল বোলে আমাৰ বংশৰ ৰজা নোহোৱা বোলাতহে আমি যুজিবলৈ আহিছিলোঁ। পাছে যেতিয়া বংশ আছে, যুজিবৰ আৱশ্যক নাই। অসম দেশৰ আতাম্বিন্ বড় গোঁহাইয়ে এই ছলতে সন্ধি কৰিবলৈ ইচ্ছা কৰি পাট্কাইলৈ গ'ল। তাতে দুয়ো দল মিলামিলি হই ৰাজ আজ্ঞাৰে পাট্কাইৰ ওপৰৰ পানীত হাত জুবুৰিয়াই আৰু কুকুৰা কাটি শপত খাই ১৩২৩ শঁকত সন্ধি কৰিলে। আৰু সেই পাট্কাইকে দেশৰ সীমা কৰি আগলৈ তাক স্থিৰ ৰাখিবৰ নিমিত্তে দুয়ো দেশৰ দুয়োজনা বড় গোঁহাইৰ দুটা শিলৰ মূৰ্ত্তি কটালে। দুয়ো দেশৰ সৈন্য আপোন আপোন দেশলৈ গুছি গ'ল।* এইৰূপে যুদ্ধ শেষ হোৱাৰ পিছত চুড়াঙ্গফা ৰজাই চৰাই দেৱত অসুবিধা পাই চৰগুৱাত নগৰ কৰিলে। সেই চৰগুৱা দিহিঙ্গৰ ওচৰত ৰজাৰ লগত বামুণৰ যি ল'ৰা আহিছিল সি-সকলকো দিহিঙ্গত পাতি কোঁৱৰ উপাধি দিলে। সকুৰে পৰা এইজনা বামুণৰ ফাললৈ ঢাল খোৱা আছিল। তেওঁক পালন কৰা বাপুয়ে শাসনাদি কাৰ্য্যত অনেক হাত দিছিল। আৰু লক্ষ্মীনাৰায়ণ শালগ্ৰাম ৰজা চাঙ্গলৈ উঠিল ও যথাবিধি পূজা পাবলৈ ধৰিলে। এয়েই প্ৰথম হিন্দুধৰ্ম্মৰ বীজ আহোম ৰজাৰ ঘৰত প্ৰবেশ হ'ল। এইজনা ৰজা দেৱেই প্ৰথমে শিঙ্গৰী ঘৰ পাট ঘৰত উঠি অভিষিক্ত হবৰ নিয়ম স্থাপন কৰে। আৰু অনেক কথাত হিন্দু আচাৰ-ব্যৱহাৰ এওঁৰ দিনৰে পৰা প্ৰবৰ্ত্তিব ধৰিলে। পাছে ন বছৰ ভোগ কৰি ১৩২৯ শঁকত স্বৰ্গী হ'ল। বামুণৰ ধৰ্ম্ম ও আচাৰ-ব্যৱহাৰৰ প্ৰতি এই ৰজাজনাই বৰকৈ আস্থা দেখুৱাত আৰু সকুৰে পৰা বামুণৰ ঘৰত প্ৰতিপালিত হোৱাত এইজনা ৰজাক বামুণী কোঁৱৰ বোলে। এওঁ অতিশয় সুখাভিলাষী আছিল। আৰু এই নিমিত্তেই অতি কোমল

*আহোম মতে এই সন্ধিক "পাট্কাই চেঙ্গকান" অৰ্থাৎ "কুকুৰা কাটি শপত খোৱা" বোলে।

বয়সতে মৃত্যু হ'ল। চুড়াঙ্গফাৰ তিনিজনা ৰজা কোঁৱৰৰ মাঝত চুজাংফা সিংহাসনত উঠিল। পিতৃ ৰাজ্যকে ভোগ কৰি ১৩৪৪ শঁকত (খৃঃ ১৯৪২) স্বৰ্গী হয়। এওঁৰ ভোগৰ কাল ১৫ বছৰ, এওঁৰ পাছত এওঁৰ পুতেক চুকক্ফা ৰজা হই পিতৃ ৰাজ্যকে ভোগ কৰি ১৩৬১ শঁকত স্বৰ্গী হয়। এওঁৰ পাছত এওঁৰ পুত্ৰ চুচেন্ফা ৰজা সিংহাসনত উঠিল। এওঁ ৪৯ বৎসৰ ৰাজ্য ভোগ কৰে। এওঁৰ দিনত টঙ্গচু নগাবিলাকে আকৌ উপদ্ৰৱ কৰাত ৰজাই আপুনি নগাৰে সইতে ৰণ কৰিবলৈ গ'ল। যুদ্ধত নগা ঘাটিল আৰু ৰজাদেৱে নগাৰ চাঙ্গ গৰাকি ৰণ জিকি নগৰলৈ উভতি আহি কিছুদিন থাকি স্বৰ্গী হ'ল। এইজনা ৰজাৰ দিনতে ১৩৭১ শঁকত বৰদোৱাত কুসুম্বৰ ভূঁয়াৰ ঘৰত শঙ্কৰদেৱৰ জন্ম হয়।

এওঁৰ মৰণান্তে এওঁৰ পুত্ৰ চুহান্ফা ১৪১০ শঁকত (খৃঃ ১৪৮৮) ৰজা হয়। এওঁৰ দিনত আহোমবিলাকে আৰু ভটীয়াই আহিবলৈ ধৰিলে। কছাৰীয়ে আহোমবিলাকৰ গতি অৱৰোধ কৰাত এক যুদ্ধ হয়। তাত কোন ফালৰ জয় পৰাজয় নহয়। উভয় পক্ষে সন্ধি কৰিলে আৰু মৰঙ্গীলৈকে কছাৰীয়ে অসম ৰজাক দেশ এড়ি দিলে, আৰু চুহান্ফা ৰজাই জীয়েক এজনাক কছাৰী ৰজালৈ দিলে। টঙ্গচু নগাহঁতো আকৌ উপদ্ৰৱ কৰাত পুনৰায় ৰণ হয়, সেই ৰণত প্ৰথমে সেনাপতি বড় গোঁহাইক নগাই কাটি মূৰ লই যায়, কিন্তু নঙ্গাৰাঙ্গ বড় গোঁহাইয়ে নগাক পৰাস্ত কৰি চাঙ্গলৈকে গ'ল। আৰু টংচু মৌপীয়া ও লেফেৰা, এই তিনিঘৰ মানুহ বন্দি স্বৰূপে লই আহে। চুহেন্ফা ৰজা বড় অত্যাচাৰী আছিল। তেওঁ এবাৰ লানতুৰুন্ বান নামে খুন্তাই আহোম এটাক ৰজাৰ ভঁৰালৰ ধান খোৱাত ১০০ ৰূপ দাঁড়িছিল। সেই আহোমটোয়ে এদিন ৰজাৰ চাঙ্গৰ চাঁচ আওঁতাই থাকোঁতে ৰজা সি ঠাইলৈ যোৱাত জোঙ্গোলা বাঁহেৰে বুকতে খোঁচ মৰাত ৰজাৰ মৃত্যু হ'ল। এনে প্ৰসিদ্ধ আছে যে খেন্লুঙ্গ বুঢ়া গোঁহাইয়ে তলে তলে সেই কথাত পেট দিছিল। এইজনা ৰজাৰ ভোগ ৫ বছৰ মাত্ৰ।

১৪১৫ শঁকত (১৪৯৩ খৃঃ) চুহেন্ফাৰ তিনিজনা কোঁৱৰৰ মাঝত চুপিম্ফা ৰজা হয়। পিতৃ বধি সেই লান তুৰুন্বানক ঘৰোৱাহিকৈ প্ৰথমে শূলত দি দণ্ড কৰিলে আৰু মন্ত্ৰী বুঢ়া গোঁহাইকো ভাগি ঘৰলুৰি নানা

দুৰ্গতিৰে আন ঠাইলৈ পঠালে। পিতৃৰজাক বধোতে যাৰ যাৰ পেট আছিল, জানিবলৈ পাৰিলে সিসকলোকে কাৰো প্ৰাণে মাৰি, কাৰো বা আন শাস্তিৰে দুৰ্গতি কৰিবলৈ ধৰাত মন্ত্ৰীসকলে মন্ত্ৰণা কৰি ১৪১৯ শঁকত ( খৃঃ ১৪৯৭ ) মৰোৱালে।* চুহেন্‌ফা ৰজাৰ দিনৰ পৰা নগাবিলাকে সইতে যুদ্ধ নোহোৱাত নগাবিলাক ৰজাৰ এখেলেই আছে। বাহিৰত নগাৰ খুন্‌বাও এটাই সইতে ৰজাই এদিন কথা-বাৰ্ত্তা হোৱাত এজনা কুঁৱৰীয়ে সেই নগাৰ ৰূপলাবণ্যৰ কথা ৰজাৰ আগত ভিতৰত কলে। ইয়াত ৰজাই ক্ৰোধ কৰি সেই কুঁৱৰীক সেই খুন্‌বাওলৈকে দিলে। এইবিলাক অত্যাচাৰীৰ কাৰ্য্যত তেওঁৰ অকাল মৃত্যু হোৱাত বড় আশ্চৰ্য্য অনুমান নহয়।

---

১ * এক মতে কয় বোলে এওঁ নৰীয়া পৰি মৃত্যু হয়। এনেটো অনুমান হয়, চুহেন্‌ফাক মৰাৰ পাছত দেশৰ যেনে দুৰ্গতি হইছিল তেনে নহবলৈ মন্ত্ৰীসকলে ৰজাক মৰোৱাই স্বাভাৱিক ৰূপে মৰা বুলি প্ৰখ্যাত কৰি দিলে।

## অষ্টম অধ্যায়

চুপিম্‌ফাৰ মৰণৰ পাছত তেওঁৰ পুত্ৰ চুহুম্মুঙ্গ ১৪১৯ শঁকত সিংহাসনত উঠে। আৰু বড় প্ৰতাপেৰে শিঙ্গৰী ঘৰত উঠি অভিষিক্ত হয়। হিন্দু-বিলাকে অভিষেকৰ সময়ত এওঁৰ নাম স্বৰ্গনাৰায়ণ ৰাখে। খামজাঙ্গৰ আইতনীয়া আৰু পানী নৰা যিবিলাকক চুকাফা ৰজাই বৰাই আহিছিল সিসকলে দ্ৰোহ আচৰিবলৈ ধৰাত চুহুম্মুঙ্গ ৰঙ্গাই সেনা পঠাই যুদ্ধ দিলে। নৰাহঁত ঘাটে আৰু আমাৰ সেনা জিকে আৰু সিহঁতক দা, জাঙ্গফাই ববকাঁহ ইত্যাদি সি দেশত হোৱা বস্তু পাল সোধাই থাকিবলৈ ৰজাদেৱে নিৰ্ব্বন্ধ কৰি দিয়ে। ছুটিয়াবিলাকৰ দেশ ইয়াৰ পূৰ্ব্বৰে পৰা প্ৰায় অৰাজক হোৱাত কামৰূপৰ ধীৰনাৰায়ণ নামে এজনা কোঁৱৰে সি জাতিৰ মাঝত ৰজা হয়। তেওঁৰ কাচিতাৰা নামেৰে এজনা বড় দৰ্পী মন্ত্ৰী আছিল। আহোমক ছুটিয়াবিলাকে জোঁকালত দিখৌ মুখতে ১৪২২ শঁকত এক বড় যুদ্ধ হয়। ধীৰনাৰায়ণ ৰজা আৰু তেওঁৰ মন্ত্ৰী দুয়ো ঘাটি পৰ্ব্বতত সোমাল। ইফালে আহোমৰ সৈন্যে গই ছুটিয়াৰ ৰাজধানী ললেগই। আৰু তাৰপৰা তিনি চুকীয়া সিংহাসন, সোণৰ হাতি মাইহাঙ্গ প্ৰভৃতি অনেক বস্তু আনি সকলোকে স্বৰ্গদেৱে স্বৰ্গদেৱে ঘৰলৈ উৎসৰ্গ কৰি দিলে। আৰু ধীৰনাৰায়ণ ও কাচিতাৰাৰ মূৰ দুটা খেদি যোৱা মানুহে আনি দিয়াত চৰাইদেৱ আৰু স্বৰ্গদেৱৰ ঘৰলৈ পঠালে। আৰু তাৰ দুৱাৰ মুখত দুইওটা পোতাই তাৰ ওপৰত শিল দি এনে কৰিলে যেন সি ঘৰলৈ যাওঁতে তাতে ভৰি দি যাব লাগে। চৰানাও, দবা, আড়োৱাল দোলা কালী, হিলৈ, প্ৰভৃতি যি বস্তু পালে, তাক ৰজা ও ডাঙ্গৰীয়াসকলে ব্যৱহাৰলৈ আনিলে। বুঢ়া গোঁহাই পৰীয়া এজনাক সদীয়া খোৱা গোঁহাই বিষয় দি সেইফালে শাসন কৰিবলৈ নিযুক্ত কৰা হল। আৰু ছুটিয়াৰ দেশ এইজনাৰ শাসনৰ অধীন হল। ছুটিয়া ৰজাৰ বংশৰ যি ভাইপো ও প্ৰধান মানুহ আছিল, সি সকলক পাকৰিগুড়িত পতা হ'ল। সদীয়াৰ দেৱঘৰৰ সেৱা-শুশ্ৰূষাৰ

নিমিত্তে লোক নিযুক্ত কৰি দিয়া হ'ল। এই সময়ৰ পৰা ছুটিয়াৰ ৰাজ্য একেবাৰে ভ্ৰষ্ট হ'ল।

কুসুম্বৰ ভূঁয়াৰ ঘৰত শঙ্কৰদেৱৰ জন্ম হোৱাৰ পাছত ভাটী দেশলৈ গই আহি বৈষ্ণৱ ধৰ্ম্ম প্ৰচাৰ কৰিবলৈ ধৰিছিল। তেওঁ আন আন যি ভূঁয়া আছিল তাৰ মাঝত প্ৰধান হইয়ো বিষয় কাৰ্য্যতকৈ ধৰ্ম্ম প্ৰবৰ্ত্তোৱা ভাল যেন পাই, তাকে কৰিবৰ অৰ্থে অনেক পুথী ৰচনা কৰি ধৰ্ম্ম প্ৰচাৰ কৰিছিল। কছাৰীৰ উপদ্ৰৱত বৰদোৱাত থাকিব নোৱাৰি উজাই গই বেলগুড়ি ধোঁৱাহাটত আছিল। এওঁৰ লগত বাৰভূঁয়াৰ আন আন সকলো আছিল। শঙ্কৰৰ ধৰ্ম্ম প্ৰবৰ্ত্তনত ব্ৰাহ্মণবিলাকে অসন্তুষ্ট হই শঙ্কৰে দেশ ভাঙ্গিলে বুলি কোৱাত শঙ্কৰক চুহুমুঙ্গ ৰজাই ধৰাই নি ৰাজ্য নষ্ট কৰাৰ কথা বিচাৰ কৰাত শঙ্কৰদেৱক নিৰ্দ্দোষী জানি মুক্তি দিয়ে। এইৰূপে কিছুকাল গল। ভূঁয়াবিলাক কামৰূপৰ পৰা গই সেই ঠাইত থকাত পাছে দেশৰ প্ৰতি আক্ৰমণ কৰে। এই ভাবি ৰজাৰ তেওঁবিলাকৰ প্ৰতি বড় সভয় আছিল। এদিন ৰজাই গৰ বান্ধি হাতি ধৰিবলৈ দিয়াত শঙ্কৰৰ লগৰ ভকতসকলকো হাতি বেৰিবলৈ দিলে। হাতি ভকতৰ ফালেই পলাল সেই জগৰতে ভকতবিলাকক ধৰিবলৈ কলে। শঙ্কৰৰ জোঁৱাই হৰি আৰু শিষ্য মাধবদেৱ বিনে আন সকলো ভকত পলাল। জোঁৱায়েকক আহোমে কাটিলে। মাধবদেৱ ছমাহ বন্দি থাকি পাছে মুকলি হল। ইয়াৰ পাছতে শঙ্কৰ, মাধৱ কামৰূপলৈ ভটীয়াই আহিল। তেওঁবিলাকৰ লগৰ কিছুমান ভূঁয়া পোৱালি তাতে থাকিল কিন্তু সিসকলকো ১৪২৭ শঁকত চুহুমুঙ্গ ৰজাই বৰাই তামুলী ইত্যাদি ভিতৰুৱাল বাব দিলে আৰু তেওঁবিলাকৰ আদৰ্শেৰে বচোৱাল টঙ্গালী, হাঁচাটী ইত্যাদি ব্যৱহাৰ হবলৈ ধৰিলে। ৰজা আৰু ডাঙ্গৰীয়া সকলে ছুটিয়াবিলাকৰ পৰা অনেক বস্তু আৰু নিয়ম ললে। এই জাতি মানুহ পূৰ্ব্বে ই দেশলৈ অহাত কামৰূপৰ ও আন আন ঠাইৰ ৰজা আৰু লোকসকলৰ পৰা অনেক ৰাজনীতি কথা শিক্ষা কৰিছিল। এই ৰজাৰ দিনতে দিল্লীৰ সিংহাসনৰ পৰা পাঠান জাতিৰ ৰজা গুছি তৈমুৰলঙ্গৰ সন্তান বাবৰে সিংহাসন প্ৰাপ্ত হয়। পাঠান জাতিৰ তুৰবক নামে এজন সেনাপতিয়ে কিছুমান সৈন্য লই আমাৰ দেশ আক্ৰমিবলৈ ১৪২৮ শঁকত (খ্ৰীঃ ১৫০৪)

আহে। এই কথা বঙ্গদেশত কি ভাৰতবৰ্ষৰ কোনো ইতিহাসত পোৱা নাযায়। এনে অনুমান হয় ৰঙ্গা মাটিত যি মুসলমানৰ কাৰ্য্যকাৰক আছিল, সেয়েই এই তুৰবক হব পায়। এৰেঁ সইতে কলিয়াবৰতে আমাৰ এক যুদ্ধ হয়, সি যুদ্ধত আমাৰ ফালৰ ঘটা আৰু মুসলমানৰ ফালৰ জয় হয়।

চুহেন্‌ফা ৰজাৰ কুঁৱৰীৰ গৰ্ভত যোৱা কন্‌চেঙ্গ নামে পুত্ৰটিৰ চুহুমুঙ্গ ৰজাই পৰিচয় পাই বড় পাত্ৰ ডাঙ্গৰীয়া বিষয় দি পাতিছিল। সেই কন্‌চেঙ্গ বড়পাত্ৰ সেনাপতি হই গই তুৰবকক যুদ্ধত ঘটাই প্ৰাণে মাৰিলে আৰু কৰতোয়া নদীলৈকে খেদি নিলে। আৰু এনে কথা লেখে বোলে কৰতোয়াত কন্‌চেঙ্গে অস্ত্ৰ ধুলে এবং জয়ৰ কথা চিৰস্মৰণীয় কৰিবৰ নিমিত্তে দ'ল ও পুখুৰী খনালে। ই ঘটনা ১৪৫৪ শঁকত সংঘটিত হয়। এই ৰণত জিকি সেনাপতি ডাঙ্গৰীয়াই কিছুমান মানুহ আনি সিবিলাকক হাতিৰ ঘাঁহ কাটিবলৈ দিয়াত সিহঁতে হাতিৰ নেগুৰৰ ফালে ঘাঁহ দিলে, আৰু ক্ষেতি কৰিবলৈ দিওঁতে বোকা আনি কঠিয়াৰ গুড়িতে দিয়াত অপাত্ৰ বুলি বড় পাত্ৰ ডাঙ্গৰীয়াই "আদানি কৰি ধনী কৰিলে।" ইহঁতকে মৰীয়া বোলে। ১৪৫৮ শঁকত কছাৰীবিলাকে আমাক মৰঙ্গীৰ সীমাৰ পিনে জোকালত কছাৰীৰে ৰণ হয়, আৰু সি ৰণত কছাৰী ঘাটে ও কাজলি মুখলৈকে আমাৰ দেশ হয়। কছাৰী ৰজাই ডেকা ৰজাক পঠাই কলঙ্গকে সীমা পাতি বছৰি পাঁচোটা ঘোঁড়া দিবলৈ নিৰ্ব্বন্ধ কৰি সন্ধি কৰিলে। কলঙ্গৰ উত্তৰ পাৰে আমাৰ ও দক্ষিণ পাৰে কছাৰীৰ ৰাজ্য হল। এতিয়াও সি সীমাৰ উল্লেখ সৰ্ব্বসাধাৰণে কৰি থাকে। এইজনা ৰজাদেৱে গৌড় দেশৰ বাদসাহৰ তলৈ কটকী পঠাই মিত্ৰতা কৰা বুলি বুৰঞ্জীত লেখে। আৰু কোঁচবেহাৰৰ ৰজাই আহোমবিলাকৰ পৰাক্ৰম জানি মৈত্ৰতা নিবন্ধন কৰে। এইজনা ৰজাদেৱৰ দিনৰে পৰা আহোমবিলাকৰ পৰাক্ৰম চতুৰ্দ্দিশে ব্যাপ্ত হল। ধৰ্ম্মবিষয়ক বা ৰাজান্তিক বিষয়ক কথাত ই দেশ এখান দেশ বুলি পৰিচয় পালে। এওঁ এওঁৰ চাৰিজনা কোঁৱৰক দিহিঙ্গ, চাৰিঙ্গ, তিপাম, আৰু তুঙ্গ্‌খাঙ্গ্, এই চাৰি নগৰত পাতিলে ও সেই সেই কোঁৱৰৰ সন্তানক সেই সেই ফৈদ বোলে এওঁৰ বড় পুত্ৰ চুক্লেন কোঁৱৰে ৰজাৰ যেতেকে বয়স ভাটী হবলৈ ধৰিলে,

তেতেঁকে বিদ্ৰোহ আচৰিবলৈ ধৰি শেষত লেহেতিয়া লিগিবাৰ দ্বাৰাই ৰজাৰ প্ৰাণ বিয়োগ কৰালে। এওঁৰ ভোগৰ সংখ্যা ৪২ বছৰ। এইজনা ৰজাৰ দিনতে হিন্দু ধৰ্ম্ম ক্ৰমে ৰজাৰ স্বীকৃত ধৰ্ম্ম হবলৈ ধৰিলে। এওঁৰ পাছত ১৪৬১ শঁকত ( খৃঃ ১৫৩৯ ) সেই চুক্লেন কোঁৱৰ সিংহাসনত উঠিল। পিতৃবধ কৰাই চুক্লেন ৰজাই চৰগুৱা নগৰ এড়িবৰ নিমিত্তে বাধিত হ'ল, কিয়নো তেওঁ লোকৰ বড় অপ্ৰিয় হ'ল। পিছে গৰগাঁওত নগৰ কৰি তালৈ ৰাজধানী নিলে আৰু তাতে শিঙ্গৰী ঘৰত উঠি চুক্লেনমুঙ্গ নাম ললে। গৰগাঁওলৈ নগৰ নিয়াৰ বাবে এওঁক গৰগঁয়া ৰজাও বোলে। এইজনা ৰজাৰ দিনত হিন্দুধৰ্ম্মৰ আচাৰ ক্ৰমে চলিত হই উঠিব ধৰিলে। আৰু আহোম ৰজাই মূৰত লই অহা চোমদেৱক ভিতৰৰ পৰা বাজ কৰা হ'ল, ও বামুণী কোঁৱৰে নিয়া লক্ষ্মীনাৰায়ণ শালগ্ৰামেই ভিতৰুৱাল হই থাকিল। এওঁ ৰজা হবৰে পৰা বড় শান্তিৰে দিন খেদালে। পাছে ১৩ বছৰ ভোগ কৰি ১৪৭১ শঁকত ( খ্ৰীঃ ১৫৪৯ ) স্বৰ্গী হয়।

এইজনা ৰজাৰ পুতেক চুখাম্ফা সিংহাসনত উঠিল। এওঁৰ ভৰি এটি খোঁড়া আছিল, সেই দেখি এওঁক খোঁড়া ৰজাও বোলে। মানৰ উপদ্ৰৱত নৰা ৰজাই এজনা জীয়ৰী আমাৰ ৰজালৈ অনেক মানুহ ও বস্তু যৌতুকে সহিতে দিয়াত খোঁড়া ৰজাদেৱে সহায় দিলে, তাৰে পৰা মানৰ উপদ্ৰৱৰ পৰা নৰা দেশ ৰক্ষা পড়িল।

নৰনাৰায়ণ ৰজাৰ ভায়েক চিলাৰায় দেৱান ১৪৮৪ শঁকত কিছুমান সেনা লই অসম দেশ আক্ৰমিবলৈ আহিলত আহোমৰ সৈন্য আগবাঢ়ি গ'ল। কিন্তু চিলাৰায়ৰ সৈন্যৰ যুদ্ধ কৌশল দেখি আমাৰ সেনাপতি ডাঙৰীয়াই শূদ্ৰাদি কিছুমান বামুণক লগুণ পিন্ধাই গৰুত তুলি যুদ্ধলৈ পঠালে। চিলাৰায়ে তলে গোবধ, ওপৰে ব্ৰহ্মবধৰ ভয়তে হুহকি গ'ল। কিন্তু তাৰ পাছ বছৰি এই ছল বুজ পাই সৰহ সেনা লই চিলাৰায় আহে। আমাৰ সেনাপতি দেৱ ৰজা আৰু চিলাৰায় দেৱানেৰে ভয়ানক যুদ্ধ হয়। দেৱ ৰজাই ঔষধৰ বিৰী ও যন্ত্ৰ ডিঙ্গিৰ পৰা খহাই থোৱাৰ পাছত চিলনীয়ে থাপ্ মাৰি লই যাওঁতে দেৱৰজাই ঈশ্বৰৰ নিগ্ৰহ হইছে বুলি চাৰিঙ্গলৈ গই লগৰ কিছুমান মানুহে সইতে নিজে মৈদাম খানি সোমাল গই। খোঁড়াৰজা মন্ত্ৰী বৰ্গে সইতে চৰাই

দেৱলৈ গ'ল। চিলাৰায়ে এখেত নগৰ ললে। পাছে আপচু বা সোন্দৰ গোঁহাই প্ৰমুখ্যে আন অনেক বড়ুৱা ফুকনৰ ল'ৰাক খোঁড়া ৰজাই বন্দী স্বৰূপে দিয়াত চিলাৰায় উভতি গ'ল। কোনো পুথীত এনেও পোৱা গইছে বোলে চিলাৰায় দেৱানে অসম ৰজাৰ পৰা এটা বগা হাতী নিয়ে, এই নিমিত্তে তেওঁৰ নাম শুক্লধ্বজ হ'ল। ইয়াৰ পাছত আৰু একো ৰণ বিগ্ৰহ নহ'ল।

এই ৰজাৰ দিনতে দেশত ধৰ্ম্ম সংক্ৰান্ত বড় লৰচৰ হয়। শঙ্কৰ আৰু মাধবৰ শিষ্যসকল দেশৰ চাৰিওফালে যাবলৈ ধৰিলে আৰু অনেক ঠাইত সত্ৰও কৰা হ'ল। মানুহৰ মনক "বৌদ্ধাচাৰ" অনাচাৰৰ পৰা পালটালে। বিষয় থকা ও নথকা অনেকে সি ধৰ্ম্মক আশ্ৰয় কৰিলে আৰু সাধাৰণৰ মাঝত ই ধৰ্ম্ম, যাক মহাপুৰুষীয়া ধৰ্ম্ম বোলে, সেইয়ে প্ৰবল হ'ল। খোঁড়া ৰজাই এই নব্য ধৰ্ম্মাবলম্বী লোকসকলক কোন বিশেষ অত্যাচাৰ কৰাৰ কথা প্ৰকাশ নাই। এইজনা ৰজাদেৱৰ দিনৰে পৰা আমাৰ মানুহে ভাটীফালে চলাচল কৰিবলৈ ধৰিলে।

খোঁড়া ৰজা ১৫৩৩ শঁকত (খৃঃ ১৬১১) স্বৰ্গী হোৱাত তেওঁৰ তিনি পুতেকৰ মাঝত চুচেঙ্ ফা সিংহাসনত উঠে। বুঢ়া কালত ৰজা হোৱা দেখি এওঁক বুঢ়া ৰজাও বোলে ও বড় বুধিমন্ত থকাৰ নিমিত্তে এওঁৰ আৰু এটি নাম বুদ্ধি স্বৰ্গনাৰায়ণ। এওঁৰ দিনত অনেক সৎকাৰ্য্যৰ অনুষ্ঠান হোৱাত এওঁক প্ৰতাপ সিংহও বোলে। এওঁ পৰ্ব্বতত ঘৰ কৰি শিঙ্গৰী ঘৰত উঠিল। সোন্দৰ গোঁহাই প্ৰভৃতি যিবিলাক মানুহক চিলাৰায় ৰজাই ধৰি নিয়ে, সিবিলাকৰ মাঝত যিসকলে ঘৰলৈ উভতি আহিবলৈ ইচ্ছা কৰিলে, সিসকলক নৰনাৰায়ণ ৰজাই এড়ি দিলে এনে শুনা যায়। সোন্দৰ গোঁহাইৰে পাশা খেলাত হাৰি নৰনাৰায়ণ ৰজাই এইসকলক এড়ি দিলে। সিবিলাকৰ লগতে সোণাৰী, কঁহাৰ, প্ৰভৃতি অনেক বৃত্তিয়াল মানুহ আছিল। আমাৰ মানুহখিনিক খেলে খেলে নিয়া হ'ল। কিন্তু সেই ভাটীৰ পৰা অহাখিনি লোকক নাম ডাঙ্গতে পতা হ'ল। অন্য দেশে সইতে সমাগম হবৰ পৰা যে দেশৰ উন্নতি হয়, তাৰ বিশেষ ৰূপ ইয়াত উদাহৰণ পাব পাৰি। ঘূৰি অহা লোকসকলৰ মুখে কোঁচবেহাৰৰ নিয়ম শুনি সেইৰূপ অনেক নিয়ম আমাৰ

ৰজাই ল'লে। আৰু মৰঙ্গিয়াল মানুহ কেতখিনি ভাটীলৈ পঠাই সিহঁতক নানা প্ৰকাৰ শিল্প বিদ্যা শিক্ষা দিয়ালে। কোঁচবেহাৰৰ ৰজাই নিজ নামেৰে ৰূপা সোণৰ মোহৰ মৰা শুনি প্ৰতাপচন্দ্ৰ স্বৰ্গদেৱেও তদ্ৰূপ কৰি নিজ নামেৰে অৰ্থাৎ স্বৰ্গনাৰায়ণ নামেৰে ১৫৪০ শঁকত মোহৰ মৰালে। এই মোহৰৰ সংখ্যা ইমান তাকৰ আছিল যে এতিয়া তাক পাবলৈ নাই।*
কোঁচবেহাৰৰ পৰা এইফালে অহা ৰঘুদেৱ ৰজাই নিজৰ দেশত স্থিৰ হই থাকিবলৈ আপোনাৰ মঙ্গলদই নামে কন্যাক প্ৰতাপসিংহ ৰজালৈ সমৰ্পণ কৰাত ৰজাই অভয় দান কৰিলে, তেতিয়াৰে পৰা মঙ্গলদই নামে এখান নগৰ হ'ল। সেই বংশৰ বলিনাৰায়ণ ৰজাকো প্ৰতাপসিংহে আশ্ৰয় দি ধৰ্ম্ম-নাৰায়ণ নাম দিলে। জয়ন্তাৰ ধন মাণিক্য ৰজায়ো কছাৰী ৰজাৰ উপদ্ৰৱৰ পৰা ৰক্ষা পাবলৈ আমাৰ ৰজাদেৱত শৰণ লই কন্যা দান কৰিলে ও ডিমৰুৱাৰ ৰজায়ো জয়ন্তাৰ উপদ্ৰৱত ভয় পাই আমাৰ ৰজাৰ আশ্ৰয় লই বছৰি কৰ দিম বুলি অঙ্গীকাৰ কৰিলে।

ৰঙ্গামাটিৰ নবাবৰ অধীনত কিছুমান সৈন্য হাজোত আছিল। সি-সকলে আমাৰ দেশৰ অবস্থা বুঝিবলৈ বেপাৰৰ ছলেৰে এজন লোক পঠোৱাত তাক আমাৰ কলিয়াবৰৰ সৈন্যে কাটি তাৰ নাও লুটি নিলে। পাছে সৈয়দ বাবাকৰ ও সত্ৰাজিতে অনেক সেনা লই আহি বিশ্বনাথৰ পৰা মানুহ ধৰি নিলে। আমাৰ সেনাই একো কৰিব নোৱাৰিলে। পিছে কছাৰী ৰজাৰ পৰা যুদ্ধৰ সামগ্ৰী ও সেনা খুজি লই বঙ্গালে সইতে যুদ্ধলৈ আগবঢ়াত ১৫৪৯ শঁকত বড় যুদ্ধ হ'ল, সেই যুদ্ধত সৈয়দ বাবাকৰ ও সত্ৰাজিতৰ মৰণ হয়। আমাৰ সৈন্যে বঙ্গালৰ সৈন্যক খেদি নিলেও গুৱাহাটী পৰ্য্যন্তে অসমৰ ৰাজ্য হ'ল। আৰু মিৰসেন চোৱা প্ৰভৃতি অনেক লোক আমাৰ মানুহে ধৰি আনিলে। তেতিয়াৰে পৰা সেনৰ খেল হ'ল বুলি লোকে

*এনে কথা প্ৰচাৰ আছে বোলে কেনেকৈ মোহৰ মৰা হ'ব, ই বিষয় জড়িতসকলক সোধাত সেইসকলে এই শ্লোক কলে। আৰু সৌমাৰ দেশ আঠচুকীয়া দেখি মোহৰো আঠচুকীয়া হ'ল। শ্লোক যথা। "অষ্টকোণঞ্চ সৌমাৰং যত্ৰ দিক্কৰবাসিনী। তস্মিন্ বিশন্তি যে লোকা জ্ঞানাদজ্ঞানতো পি বা। তে পি দেব্যাঃ প্ৰসাদেন সিদ্ধিং গচ্ছন্তি নান্যথা।" এইটো যোগিনী তন্ত্ৰৰ বচন।

কয়। আৰু এনে এটা কথা প্ৰসিদ্ধ আছে যে সৈয়দ বাবাকৰৰ পুতেক গয়াসুদ্দীন এই যুদ্ধত প্ৰথমে পৰাত তেওঁৰ মৰাশটো হাজোলৈ পঠাই দিওঁতে সেই শটো হাজোৰ গৰুড়াচল পৰ্ব্বতত পোতা হ'ল। আৰু সি ঠাইক বড় মোকাম বুলি সকলোৱে মান্য কৰিবলৈ ধৰিলে। কিয়নো সেই গয়াসুদ্দীন মুসলমানৰ বড় মান্য ও জ্ঞানী মানুহ আছিল।* দৰঙ্গৰ ধৰ্ম্মনাৰায়ণ ৰজাক সেই সিংহাসনতে কৰতলীয়ারূপে এইজনা ৰজাই ৰাখিলে আৰু তেওঁৰ ভ্ৰাতা গজনাৰায়ণক বেলতলাত ৰজা পাতিলে।

ৰাণী, লুকী, বকো, বগাই, বনগাঁও, ছয়গাঁও, বগাই, পানতান্ বৰদুৱাৰ, ভোলাগাঁও আৰু মৈৰাপুৰত দাঁতি পৰীয়া পূৰ্ব্বে বিশ্বসিংহ ৰজাই পতা যিবিলাক ৰজা আছিল স্বৰ্গনাৰায়ণে সেইসকলকো ৰজা পোৱালি নাম দি দাঁতি দুৱাৰ ৰাখিবলৈ নিৰ্ব্বন্ধ কৰি দিলে। মিৰী আৰু ডফলাবিলাকে সদাই আমাৰ দেশত উপদ্ৰৱ কৰি থকাত সিহঁতৰ উপদ্ৰৱ নিবাৰণৰ অৰ্থে সিহঁতে নিবলৈ পঁচা লগাই দিলে আৰু সদাই বয়-বাৰ্ত্তা লবলৈ কটকী নিযুক্ত কৰি দিলে। কছাৰী দেশে সইতে সদাই হাই উৰুমি লাগি থকা দেখি নৈনেকে সীমা কৰা হ'ল। আৰু নগাৰ দুৱাৰবিলাকো স্থিৰ কৰা হ'ল। নগা, মিৰী, ডফলা ও কছাৰী পৰ্ব্বতীয়া লোক বিলাকে এই ৰূপে সেয়ে যি বাব সোধাব লাগে তাৰো সি সকলে নিৰ্ব্বন্ধ কৰিলে। দাঁতি দুৱাৰে কছাৰী ও জয়ন্তা, ডিমৰুৱা প্ৰভৃতি দেশৰ বাৰ্ত্তা জনাবলৈ ও আমাৰ লোকবিলাকৰ শান্তি ৰক্ষাৰ নিমিত্তে ৰহিয়াল, বড়ুৱা, জাগীৱাল বড়ুৱা আৰু কাজলীমুখীয়া গোঁহাই ইত্যাদি বিষয় সৃষ্টি এই ৰজাৰ দিনত হয়। দেশত লোক চলাচল কৰিবলৈ এই মহাৰজাই অনেক বাট বন্ধালে এবং আন লোকৰ উপদ্ৰৱৰ পৰা ৰক্ষা কৰিবলৈ আৰু সীমা স্থিৰ হবলৈ চামধৰা গড়, প্ৰভৃতি গড় বন্ধালে।† বাৰ ভূঁয়াৰ পো-পোৱালি কেতবিলাকে কিছু অহিত চিন্তিবলৈ ধৰাত সিসকলক দমন কৰি বিলাতত পাতিলে। ৰজা আৰু ৰজাৰ সৈন্যবিলাক অহা যোৱাত অনেক কষ্ট হয় দেখি কেইবা ঠাইতো বাঁহৰ আৰু

* বড় মোকামক "পোৱা মক্কা" ও বোলে। মক্কাৰ চাৰি ভাগৰ এভাগ তীৰ্থ স্থান পোৱা মক্কা।

† এই দুটি গড় প্ৰসিদ্ধৰূপে এতিয়াও আছে।

উঁৱিকাত শিলৰ সাঁকো নিৰ্ম্মাণ কৰোৱা হ'ল। মোমাই তামুলী নামে এজনাক বড় বড়ুৱা বিষয় দি প্ৰধান কাৰ্য্যকাৰক বাব দি ওপৰত কোৱা কাৰ্য্যসকল দৃষ্টি কৰিবলৈ নিযুক্ত কৰা হ'ল। এইজনা ৰজাৰ দিনতে দেশৰ লোকবিলাকক খেল খেলকৈ ভগাই পাতিবলৈ আৰম্ভ কৰা হয়। আৰু কোঁৱৰবিলাকক হিলৈদাৰী, অৰ্থাৎ সিপাহী খেলত নিযুক্ত কৰা হয়।

হিন্দু ধৰ্ম্মৰ প্ৰতি এইজনা ৰজাই বড়কৈ উৎসাহ দিলে। কালক্ৰমে ৰাজমাৱ দেৱতাৰ মৃত্যু হ'ল আৰু দেশত অনেক উৎপাত হোৱাত বিশ্বনাথ ও দেৱৰগাঁওত প্ৰতাপসিংহ ৰজাই দৌল কৰালে এবং অনেক ব্ৰাহ্মণ ও দেৱতাক ব্ৰহ্মত্তৰ আৰু দেৱোত্তৰ বৃত্তি দান কৰিলে। এইজনা ৰজাৰ দিনতে মহাপুৰুষীয়া ধৰ্ম্ম দেশত বিশেষকৈ ব্যাপ্ত হ'ল।* চিলাৰায় ৰজাই সইতে যুদ্ধ কৰিবলৈ লগুণ পিন্ধাই নিয়া মানুহখিনিয়ে দেশত বৰ উপদ্ৰৱ আৰু অনেক অধৰ্ম্ম কৰিবলৈ ধৰাত সিসকলৰ অনেকৰ লগুণ গুছালে, আঠঘৰৰ মাত্ৰ লগুণ থাকিল। দেশত কাৰ্য্য চলাবলৈ যিসকল লোক আছিল সিসকলৰো বিষয় বুজি এইজনা ৰজাদেৱে মৰ্য্যাদা বঢ়াই দিলে। এইৰূপে ৩৮ বছৰ দেশ ভোগ কৰি ৰজাদেৱ স্বৰ্গী হ'ল। এওঁৰ কাৰ্য্যবিলাক বড় উৎকৃষ্ট আৰু নীতিপূৰ্ণ আছিল। এওঁ এনে প্ৰজাপ্ৰিয় আছিল যে তেওঁ নৰীয়া পৰাত প্ৰজাবিলাকে অনেকে কইছিল "স্বৰ্গদেৱৰ সলনি আমাৰে এক শ নৰবলি সদীয়াৰ আইলৈ দিমহঁক, তেওঁ স্বৰ্গদেৱ কুশলে থাকোক।" এওঁৰ কাৰ্য্যবিলাকৰ দ্বাৰা এওঁ যে এজন অতি বহুদৰ্শী প্ৰজাবৎসল ৰাজনীতিজ্ঞ লোক আছিল ইয়াত কোনো সংশয় নাই।

১৫৭১ শঁকত ( খৃঃ ১৬৪৯ ) এওঁৰ পুতেক চুৰুম্ফা ৰজা হয়। এওঁ বড় নিৰ্দ্দয় আৰু তিৰোতা সেৰুৱা আছিল। এওঁৰ এজনা কোঁৱৰ মৰাত কেইবাটাও ফুকন বড়ুৱাৰ ল'ৰা কুঁৱৰীৰ কথা শুনি মৰা কোঁৱৰে সইতে ধেমালি কৰিবলৈ মৈদামত পুতিলে। ইয়াতে সকলো ৰাজমন্ত্ৰীসকলে বেজাৰ পাই এওঁৰ ভায়েক চুতিংফাক ৰজা পাতি চুৰুম্ফাক ভাঙ্গি আন ঠাইত

* স্বৰ্গনাৰায়ণ ব্ৰাহ্মণসকলক বিশেষ মান্য কৰিছিল। আৰু সেইসকলৰ মুখ বলি হোৱাৰ নিকোনে কটকী বাবত নিযুক্ত কৰা হ'ল। ব্ৰাহ্মণ কটকীয়ে বিদেশলৈ যোৱা স্থিৰ হ'ল।

বিষক্রিয়া কৰাই মৰালে। এওঁৰ ভোগৰ কাল ৩ বৎসৰ মাত্র। ১৫৭৪ শঁকত ( খৃঃ ১৬৫২ ) চুতিংফা ৰজা হ'ল। এওঁৰ দিনত বিশেষ কোন কার্য্য নহ'ল। কেবল উজনিৰ পৰ্ব্বতৰ ফালে নৰা ৰজাই সইতে সামান্য এক যুদ্ধ কৰি নৰা ৰজাই সইতে আকৌ সন্ধি কৰিলে।* এইজনা ৰজাদেৱৰ পুতেক চুতামলা ৰজাই শুকুলা হুহু বুঢ়া গোঁহাই ডাঙৰীয়াই সইতে মন্ত্রণা কৰি চুতিংফাক ৰজা ভাগি আপুনি ১৫৭৬ শঁকত ( খ্রীঃ ১৬৫৪ ) ৰজা হ'ল। চুতিংফাক পৰিশেষত মন্ত্রীসকলে বিষক্রিয়াৰে প্রাণ মৰালে। এই সময়ত ৰজাই পুতেকলৈ এই কথা কই পঠালে যে এনে কথা কৰা পুৰণি পাত্র মন্ত্রী খনি ভাঙ্গি নকৈ যদি পাতি লয় তেহে থাকিব পাৰিব।

চুতামলা ৰজা সিংহাসনত উঠি ৰামুগাঁও ভৰিকাদলঙ্গৰ ওচৰতে খাৰঘৰ বাড়ীতে নগৰ কৰি শিঙ্গৰী ঘৰত অভিষিক্ত হ'ল। হিন্দুমতে এওঁৰ নাম জয়ধ্বজ সিংহ। পিতৃৰজাৰ কথা এওঁৰ মনত সদাই জাগি আছিল। পাছে শুকুলাহুহু ও যিবোৰ মানুহে তেওঁক ৰজা হোৱাত আৰু পিতৃ ৰজাক ভঙ্গাত সাহায্য ভজিছিল, সিসকলকো সামান্য জগৰতে মৰালে। মিৰীবিলাকে সইতে অল্প হুৰামুৰা হোৱাত তাতো জয়ধ্বজ সিংহ স্বৰ্গদেৱে ভাঙ্গিলে।

পূৰ্ব্বৰে পৰা মুসলমানবিলাকে ই দেশ লবলৈ বড় ইচ্ছুক। বিশেষ মুসলমানবিলাকৰ যি অলপ আধিপত্য কামৰূপৰ ওপৰত আছিল, তাৰ প্রতিও আহোমবিলাকে আক্রমণ কৰাত মুসলমানবিলাকৰ আক্রোশ বাঢ়িল। এনেতে নবাব মীৰজুমলা বঙ্গদেশৰ অধিকাৰ হোৱাৰ পাছত ( খ্রীঃ ১৬৫৫ ) তেওঁ ই দেশলৈ বিস্তৰ সৈন্য সইতে আহিল। আমাৰ ফালৰ কিছুমান সৈন্যও ৰণ কৰা নাও শিঙ্গৰীত আছিল। মুসলমানৰ সৈন্যৰ পৰাক্রম দেখি আমাৰ সৈন্য ভাগি পলাল। ইয়াতে মীৰজুমলাই অতি সন্তোষ পাই ক্রমে উজাই আহি আহি নগৰৰ ওচৰ পালেহি। ৰজাই নিৰুপায় ভাবি চৰাইখোৰোঙ্গলৈ পলাই গ'ল। এইৰূপে নগৰ লই মীৰজুম্লাৰ এনেহে উৎসাহ হ'ল যে আওৰঙ্গ্জেৱ বাদশাহলৈ এই বুলি

* এইজনা ৰজা সদাই নৰীয়া পড়ি থাকে দেখি এওঁ বড় দুৰ্ব্বল আছিল আৰু সেই হেতুকে এওঁক নৰীয়া ৰজাও বোলে।

চিঠি লেখিলে বোলে "আৰু বছৰী ময় পিকিন নগৰৰ দুৱাৰত গই জয় পতাকা উড়াব পাৰিম।" খৰালি দিনত মীৰজুমলা তেওঁৰ সেনাপতি মজুমখাই সইতে ভালে আছিল। কিন্তু বাৰিষা হলত চাৰিওফালে পানী হোৱাত মুসলমান সৈন্যৰ বড় ক্লেশ হ'ল। অনেক সৈন্য মৰিল। মীৰজুমলাৰ ইচ্ছা হ'ল যে সন্ধি কৰে। মীৰজুমলাৰ নিজৰো শৰীৰ পীড়িত হ'ল আৰু সৈন্যবিলাকেও দ্রোহ কৰিবলৈ ধৰিলে। ইফালে জয়ধ্বজ সিংহেও সন্ধি কৰিবলৈ ইচ্ছুক হ'ল। পাছে ১০০ বন্দি, ১০০ বেটী, হাতী ৩০টা, সোণৰ মোহৰ ২০০০, ৰূপ ১২০০০, এইখিনি যৌতুক দি জয়ধ্বজ সিংহে ৰজাদেৱৰ ৰমণী গাভৰুক আওৰঙ্গজেৱ বাদশাহলৈ দিয়াত আৰু বছৰি কিছু কৰ দিবলৈ অঙ্গীকাৰ কৰাত সসৈন্যে মীৰজুমলা ভটীয়াই গ'ল। কোনো কোনো ইতিহাসৰ মতে ইয়াকো জানিব পাৰি যে মীৰজুমলাই সম্পূৰ্ণৰূপে ৰণত ঘাটি সমুদায় সৰকাৰ কামৰূপ আহোম ৰজাক দি দেশলৈ ভটীয়াই গ'ল। কিছুদিনৰ মূৰতে তেওঁৰ মৃত্যু হ'ল। জয়ধ্বজ সিংহ সন্ধি কৰাৰ পাছত নগৰলৈ আহি পুনৰায় তাক প্ৰতিষ্ঠা কৰি ল'লে। আৰু ভবিষ্যত ভাবি স্বৰ্গদেৱে নামৰূপত সোণ-ৰূপৰ ভঁৰাল ও বাহৰ কৰালে। শত্ৰুৰ ভয়ত পলাই যাবলৈ বাধ্য হোৱা আৰু মুসলমানবিলাকৰ পৰা পৰাজিত হোৱাত ৰজা বড় দুঃখিত আছিল। পাছে সেই শোকতে স্বৰ্গদেৱৰ চকুৰ লো ওলাল। সেই লোৱেই ধাৰাবাহিক ৰূপে হই শেষত স্বৰ্গদেৱ স্বৰ্গী হ'ল। এওঁৰ ভোগৰ সংখ্যা ন বছৰ।

জয়ধ্বজ ৰজাৰ হিন্দু ধৰ্ম্মৰ প্ৰতি বড় শ্ৰদ্ধা আছিল আৰু তেওঁ নিৰঞ্জন বাপুত শৰণ ললে।* এবং অনেক ব্ৰাহ্মণ মহন্তক বৃত্তি দিলে। শঙ্কৰদেৱৰ সন্তানসকল কামৰূপ আৰু ভাটীত আছিল। পাছে তেওঁৰ জন্মস্থান বৰদোৱাৰ ওচৰ আইভেটীলৈ আই লক্ষ্মী নামে নাতি বোৱাৰী এজনাক জয়ধ্বজে অনাই অনেক বৃত্তি দান কৰিলে। জয়ধ্বজ সিংহ স্বৰ্গদেৱৰ দুজনা পুতেকৰ কোনো এজনাক মন্ত্ৰীসকলে ৰজা নাপাতি দেওৰজা নামে এজনা পূৰ্ব্বৰ কোঁৱৰৰ নাতি চুপুংমুঙ্গক ১৫৮৫ শঁকত ৰজা পাতিলে। শিঙ্গৰীঘৰ উঠি এওঁ চক্ৰধ্বজ সিংহ নাম ল'লে। প্ৰতি বছৰে মুসলমানক

* এই নিৰঞ্জন বাপুএই আউনি আটী সত্ৰ সংস্থাপক।

কৰ দিব লগীয়া হোৱাত প্ৰজাৰ পৰা খেলে খেলে ৰূপকৈ কি বস্তুকৈ পঁচা তুলি গোলাঘৰ কৰি থলে, তেতিয়াৰে পৰা গোলাঘৰ দেশত চলিল। মুসলমানৰ উপদ্ৰৱৰ আশঙ্কাত কামৰূপত স্নুন্দৰকৈ সৈন্য থোৱা হ'ল আৰু ভাল ভাল মানুহক বড় ফুকন আৰু সেনাপতি বাবত ৰখা হ'ল। ১৫৯০ শঁকত দিল্লীৰ বাদশাহৰ পৰা আগৰ বাবৰ কৰ সাধিবলৈ উকীল অহাত চক্ৰধ্বজ ৰজাই এই বুলি কৰ দিবলৈ অস্বীকাৰ কৰিলে বোলে মীৰজুমলাই মিত্ৰ কৰি ৰাজ্য দিহে গইছে। বাদশাহাই ইয়াতে অপমান পাই অনেক সৈন্য পঠায়।* সেইসকলে ক্ৰমে উজাই আহি গুৱাহাটী ভাটী সৰাই চকী পালেহি। এখেৰ পৰা মোমাই তামুলী বড় বড়ুৱাৰ পুতেক লাচিত বড় ফুকন হই গই সৰাইতে বাদশাহৰ সৈন্যে সইতে যুদ্ধ হ'ল। তাতে বঙ্গালৰ সৈন্যে ঘাটী ভটীয়াই গ'ল। লাচিত বড় ফুকনে বঙ্গালক খেদি নিলে। আৰু গুৱালপাড়াৰ সিপাৰৰ মানাহা নদীকে বঙ্গাল আৰু আমাৰ দেশৰ মাঝত সীমা নিৰ্ব্বন্ধ কৰা হ'ল। ই সীমা আজিলৈকে স্থিৰ হই আছে। প্ৰথমে লাচিত বড় ফুকনে যোগাঘোপাৰ ভাটীত এক নগৰ পাতি তাৰ নাম আসাম নগৰ দিলে। কিন্তু মানাহাৰ সীমা স্থিৰ হেন দেখি আসাম নগৰ এড়ি আহি মানাহাৰ ওচৰৰ লুইতৰ দাঁতি হাদীৰাত অসম আৰু বঙ্গাল দেশৰ সীমা স্থিৰ ৰাখিবলৈ চকী ও ঘাট পাতি সীমাৰক্ষক সৈন্য থলে। এনে কথা প্ৰচাৰ আছে বোলে বঙ্গাল সৈন্যেৰে সৈতে আমাৰ সৈন্যক পৃথক কৰিবলৈ পাণ্ডুনাথৰ ভাটীত এটা খাল লাচিত বড় ফুকনে একে ৰাতিতে খনালে আৰু কলাৰ ভুৰৰ ওপৰত তুঁহ দি আন্ধাৰ নিশা বাঁহেৰে মানুহৰ আকৃতি সাজি তাত চাকি লগাই সেইখনা নদীৰে ভটীয়াই দিয়াত সৰাইত থকা বাদশাহৰ সৈন্যে ভাটীৰ পৰা অসমৰ সৈন্যে আক্ৰমিবলৈ আহিছে বুলি ভাবি ভটীয়াই গ'ল। বঙ্গালৰ আক্ৰমণৰ পৰা ৰক্ষা পোৱাৰ পাছত গুৱাহাটীত বড় ফুকনৰ ৰাজধানী দৃঢ়কৈ পতা হ'ল। গুৱাহাটীৰ চাৰিওপিনে চাকি আৰু প্ৰাচীৰ, আৰু দোপদৰ ঘৰ লাচিত বড় ফুকনে সজালে। এইবাৰ যুদ্ধত জয় হোৱাৰ পাছত চক্ৰধ্বজ ৰজাৰ দিনত আৰু কোনো বিশেষ ঘটনা

* এই সৈন্যৰ সেনাপতি ৰাজা ৰামসিংহ আছিল।

নই’ল। পাছে ১৫৯২ শঁকত ৰজাদেৱ স্বৰ্গী হ’ল। সি শঁকতে এইজনা ৰজাদেৱৰ ভ্ৰাতৃ চুত্যত ফাই সিংহাসন পাই শিঙ্গৰী ঘৰত উঠি হিন্দুমতে উদয়াদিত্য নাম ললে। পিছে বঙ্গালে সইতে আকৌ যুদ্ধ হয় ভাবি গুৱাহাটী নগৰৰ প্ৰতিহে এওঁৰ দৃষ্টি হ’ল। আৰু কেইবা ঠাইতো গড় আৰু আলি কৰি সি নগৰৰ সৌন্দৰ্য্য বঢ়ালে। উজনিতো ববাগী আলি নামে এক আলি কৰালে। ইজনা ৰজাদেৱে চামুগুড়ীয়া আতাত শৰণ লই মহাপুৰুষীয়া ধৰ্ম্মলৈ বিশেষ শ্ৰদ্ধা দেখুৱাইছিল। লুখুৰাসন ফৈদৰ ভেবেৰাক উদয়াদিত্য ৰজাই বড় বড়ুৱা পাতিলে, কিন্তু বড় বড়ুৱাই সইতে কোনো কোনো কথাত ৰজাৰ মত বিভিন্ন হোৱাত ১৫৯৪ শঁকত বড় বড়ুৱাই ভয় পাই গুপ্তৰূপে বিষপান কৰোৱাই ৰজাক মৰালে। এওঁৰ ভোগৰ কালৰ সংখ্যা ২ দুই বছৰ মাত্ৰ। ১৫৯৪ শঁকত উদয়াদিত্যৰ ভ্ৰাতা চুক্লন্‌ফা সিংহাসন প্ৰাপ্ত হই শিঙ্গৰী ঘৰত উঠি ৰামধ্বজ নাম ললে। এওঁৰ দিনত বিশেষ কোনো ঘটনা নহ’ল। কেবল ডেবেৰা বড় বড়ুৱাক তুষ্ট কৰিবলৈ তেওঁৰ ভাগিনীয়েক চেংমুনক ৰুড় গোঁহাই পতা হ’ল। ৰজাদেৱ নৰীয়া পড়ি ১৫৯৬ শঁকত স্বৰ্গী হ’ল।

এওঁৰ সন্তান নাথাকিল আৰু ই ফৈদৰ আন কোঁৱৰো নোহোৱাত চামগুড়ীয়া ফৈদৰ চুহুঙ্গক সেই বড় বড়ুৱাই ৰজা পাতিলে কিন্তু ১ মাহ ১৫ দিনতে চুহুং ৰজাক অযোগ্য যেন দেখি সেই বড় বড়ুৱাই বিষ খুৱাই মৰালে। বড় বড়ুৱাৰ এনে মন আছিল যে আকৌ এজনা তেওঁ ৰজা পাতি আপুনি দেশ শাসন কৰে। এই নিমিত্তে তুঙ্গখুঙ্গিয়া ফৈদৰ গোবৰ কোঁৱৰক ৰজা পাতিলে। সংসাৰত প্ৰতাপ বা কষ্ট চিৰন্তনীয়া নহয়। বড় বড়ুৱাই নিজৰ প্ৰতাপ বঢ়া হোৱাত আন আন ডাঙ্গৰীয়াসকলক অপমান কৰি থইছিল। ইয়াক বাঁহগৰীয়া বুঢ়া গোঁহাই আৰু শোলা বড় ফুকনে পেটে বড়কৈ লই গোবৰ ৰজা ও ভেবেৰা বড় বড়ুৱা দুইকো একেদিনাই প্ৰকাৰান্তৰে মৰালে। গোবৰ ৰজাৰ ভোগৰ কাল ২০ দিন মাথোন। ভেবেৰা বড় বড়ুৱাক মৰোৱাৰ পৰা দেশৰ মহা উপকাৰ হ’ল। তেওঁৰ হাতত তেওঁৰ উপকাৰী দুজনা ৰজাৰ তেজ ৰইছে। তেওঁ মহালোভী ও হিংসুক আছিল। সেই শঁকতে সেই শোলা বড় ফুকন আৰু বাঁহগৰীয়া

বুঢ়া গোঁহাই দুয়ো আকৌ দিহিঙ্গীয়া ফৈদৰ চুজিন্‌ফাক আনি ৰজা পাতিলে। চিতামণিগড় নামে যে উজনিৰ প্ৰসিদ্ধ গড় তাক ইজনা বুঢ়া গোঁহাইয়ে ৰজাদেৱৰ আজ্ঞানুসাৰে বন্ধালে। যদিচ এইজনা বুঢ়া গোঁহাইয়ে চুজিন্‌ফাক ৰজা পাতিছিল তথাপি ৰজাৰ এইটি আশঙ্কা আছিল যে তেওঁ যেতিয়া পাতিব পাৰিলে ঘূৰি আকৌ ভাঙ্গিবও পাৰিব। ই কথা বুঢ়া গোঁহাইয়ে গম পাই ৰজা আৰু মন্ত্ৰী দুয়োৰো মনত দুইলৈকো শঙ্কা হ'ল। কিন্তু ৰজা নিতান্ত দুৰ্ব্বল আৰু মন্ত্ৰী সবল। ৰজাৰ হিত চিন্তা কৰা কোনো মানুহ নথকাত "বুঢ়া গোঁহাইয়ে মাৰিব খোজা বুলি জানি আপুনি শিলত মূৰ আফালি ৰজাদেৱে প্ৰাণ এড়িলে। এওঁৰ দুই বছৰ ন মাহ পঁচিশ দিন মাত্ৰ ভোগ। ১৫৯৯ শঁকত চুজিন্‌ফাৰ মৰণ হোৱাত তেওঁৰ পুতেক ৰজা হ'ব নোৱাৰিলে। পৰ্ব্বতীয়া চুড়ৈফা কোঁৱৰক সি শঁকতে মন্ত্ৰীসকলে সিংহাসন দিলে। এওঁ পৰ্ব্বতৰ নগৰতে শিঙ্গৰী ঘৰত উঠিল হয় কিন্তু হিন্দু মতে একো নাম নললে। এওঁ উঁৰিকাত বোকা নগৰ নামে এখন নগৰ কৰালে।

গুৱাহাটীত শোলা বড় ফুকন আছিল। যদি লাচিত বড় ফুকনৰ দিনৰে পৰা মানাহ নদী অসম আৰু বঙ্গালৰ সীমা হই থাকিছে, তথাপি ৰঙ্গামাটিত দিল্লীৰ বাদশাহৰ সৈন্যে সদাই কামৰূপৰ আক্ৰমণ কৰি থকাত বড় ফুকনে নিজৰ দুৰ্ব্বলতা ভাবি আৰু প্ৰজাবিলাকৰ হাহাকাৰ আৰু অকাল মৰণ গুছাবলৈ সেই ৰঙ্গামাটিৰ আজমতৰা নবাবেৰে মিলিবৰ ইচ্ছা কৰিলে। নবাবে পূৰ্ব্বৰ কলিয়াবৰ পৰ্য্যন্ত দেশ নাপালে তুষ্ট নহওঁ বুলি কোৱাত কলিয়াবৰলৈকে দেশ এড়ি দি সন্ধি পত্ৰ কৰি ১৬০১ শঁকত উজাই গ'ল। যুদ্ধ কৰি বড় ফুকনে যি দেশ ল'লে সি দেশ বিনা যুদ্ধে শোলা বড় ফুকনে এড়ি অহাত বিশেষকৈ ক্ষমতা নোহোৱাকৈ সন্ধি পত্ৰ কৰাত ৰজা প্ৰজা সকলোৱেই বড় ফুকনৰ ওপৰত অতি বেজাৰ হ'ল। বড় ফুকনে ই কথা ভু পাই বঙ্গালৰ বড় বিক্ৰম এইটো বুঝাই কই ৰজাদেৱক পৰ্ব্বতলৈ লই গ'ল। আৰু তাতে তেওঁক বিষ ক্ৰিয়াৰে প্ৰাণে মাৰিলে। এওঁৰ ভোগ ২ বৎসৰ মাথোন। ৰজাৰ মৰণৰ সম্বাদ শুনা মাত্ৰকতে নগৰত চামগুড়ীয়া ফৈদৰ চুনিক্‌ফাক আনি মন্ত্ৰীসকলে ৰজা পাতিলে। এওঁৰ

শৰীৰ তেনে হৃষ্ট পুষ্ট নথকাত এওঁৰ আৰু এটি নাম ল'ৰা ৰজা। শোলা বড় ফুকনে এই বাৰ্ত্তা বুজ পাই নগৰলৈ অহা মাধ ভোতাই নামে এজন লোকে বুঢ়া গোঁহাই ডাঙ্গৰীয়াৰ আজ্ঞা অনুসাৰে তেওঁক কাটিলে। তেওঁৰ ভায়েক ভাবধৰাক বড় ফুকন বিষয় দি গুৱাহাটীলৈ পঠালে। কামৰূপত যি অলপ বঙ্গাল আছিল তাক খেদাবলৈ যত্ন কৰোঁতেই প্ৰায় কাৰ্য্যতে তেওঁৰ দুৰ্ব্বলতা প্ৰকাশ পালত গুৱাহাটীৰ পৰা ৰজালৈ সম্বাদ যাওঁতে ভাবধৰা ফুকনে ভবিষ্যৎ ভাবি পলাই গ'ল। পাছে লান মাৰ্খুৰ বন্দৰক বড় ফুকন পতাত তেওঁ গুৱাহাটীলৈ গ'ল। আৰু বড় প্ৰতাপেৰে পূৰ্ব্বৰ মানাহা নদীক সীমা স্থিৰ ৰাখিলে। ১৯৫২ শঁকৰে পৰা কেইবা ফৈদৰো কেইবাজনো ৰজা হ'ল। আৰু মন্ত্ৰীসকলৰ যিজনাই যি ফৈদৰ যাক ভাল পাইছিল, তাকে ৰজা পাতিছিল। এই কালৰ ভিতৰতে ছজনা ৰজা হয়। তাৰে ৪ জনাক বিষ খুৱাই মন্ত্ৰীসকলে মাৰে। এজনাই আত্মঘাতী হই প্ৰাণ ত্যাগ কৰে। কেৱল এজনাহে স্বাভাবিকৰূপে মৃত্যু হয়। ৰজাৰ ফৈদবিলাকৰ কোঁৱৰৰ সংখ্যা ক্ৰমে অধিক হ'ল। আৰু এজন ৰজা হই থাকোঁতে এক ফৈদৰ এজনা কোঁৱৰে তলে তলে মন্ত্ৰী-সকলে সইতে মন্ত্ৰণা কৰি দ্ৰোহ পাতি ৰজাসকলক প্ৰাণে মৰোৱাত ৰাজ্যত হুলস্থুল হৈছিল। এই কাৰণে ল'ৰা ৰজাই কোঁৱৰ পালেই তেওঁৰ অঙ্গক্ষত, ও তাৰে মুখ্য হলে মাৰি পেলাবলৈ আজ্ঞা দিলে। সাধাৰণ অনেক কোঁৱৰৰ এইৰূপে অঙ্গক্ষত কৰা হ'ল। আৰু কাকো মৰাও হ'ল। তুঙ্গখুঙ্গীয়া ফৈদৰ গোবৰ ৰজাৰ কোঁৱৰ লাঙ্গি গদাপাণি বড় বাহুবলী বুলি বিখ্যাত আছিল। যাৰ ওপৰত কোঁৱৰ ধৰাৰ ভাৰ আছিল, সিসকলে গদাপাণি কোঁৱৰকহে বড় আক্ষেপকৈ বিচাৰ কৰিলে। গদাপাণি কোঁৱৰে এজনী মুসলমান পোহাৰীৰ ঘৰত কিছুমান দিন পলাই থাকে। তাতে ধৰা পৰিবৰ শঙ্কা কৰি তেওঁ ভটীয়াই গ'ল। যাওঁতে বাটত সলাল গোঁহাইয়ে পৰিচয় পাই ৰাজযোগ্য হেন দেখি ভটীয়াই কামৰূপলৈ যাবলৈ অনুমতি দিলে। আৰু ছল পালে তেওঁৰ ভিনিহীয়েক বন্দৰ বড় ফুকনৰ সহায় লবলৈ কলে। গদাপাণিয়ে ই মন্ত্ৰণাক দৃঢ়ৰূপে মানি কামৰূপলৈ গ'ল। প্ৰথমে তাৰে এঘৰ ব্ৰাহ্মণৰ ঘৰত আৰু তাৰ পাছে চান্দকুছীয়া বড়ুৱাৰ

ঘৰত থাকি তাতো নির্ব্বিঘ্ন হেন নেভাবি ৰাণীলৈ গ'ল। এনে কথা কোৱা আছে যে ৰাণীৰ এজনী গাৰোৱানীৰ ঘৰত থাকিল গই। এই সকল ঠাইত গদাপাণিয়ে অতি সামান্য বেশে থাকি ক্ষেতি কৃষি কৰিছিল।

দুৰ্ব্বল ল'ৰা ৰজাৰ দৌৰাত্ম্যত দেশৰ প্ৰধান প্ৰধান লোকসকলৰ বড় বিপত্তি হ'ল। কোনো লোকে কোনো কোঁৱৰক সহায় দিছে, এইটোৰ অলপ উন্নুকিয়নী পোৱাতে অবিচাৰত ৰজাই অনেক লোকৰ ধন প্ৰাণ হৰণ কৰিছিল। দেশৰ প্ৰায় সকলোৱেই কেনেকৈ ৰজাৰ হাতৰ পৰা ৰক্ষা পায়, তাকেহে চিন্তিছিল। ল'ৰা ৰজাৰ দুৰ্ব্বলতাক গদাপাণিৰ সবলতাই দমিব পাৰিব যেন ভাবি সকলোৰে তেওঁৰ প্ৰতিহে চকু হ'ল। সলাল গোঁহাইৰ পৰা বন্দৰ ফুকনে গদাপাণিৰ বাৰ্ত্তা পাই তেওঁক বিচাৰিবলৈ আজ্ঞা দিলে। আৰু তেওঁৰ লুকাই থকা ঠাইত বিচাৰি পাই বড় ফুকনে আপোনাৰ ঘৰলৈ নিলে, এবং গৰগাঁওলৈ এই বাৰ্ত্তা পঠালে। ল'ৰা ৰজাই এই বাৰ্ত্তা পাই বন্দৰ বড় ফুকনক ভাঙ্গিবলৈ মন্ত্ৰণা কৰিলে। বড় ফুকনে ইয়াক বুঝ পোৱাৰ পূৰ্ব্বেই প্ৰকাশ্যৰূপে গদাপাণিক ৰজা পাতিবলৈ উজাই আহিল। বাটত আহোঁতে সকলোৱে গদাপাণিৰ ফলীয়া হ'ল। সৰিয়হতলীৰ ঘাটতে অনেক ফুকন ডাঙৰীয়া ও প্ৰধান লোকসকলে গদাপাণিক ৰজা বুলি সেৱা কৰিলে। বড় ফুকনৰ গুৰু দক্ষিণ পটীয়া গোঁসাইয়ে ল'ৰাৰ প্ৰতি দ্ৰোহ নাচৰিবলৈ অনেক কোৱাতো বড় ফুকনে তাক নামানিলে। এনে কথিত আছে বোলে গোঁসাইৰ কথা নুশুনাত গোঁসাইয়ে বড় ফুকনক হতশ্ৰী হবলৈ শাপ দিলে, আৰু গোঁসাইকো বড় ফুকনে সেইৰূপে শাপ দিলে।

ল'ৰা ৰজাদেৱে আপোনাৰ শেষ দশা জানি গদাপাণিৰ বিৰুদ্ধে যুদ্ধ কৰিবলৈ উদ্যোগ কৰিলে, কিন্তু সেই উদ্যোগ কৰি থাকোঁতেই বন্দৰ বড় ফুকনে নগৰ পালে গই আৰু কিছুমান সৈন্য ও প্ৰধান প্ৰধান লোকসকলে সইতে বড় চ'ৰাৰ মুখ পালে গই। আলন বুঢ়া বড় বড়ুৱাত বিনে সকলোৱে গদাপাণিক ৰজা মানি সেৱা কৰিলে। ইফালে বড় ফুকনৰ মানুহে ল'ৰা ৰজাক বন্দি কৰি স্থানান্তৰলৈ খেদালত, সেই বড় চ'ৰাতে

সকলোৱে ১৬০৩ শঁকত গদাপাণিক ৰজা বুলি সেৱা কৰিলে শেষত ল'ৰা ৰজাক যোগান দি নামৰূপত থলে। পাছে এবাৰ গদাপাণি ৰজাৰ দ্ৰোহ আচৰিবলৈ ধৰাত ল'ৰা ৰজাক প্ৰকাৰান্তৰে মৰালে। এওঁৰ ভোগ দুবছৰ। এইজনা ৰজা অতি দুৰ্ব্বল অথচ লোভী মানুহ আছিল, এই হেতুকে তেওঁ সৰহ দিন ৰাজত্ব কৰিবলৈ নাপালে।

১৬০৩ শঁকত গদাপাণি সিংহাসনত উঠে। তেওঁক ৰজা হবলৈ যি-সকলে সহায় কৰিছিল, সিসকলৰ প্ৰতি তেওঁৰ নিচেই বিশ্বাস নাছিল কেবল সিংহাসনত দৃঢ়তৰ হবলৈহে সিসকলে সইতে ব্যৱহাৰ কৰিছিল। শিঙ্গৰী ঘৰত নুঠিলে ৰজা স্থিৰতৰ নহয় এই দেখি বৰকলাত নগৰ কৰি গদাপাণি শিঙ্গৰী ঘৰত উঠি আহোম মতে চুপাতফা আৰু হিন্দুমতে গদাধৰ সিংহ নাম ললে।

এইৰূপে ৰাজ্যাভিষিক্ত হই আগৰ তিনিজনা ডাঙ্গৰীয়া ও বড় বড়ুৱাক অবসৰ কৰি আপোনাৰ ইচ্ছামতে নকৈ সি সি ফৈদৰপৰা ভাল ভাল মানুহ বাছি লই সেই সেই পদত নিয়োজন কৰিলে। এজনা ৰজা পাটত বহি থাকোঁতেই আন এজনক পাতি দ্ৰোহ চিন্তা আৰু উদয়াদিত্য ৰজাৰ দিনৰে পৰা যিসকল লোকে দেশত হুলস্থূল লগাইছিল, তাৰে জীয়াই থকা কিছুমান লোকক ৰাজদ্ৰোহী বুলি আপোন আপোন পদৰ পৰা অবসৰ কৰি শালত দি ভুৰ বান্ধি উটাই দিলে। এই ঠাইক শালমৰা মুখ বোলে। বন্দৰ বড় ফুকনৰ বিশেষ সাহায্যতে গদাধৰে ৰজা হোৱা বাবে তেওঁক প্ৰাণে নেমাৰি, তেওঁৰ দ্ৰব্য বস্তু লুটি ৰজাৰ ঘৰলৈ আনিলে এবং কৰ্ম্মৰ পৰা অবসৰ কৰিলে। কথিত আছে বোলে বন্দৰ বৰফুকনৰ বংশত দক্ষিণপটীয়া গোঁসাইৰ শাপৰ দ্বাৰাই আৰু কোন বড় ফুকন নহ'ল। আৰু সিজনা দক্ষিণপটীয়া গোঁসাইৰো বংশত কোনোৱে বড় ফুকনৰ শাপত অধিকাৰী পদ নাপালে। সন্দিকৈ ফুকনক গুৱাহাটীলৈ বড় ফুকন পাতি পঠালে। নকৈ মন্ত্ৰী আৰু বিষয়া লোৱাৰ পাছত ৰজাই দেশৰ উপকাৰৰ নিমিত্তে মদ দিবলৈ ধৰিলে। ধোদৰ আলি প্ৰভৃতি কেইবাটাও আলি আৰু পুখুৰী খনালে। দুঠাইত দুখন শিল সাঁকো কৰালে। শঙ্কৰ আৰু মাধবদেৱৰ দিনৰে পৰা তেওঁবিলাকে

ও তেওঁবিলাকৰ শিষ্যসকলে পতা অনেক মহন্ত হই দেশৰ চাৰিওফালে হিন্দূ ধৰ্ম্ম প্ৰবৰ্ত্তাবলৈ ধৰিলে। অনেকে কোনো মহন্তৰ পৰা কোনো নিৰ্ম্মালি আদি লই মহন্ত নোহোৱাকৈ মহন্ত নাম লই সত্ৰ পাতিবলৈ ধৰিলে। যিসকল আগৰ মহন্ত সিসকলৰ অনেকে ৰজাত পদৰ গৌৰব আৰু ধৰ্ম্মৰ প্ৰতি দৃষ্টি কৰিবলৈ কলে। গদাধৰ সিংহ স্বৰ্গদেৱক বড় ফুকনে যেতিয়া উজাই লই আহে, তেতিয়া তেওঁ মহন্তৰ পৰাক্ৰম দেখিছিল। বিশেষ দেশত আলি-পুখুৰী ইত্যাদি কৰাবলৈ ধৰাত পাইকৰো সংখ্যা বড় কম পালে। অনেকেই মহাজন বা ভকত বুলি কাৰ্য্য নকৰিলে এইবিলাক কাৰণত থাকি অনেক মহন্তক স্বৰ্গদেৱে চেউনীবচা আদি ঠায়ে ঠায়ে দূৰৈকৈ পাতিলে আৰু অনেক মহাজনে কোৰ লই আলিৰ বন কৰিব লগা হইছিল।

সন্দিকৈ বড়ফুকন গুৱাহাটীতে থকাত ৰঙ্গামাটিৰ মুসলমান সেনাপতি মঞ্জুল খাঁ নবাবে অনেক সৈন্য লই অসম দেশ আক্ৰমিবলৈ ১৬০৫ শঁকত উজাই আহিল। শুক্ৰেশ্বৰৰ ইটাখুলী পৰ্য্যন্তে মুসলমানৰ সৈন্য যায়। সন্দিকৈ বড় ফুকনে মুসলমানৰ সৈন্য অহা জানিও কাণসাৰ মাৰি থাকি আপোনাৰ সৈন্য যুগুত কৰিছিল। পাছে সেই ইটাখুলীত এক বড় যুদ্ধ হয়, তাতে বড়ফুকনে নবাবক পৰাস্ত কৰি ৰঙ্গামাটি পৰ্য্যন্তে বঙ্গাল খেদি থলে। এই অবধি আহোমৰে বঙ্গালৰে ৰণ নহ'ল। এই ৰণৰ পৰা বড়ফুকন উলটি আহি মানাহাকে অসম ও বঙ্গাল দেশৰ ধৰ কৰি ৰাখিলেহি।

ই ৰণৰ পাছতে গদাধৰ সিংহে সমুদায় দেশত পিয়ল কৰিবলৈ আজ্ঞা দিলে। তেওঁ যেতিয়া কামৰূপৰ বামুণৰ ঘৰত বনুৱা হই আছিল তেতিয়া মুসলমানহঁতৰ দিনৰ পৰা চলি থকা পিয়লৰ পৰা প্ৰজাৰ কিমান সুখ তাক জানি সেই নিয়ম চলালে। আৰু এই কাৰ্য্য কৰিবলৈ কোঁচবেহাৰ ও বঙ্গালদেশৰ পৰা কেইবাজনো কাকতী অনায়। কিন্তু পিয়লৰ কৰ্ম্ম এইজনাৰ দিনত আৰম্ভন মাত্ৰ হ'ল শেষ হবলৈ নাপালে। এনে প্ৰবাদ আছে বোলে যিজনী গাৰোৱানীৰ ঘৰত স্বৰ্গদেৱ পূৰ্ব্বে পলাই আছিল, সিজনীক সেই দেশৰ ৰাণী পাতিলে। আৰু সেই গাৰোৱানীৰ স্বামী নাছিল, সেই নিমিত্তে ৰাৰ্জ্যভাৰ দিয়াৰ বাবে সি

দেশৰো নাম ৰাণী হ'ল। এই ৰাণীক বিশেষ ৰাজ মৰ্য্যদা দিয়া হইছিল। আন আন যি লোকে ৰজাক সেই অজ্ঞাত বাসত সহায় কৰিছিল সি-সকলকো তেওঁ বিশেষকৈ লোক বিবেচনা কৰি বঁটা দিছিল পাছে সম্পূৰ্ণ ১৪ বছৰ ১০ মাহ ১৩ দিন ৰাজ্য ভোগ কৰি স্বৰ্গদেৱ ১৬১৭ শঁকত ১৩ ই ফাগুন কৃষ্ণা চতুৰ্থীত স্বৰ্গী হ'ল। গদাধৰ সিংহ স্বৰ্গদেৱ বড় বাহুবলী ও শকত মানুহ আছিল। তেওঁৰ ভোজন শক্তি এনেহে আছিল যে প্ৰতিদিনে এটি এটি দমৰা পোৱালি খাইছিল। কিন্তু আস্বাদনত বড় পটু নাছিল। ৰজা হোৱাৰ পূৰ্ব্বে যেনে বস্তু খাইছিল ৰজা হইও তাৰ প্ৰতিহে মন আছিল। তেওঁৰ বড় সঙ্কীৰ্ণ স্বভাব আছিল যে কাতো তেওঁ পেটৰ কথা নকয়, তেওঁৰ ইচ্ছা যে তেওঁৰ পৰিচাৰক-সকলে এনেই তেওঁৰ মন বুঝি কাৰ্য্য কৰোক্ যেতিয়া তেওঁ ৰাজপদ পালে তেতিয়া আন ৰজাসকলৰ দৰে চাঙ্গমাইবিলাকে ভোজনৰ আয়োজন আৰু সামগ্ৰী দিয়াত খোৱাৰ আস্বাদ নাপাই তেওঁ অনেক চাঙ্গমাইক মাৰিলে শেষত এক বুদ্ধিমন্ত চাঙ্গমাইয়ে তেওঁৰ প্ৰিয় খাদ্য ৰঙ্গা আহু চাউলৰ ভাত আৰু দমৰা পোৱালি খাৰেৰে ৰান্ধি দিয়াত সেই দিনাৰ পৰাহে তেওঁৰ সন্তোষ হ'ল আৰু চাঙ্গমাই কাটিবলৈ এড়িলে।

স্বৰ্গদেৱৰ ইমানহে বল আছিল যে লড়ি অহা হাতীক দাঁতত ধৰি ৰাখিছিল। বলী মানুহবিলাকক প্ৰায় নিৰ্দ্দয়, ক্ৰূৰ আৰু নিমৰমীয়াল দেখি। এইজনা স্বৰ্গদেৱৰ যে সেই স্বভাব আছিল তাৰ প্ৰমাণ চাঙ্গমাই-বিলাকক অকাৰণত কটা আৰু শালত দিওঁতাৰ ফলীয়া অনেকক ভুৰ বান্ধি উটাই দিয়াৰ দ্বাৰা জানিব পাৰি। বাহুল্যৰূপে ৰাজনীতি চালে এই দুটিৰ শেষৰ কাৰ্য্যৰ কিছুমান ৰক্ষা কৰিব পাৰি, কিন্তু প্ৰথমৰ কাৰ্য্যটিত কোনো মতে তেওঁক ক্ষেমিব নোৱাৰি।*

* এনে কথা প্ৰচাৰিত আছে বোলে গদাধৰ সিংহ স্বৰ্গদেৱৰ কোপ দৃষ্টি মহন্ত সকলৰ ওপৰত পড়াত অনেক ব্ৰাহ্মণ যিসকলে মহন্তৰ শাৰী লবলৈ উদ্যোগ কৰিছিল বা কাৰবলৈ উপক্ৰম কৰিবলৈ ধৰিছিল সেইসকলে দেশ এড়ি বিদেশলৈ গ'ল। ৰাজশাহী জিলাৰ বড়ল নদীৰ ওচৰত কেতবিলাকৰ ব্ৰাহ্মণ আছে। সেইসকলৰ অনেকেই এই সময়তে কামৰূপ এড়ি তাত বাস কৰি থকা লোকৰ সন্তান। এই ব্ৰাহ্মণ সকলক এতিয়াও "কামৰূপী বৈদিক" বোলে।

## নবম অধ্যায়

গদাধৰ সিংহ স্বৰ্গদেৱৰ লাই আৰু লেচাই নামে দুজনা কোঁৱৰ আছিল। সেই দুজনাৰে গোঁহাইদেৱ ১৯১৭ শঁকৰ ১৪ ফাল্গুনত ৰজা হ'ল। আৰু গৰগাঁও নগৰতে শিঙ্গৰী ঘৰত উঠি হিন্দুমতে ৰুদ্ৰ-সিংহ আৰু আহোমমতে চুখ্রুঙ্গফা নাম গ্ৰহণ কৰিলে। যিসকল মহন্তক বচা চেউনী আদিত পিতৃ ৰজাই পাতিছিল, সিসকলৰ অনেকৰ ডাঙৰীয়াসকলত খাটনী আছিল। কেতবিলাকৰ আকৌ আন আন মহন্তে সইতে মিত্ৰতা আছিল আৰু সিসকলৰ উদ্যোগত স্বৰ্গদেৱ শিঙ্গৰী ঘৰত উঠিবৰ দিনা নিৰ্ম্মালি দিবলৈ যোৱা মহন্তসকলে এই ভিক্ষা খুজিলে বোলে যেনে তেনে প্ৰকাৰে মহন্ত নাম ধৰি যিসকলে একো কঠা চাউল খাই আছে সিসকলক পাতিব লাগে। মন্ত্ৰী ও আন আন লোক সকলেও সেইৰূপে স্বৰ্গদেৱক জনোৱাত স্বৰ্গদেৱ তাতে মান্তি হ'ল। সমুদায় মহন্তসকলক মাজালীত পাতিবলৈ আজ্ঞা দিয়া হ'ল। আৰু সকলোবিলাকক বড় সৰু ক্ৰমে মৰ্য্যাদা দিয়াও হ'ল। তেতিয়াৰ পৰাহে এনে বিবেচনা হ'ল যে মহন্তসকলৰ গুড়ি ঠাই মাজালী আৰু যাৰ মাজালীত ঠাই নাই, সিসকলক ন মহন্ত বুলি জনা যায়। মহন্ত-সকলক এইৰূপে শ্ৰেণীবদ্ধ কৰোঁতে বড় শ্ৰম হইছিল। অনেক মহন্তৰ চাউল মৰা হ'ল হয় কিন্তু তাৰ দ্বাৰাই সিসকলৰ বিশেষ হানি নহ'ল। কিয়নো, সেইসকলে বড়া, শয়কীয়া ইত্যাদি বিষয় পালে। এইজনা ৰজাদেৱৰ দিনত বাহিৰৰ কোনো বিগ্ৰহ নাছিল। এই নিমিত্তে তেওঁ দেশৰ উন্নতিৰ প্ৰতি বড় মন দিবলৈ সময় পালে। মেটেকা নামে ঠাইত ৰঙ্গপুৰ নামে নগৰ কৰি তলাতল ঘৰ নামে এটা পকী ঘৰ কৰালে। এনে প্ৰবাদ আছে বোলে বঙ্গাল দেশৰ পৰা ঘনশ্যাম নামে এজন মিস্ত্ৰী অনাই এই তলাতল ঘৰ কৰোৱা হ'ল। পাছে যেতিয়া ঘৰ সম্পূৰ্ণ হ'ল তেতিয়া সেই মিস্ত্ৰীক প্ৰাণ দণ্ড কৰা হ'ল। তাৰ কাৰণ এই আছিল যে পাছে সি গই ই দেশৰ অৱস্থা ভালকৈ

বঙ্গাল দেশত কয় গই, কিয়নো তাৰ এই দেশত থকাৰ কাল প্ৰায় ন বছৰমান হ'ব। জয় সাগৰৰ দ'ল ও পুখুৰীৰ নাম ডাঙ্গ আৰু ডিমোৰ শিল সাঁকো আৰু কেইবাটাও আলি এইজনা ৰজাদেৱৰ দিনতে কৰা হ'ল।

এইবিলাক কাৰ্য্য কৰোঁতে ভিন্ন দেশৰ ৰজাসকলে সইতে ৰুদ্ৰসিংহ ৰজাই মিত্ৰতা কৰিছিল। এনে কথা চলিত আছে বোলে পঞ্জাবৰ অমৃতসৰৰ ৰজা, বঙ্গাল দেশৰ নবাব আৰু কাশ্মীৰৰ ৰজা ও অযোধাৰ নবাবে সইতে পত্ৰেৰে মিত্ৰতা কৰা হইছিল আৰু সেই সেই দেশৰ ৰজাৰ ত'ৰ পৰা উকীল বা কটকী আহিছিল। মধ্য ভাৰতবৰ্ষৰ বন্দেল খণ্ডৰ অধিপতিলৈকো পত্ৰ লেখা হইছিল। তাৰপৰা হিৰা আনিবলৈ আৰু আন আন দেশৰপৰা মুক্তা পান্না, হিৰা প্ৰভৃতি ভাল ভাল বস্তু আনিবলৈ কেতবিলাক মানুহক পঠোৱা হইছিল। সেইসকলৰ পৰাই খাওন্দ বৈৰাগীৰ খেল সৃষ্টি হ'ল। হিন্দুস্থানৰ পৰা সেই খাওন্দসকলে গীত গাব, নাচিব, আৰু ৰজাৰ পৰা মানুহ কেতবিলাক আনে। ই দেশৰো এজন লোক দিল্লীলৈ গই পাখোৱাজ প্ৰভৃতি বজাবলৈ আৰু গীত গাবলৈ শিকি আহে। কমাৰ, কঁহাৰ, সোণাৰী, দৰ্জী, এনে অনেক শিল্পকাৰ মানুহ স্বৰ্গদেৱে ভাটীৰ পৰা অনাই দেশত পাতে আৰু সকলোকে বড় অনুগ্ৰহ কৰিছিল। এইজনা স্বৰ্গদেৱৰ বিদ্যাশিক্ষাৰ প্ৰতি বড় আগ্ৰহ আছিল। ঠায়ে ঠায়ে ব্ৰাহ্মণসকলৰ নিমিত্তে পঢ়াশালি পতাই দিলে। এবং পণ্ডিতসকলক বড় আদৰ কৰিছিল। ভাটীৰ পৰাও পণ্ডিত ব্ৰাহ্মণ অনাই দেশত পাতিলে আৰু এই দেশৰ ব্ৰাহ্মণৰ কোনো কোনো ল'ৰাকো ভাটীলৈ পঢ়িবলৈ পঠাইছিল। মহাজন-বিলাকৰ সত্ৰতো ল'ৰাবিলাকক পুথী পঢ়োৱাৰ নিমিত্তে বড় উৎসাহ দিছিল। হাতীৰ যুদ্ধ আৰু চৰাইৰ যুদ্ধ, মালৰ, আৰু আন আন অনেক ন ন বিদ্যা এই দেশত এইজনা ৰজাই চলালে।

গদাধৰ সিংহ স্বৰ্গদেৱৰ দিনতে যি পিয়ল আৰম্ভ হয় সেই পিয়ল এইজনা স্বৰ্গদেৱৰ দিনত প্ৰায় সমাপ্ত হয়। ইয়াৰ দ্বাৰাই দেশৰ আয় উৎপন্ন আৰু সকলো কথা স্বৰ্গদেৱৰ হাতৰ তলুৱাত হ'ল। স্বৰ্গদেৱে নিজে

লেখিব বা পঢ়িব নাজানিছিল হয় কিন্তু তেওঁৰ স্মৰণ শক্তি আৰু অনুসন্ধান শক্তি বড় প্ৰবল আছিল। ইমানহে প্ৰবল আছিল পাঁচ বছৰৰ পূৰ্বে হই যোৱা সামান্য কথাও তেওঁৰ মনত আছিল। যিহতে দেশৰ উন্নতি হয়, সি বিষয়ে তেওঁৰ বড় অনুসন্ধান আছিল। দেশী কি বিদেশী সকলোৱে সইতে তেওঁৰ এই বিষয়ে অনেক কথা-বাৰ্ত্তা হইছিল। গুৱাহাটীৰ যি সন্দিকৈ বড় ফুকন আছিল সেইজনাৰে সইতে ভাটী ফালৰ সমাগম অধিক হোৱাত স্বৰ্গদেৱৰ অধিকাংশ দেশৰ উন্নতি কাৰ্য্যত তেওঁ বৰ উৎসাহেৰে সাহায্য কৰিছিল। মগৰ লগোৱা নাওত চাব মাৰি বৈছা শিকাই চৰা নাওৰ খেল ৰজাৰ নগৰত চলিল। ইজনা বড় ফুকনে নগাঁও পাতিবলৈ বড় যত্ন কৰিছিল। কছাৰী আৰু জয়ন্তাৰ হাতৰপৰা নগাঁও লোৱা হোৱাৰ পাছত ইয়াক বড় যত্ন কৰি পতা হ'ল। দেশৰ অন্য অন্য ঠাইতো দেশী আৰু বিদেশী লোকৰ বড় সুন্দৰে শৃঙ্খলাকৈ ৰুদ্ৰসিংহ স্বৰ্গদেৱে পতোৱালে।

ৰজাসকলৰ প্ৰায় সকলোৰে এই নিয়ম দেখি যে যিজনা ৰজাৰ দিনত আন দেশৰ শত্ৰুৱে সইতে যুদ্ধ নহয় আৰু যিজনাই দেশৰ উন্নতিলৈহে মন দিয়ে সিজনাই নিজ দেশত যি উন্নতিৰ কাৰ্য্য কৰে, তাত অভিলাষ পূৰ্ণ নহয়। অন্য দুৰ্ব্বল দেশৰ প্ৰতি আক্ৰমণ কৰি সেই দেশ লবলৈ ইচ্ছা কৰে। আমালোকৰ চুবুৰীয়া কছাৰী ও জয়ন্তা দেশৰ অবস্থা সেই কালত দুৰ্ব্বল আছিল। ই দুই দেশ আক্ৰমিবলৈ ইচ্ছা কৰি ১১৩৩ শঁকত নগাঁওৰ মিছামুখ বাহৰলৈ স্বৰ্গদেৱ আহিল। এইজন ৰজাৰেই পদধূলি নগাঁও প্ৰথমে পড়ে। প্ৰথমে কিছুমান সৈন্য জয়ন্তালৈ পঠোৱা হ'ল। জয়ন্তাৰ ৰামসিংহ ৰজাই বিপদ আশঙ্কা কৰি মিত্ৰতা কৰিবলৈ নিজে মিছামুখৰ বাহৰলৈ আহিবলৈ ধৰিলে। আমাৰ সৈন্যে ই কথাত মান্তি নহ'ল। ৰামসিংহে আহিবৰ সময়ত পুত্ৰ দুটিক এই কথা কলে বোলে যদি আহোমৰ সৈন্য দেশ আক্ৰমিবলৈ কাৰবাৰ কৰে, তেনেহলে তেওঁলৈ অপেক্ষা নকৰি নীতি মতে দেশ ৰক্ষা কৰিবলৈ যেন যত্ন কৰে। যদিচ ৰামসিংহ অসম দেশলৈ আহিল তথাপি আমালোকৰ সেনাপতিয়ে জয়ন্তা আক্ৰমিবলৈ পুৰুষাৰ্থ নকৰি নাথাকিল।

জয়ন্তাৰ জয়ন্তী দেবীক আনিবলৈ অসমৰ সেনাপতিয়ে কাৱবাৰ কৰাত ৰামসিংহ পুত্ৰে যুদ্ধ কৰি দেবীক ৰক্ষা কৰিলে। অসমৰ সৈন্য পৰাস্ত হই দেশলৈ উলটি আহিল। জয়ন্তাৰ দৃষ্টান্ত অনুসৰণ কৰি তাম্ৰধ্বজ কছাৰী ৰজাই স্বৰ্গদেৱৰ কটকাৰ কথা শুনি মিছা বাহৰলৈ আহিল।

ৰুদ্ৰসিংহ স্বৰ্গদেৱ মিছামুখত প্ৰায় তিনমাহ মান আছিল। নগাঁওত যিৰূপে মানুহ পতা গইছিল, সিসকলোকে অবগত হ'ল। কছাৰীৰ আৰু জয়ন্তাৰ ৰজা অহা শুনি স্বৰ্গদেৱে বিপদ আশঙ্কা কৰি চাই দুৱাৰ নদুৱাৰ প্ৰভৃতি প্ৰদেশৰ অবস্থা জানিবৰ ছল কৰি বিশ্বনাথলৈ গ'ল। ৰামসিংহ আৰু তাম্ৰধ্বজ ৰজা দুয়ো বিশ্বনাথলৈ গ'লত তাতো তিনিও জনা ৰজাই সাক্ষাৎ হ'ল। আৰু তিনিওজনা ৰজাৰ দেশৰ বিষয়ে কলঙ্গ আৰু কপিলী ও কলীং নদীকে সীমা স্থিৰ কৰি সন্ধি কৰা হ'ল। তাতে কিছুমান দিন থাকি স্বৰ্গদেৱে দুয়োজনা ৰজাক লগত লই নতুন ৰঙ্গপুৰ নগৰত প্ৰধান উৎসব কৰে। দুমাহমানৰ মূৰত ৰামসিংহ ৰজাই ৰঙ্গপুৰ নগৰতে মৃত্যু হ'ল। ইয়াকে দেখি স্বৰ্গদেৱে কছাৰী ৰজাক ৰাজযোগ্য বঁটা দি দেশলৈ পঠাই দিলে। ৰঙ্গপুৰত যি উৎসব এই উপলক্ষে হয়, তাতে স্বৰ্গদেৱৰ ভ্ৰাতৃ লেচাই গোঁহাইৰ ওপৰত ৰজাৰ যি অকাৰণ ক্ৰোধ আছিল, তাৰো শেষ হ'ল। আৰু লেচাই গোঁহাই দেৱক নামৰূপীয়া পাতি ৰাজমৰ্য্যাদা দি নামৰূপত থলে।

হিন্দুধৰ্ম্ম ক্ৰমে প্ৰবলৰূপে চলিবলৈ ধৰিলে আৰু অনেক দেৱালয়ত মন্দিৰ প্ৰভৃতি নিৰ্ম্মাণ হ'ল। ব্ৰাহ্মণসকলৰ আহোমৰ চাঙ্গলৈ গতিবিধি দৃঢ়ৰূপে হবলৈ ধৰিলে। বিশেষ কছাৰী ও জয়ন্তাৰ ৰজাক দেখি ৰুদ্ৰ-সিংহ স্বৰ্গদেৱ হিন্দুধৰ্ম্ম গ্ৰহণ কৰিবলৈ ইচ্ছুক হ'ল। এইজনা ৰজা বড় আত্মাভিমানী আছিল। দেশৰ কোন মহন্তৰ ঠাইত শৰণ ল'লে, সেই মহন্তক মূৰ দোঁৱাই সেৱা কৰিব লাগিব ই দেশৰ সকলোলোকেই বন্দি। বন্দিক স্বৰ্গদেৱে কেনেকৈ সেৱা কৰে ইয়াকে ভাবি শৰণ লবলৈ বড় ইকাণ সিকাণ কৰিছিল। পাছে প্ৰধান প্ৰধান পাৰিষদসকলে বঙ্গাল দেশৰপৰা পণ্ডিত অনাই শৰণ লবলৈ স্বৰ্গদেৱক মন্ত্ৰণা দিয়াত এজন খাওন্দক ভাটীলৈ পঠালে।

নদীয়া শান্তিপুৰৰ সমীপবৰ্ত্তী শিমলা মালিপোতা নামে গ্ৰামত কৃষ্ণৰাম ন্যায়বাগীশ ভট্টাচাৰ্য্য নামে এজনা বড় পণ্ডিত আছিল। তেওঁ বঙ্গাল দেশৰ প্ৰসিদ্ধ শোভাকৰ বংশৰ সন্তান। এনে কথা ৰাষ্ট্ৰ আছে বোলে তেওঁবিলাকৰ পূৰ্ব্বপুৰুষ কোনো এজনে এটা পুখুৰীত সন্ধ্যা কৰি থাকোঁতেই তেওঁক এটা শিঙ্গৰা মাছে খুটিয়ালে। সেই কালৰ সেই ভট্টাচাৰ্য্যে শাপ দি সি পুখুৰীৰ সমুদায় শিঙ্গৰা মাছ মাৰিলে। এই হেতুকে এওঁবিলাকক "টেঙ্গৰা মৰা" বা "শিঙ্গৰা মৰা ভট্টাচাৰ্য্য" বোলে। কৃষ্ণৰাম ভট্টাচাৰ্য্যে ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ নিমন্ত্ৰণ গ্ৰহণ কৰিবলৈ প্ৰথমে ইচ্ছা নকৰিছিল। পিছে ৰুদ্ৰসিংহৰ দেশতেই যে কামাখ্যা তীৰ্থ, ইয়াকে জানি নদীয়াৰ কৃষ্ণচন্দ্ৰ ৰজাৰ পিতৃৰ অনুমতি লই ই দেশলৈ আহিল। স্বৰ্গদেৱৰ এনে অনুমান আছিল যে ভাটীৰপৰা যিজনা ভট্টাচাৰ্য্য তেওঁক শিষ্য কৰিবলৈ আহিব, সিজনা সামান্য মানুহ নহয়। দেৱযোনীৰ লোক, ভট্টাচাৰ্য্যৰ ঘৰ পবিত্ৰ তীৰ্থ গঙ্গাতীৰত হোৱাৰ নিমিত্তে তেওঁৰ সি বিশ্বাস আৰু দৃঢ়তৰ হ'ল। পাছে গঙ্গাদেবীক নিজ দেশৰ ভিতৰ কৰিবলৈ ইচ্ছা কৰি স্বয়ং ভাটীলৈ যাবৰ নিমিত্তে উদ্যোগ কৰিলে। কৃষ্ণৰাম ভট্টাচাৰ্য্যে সইতে ইয়াৰ মাঝতে ৰজাৰ সাক্ষাৎ হোৱাত তেওঁৰ সেই বিশ্বাস গুছিল। আৰু তেওঁকো মানুহ যেন জানি স্বৰ্গদেৱে তেওঁৰ শিষ্য হবলৈ অনিচ্ছা প্ৰকাশ কৰিলে। ভট্টাচাৰ্য্যে নৈৰাশ হই অপমানিত বোধ কৰি ভটীয়াই আহিল।

এনে কথা প্ৰকাশ আছে বোলে যেতিয়াই ভট্টাচাৰ্য্য ভাটীৰ ফালে আহিবলৈ ধৰিলে, তেতিয়াই দেশত নানা উৎপাত, অমঙ্গল হবলৈ ধৰিলে। প্ৰায় নেড়ানপড়াকৈ তিন দিন ভূমিকম্প হয় আৰু কোনো কোনো মন্দিৰৰ কলসী ভাঙ্গি পড়ে। মন্ত্ৰীসকলে ৰজাক এই প্ৰবোধ দিলে যে ভট্টাচাৰ্য্য মহাপুৰুষ, সাক্ষাৎ দেবীৰ পুত্ৰ। তেওঁ অপমানিত হোৱাৰ কাৰণেহে দেশত এনে উৎপাত মিলিছে। ৰজাই লোক পঠাই ভট্টাচাৰ্য্যক বাটৰ পৰা নিয়ালে আৰু তেতিয়াহে উপদ্ৰৱ গুছিবলৈ ধৰিলে। ভট্টাচাৰ্য্য যে প্ৰকৃত সাধু ইয়াৰ পৰীক্ষা কৰিবলৈ স্বৰ্গদেৱে এই আজ্ঞা দিলে যে দেশৰ ব্ৰাহ্মণাদি ভাল ভাল লোকসকলে যাৰ ইচ্ছা আগেয়ে সিসকলে তেওঁৰ শিষ্য হওক, আৰু পাছে

তেওঁ নিজে নীলাচল বা গঙ্গাতীৰত গই মন্ত্র গ্রহণ কৰিব। সেই আজ্ঞা অনেকেই প্রতিপালন কৰিলে। স্বৰ্গদেৱে তেওঁৰ প্রথম পুত্র শিৱসিংহ গোঁহাইদেৱক যুবৰাজ পাতি সসৈন্যে ১৬৩৬ শঁকৰ আষাঢ় মাসত ভটীয়াই গ'ল। যাওঁতে বাটত কাল শিলা বাহৰতে এজনা কুঁৱৰীৰ গৰ্ভত এটি পুত্র সন্তান জন্মে। সেই পুত্ৰটিৰ ওপজা ঠাইৰ নামে সিজনা গোঁহাইদেৱক কাল শিলীয়া গোঁহাইদেৱ বুলিছিলে। তেওঁৰ হিন্দুমতে নাম লক্ষ্মীসিংহ। স্বৰ্গদেৱ গুৱাহাটীত ৰ'ল গই। তাতে নৰীয়া পৰি ১৬৩৬ শঁকত ১৩ ভাদ্র কৃষ্ণা দ্বিতীয়াত স্বৰ্গী হ'ল। মণি-কৰ্ণেশ্বৰ পৰ্ব্বতত স্বৰ্গদেৱক কাষ্ঠসংস্কাৰ কৰা হ'ল। সেই ঠাইতে প্রমত্ত-সিংহ স্বৰ্গদেৱে ৰুদ্রেশ্বৰ নামে এক শিৱ স্থাপন কৰি মন্দিৰ কৰিলে। এইজনা ৰজাদেৱৰ ভোগৰ কাল ১৮ বছৰ ৬ মাহ। মৃত্যুৰ পূৰ্ব্বে ৰুদ্রসিংহ স্বৰ্গদেৱে এই কথা কলে বোলে তেওঁৰ কোঁৱৰ কেইওজনাই জ্যেষ্ঠানুক্রমে ৰাজ্য ভোগ কৰিব, আৰু কৃষ্ণৰাম ভট্টাচাৰ্য্যৰ শিষ্য হ'ব। স্বৰ্গদেৱৰ এজনা কুঁৱৰীৰ সন্তান শিৱসিংহ আৰু প্রমত্তসিংহ, এজনাৰ বড়জনা গোঁহাইদেৱ, এজনা কুঁৱৰীৰ সন্তান ৰাজেশ্বৰসিংহ আৰু এজনাৰ সন্তান লক্ষ্মীসিংহ। শেষৰজনা গোঁহাইদেৱৰ বৰ্ণ ক'লা আছিল। ৰুদ্রসিংহ স্বৰ্গদেৱে তেওঁক বৰ স্নেহ নকৰিছিল।

এইজনা ৰজা প্রকৃতে বড় প্রধান আছিল। চুকাফা ৰজাদেৱে যি দেশ ল'লে সি দেশ ৰুদ্রসিংহ স্বৰ্গদেৱেহে পাতিলে, এওঁৰ স্বভাৱ ৰাজযোগ্য আছিল। বুদ্ধি ও বিবেচনাতো বড় পকা আছিল। কেবল এটিহে দুৰ্গুণ আছিল যে তেওঁ বড় আত্মাভিমানী। এওঁৰ দিনত ভিন্ন দেশৰ শত্রুয়ে সইতে ৰণ বিগ্রহ একো নলগাত দেশৰ উন্নতিলৈ তেওঁ বড় মন দিব পাৰিছিল।

যুৱৰাজ শিৱসিংহ গুৱাহাটীতে ৰাজত্ব পদ গ্রহণ কৰি উজাই ৰঙ্গপুৰলৈ গ'ল। তাতে শিঙ্গৰী ঘৰত উঠি আহোম মতে চুতনফা নাম ললে। পিতৃ ৰজাদেৱৰ মৃত্যুৰ পূৰ্ব্বৰ অনুমতি অনুসাৰে স্বৰ্গদেৱে কৃষ্ণৰাম ভট্টাচাৰ্য্যত মন্ত্র গ্রহণ কৰিলে। ভট্টাচাৰ্য্য নীলাচলতে সততে থাকিবলৈ অনুমতি পালে আৰু সেই নিমিত্তে তেওঁবিলাকৰ বংশাবলী সকলোকে

পৰ্ব্বতীয়া গোঁসাই বোলে। কামাখ্যা ও আন আন দেৱালয়ৰ দেৱতাৰ পূজাৰ বিষয়ে পূৰ্ব্বে একো ভাল নিয়ম আৰু বিধি নাছিল। ভট্টাচাৰ্য্যে সেইসকল দেৱতাৰ পূজাৰ বিধি বিধান নিৰ্ব্বন্ধ কৰি দিলে। ভট্টাচাৰ্য্যক উজনি আৰু ভাটীৰ কামৰূপত অনেক ব্ৰহ্মত্তৰ মাটি ও আন বৃত্তি দান কৰিলে।

স্বৰ্গদেৱে তেওঁৰ ধাই মাতৃৰ নামে এটি আলি কৰালে। সি আলি ধাই আলি নামে প্ৰসিদ্ধ হ'ল। এওঁৰ দিনত কোনো উপদ্ৰৱ বা ৰণ বিগ্ৰহ হোৱা নাছিল, সেই দেখি এওঁ দেশৰ শান্তি ৰক্ষা আৰু আন আন মঙ্গলজনক কাৰ্য্যৰ প্ৰতি মন দিবলৈ সময় পাইছিল। কামৰূপ ও বকতা ই ছুই প্ৰদেশ শিৱসিংহ ৰজাই পিয়ল কৰালে। এনেতে ৰাজ্য পাবৰ প্ৰায় ছবছৰ মানৰ মূৰত জ্যোতিষীয়া পণ্ডিতসকলে স্বৰ্গদেৱৰ ছত্ৰভঙ্গ যোগ হইছে বুলি কলে। পৰ্ব্বতীয়া গোঁসাই আৰু আন আন পণ্ডিত ও মন্ত্ৰীসকলে পৰামৰ্শ কৰি স্বৰ্গদেৱৰ প্ৰধান মহিষীক বড় ৰজা নাম দি ছত্ৰ অৰ্পণ কৰিলে। এইজনা কুঁৱৰীৰ নাম ফুলেশ্বৰী ও প্ৰমথেশ্বৰী। এই ছুয়ো নামেৰে স্বৰ্গদেৱৰ নামে সইতে মোহৰ মৰাও হ'ল। স্বৰ্গদেৱে বড় চ'ৰাত আপোনাৰ মহিষী বড় ৰজাই সইতে বহিছিল।

এইজনা ৰজাদেৱৰ দিনতে কামাখ্যা দেবী আৰু বড়পেটা সত্ৰৰ সি সময়ৰ সমূহ বাপুসকলক বৃত্তি দান কৰা হয়। আৰু আন আন অনেক ব্ৰাহ্মণ ও মহন্তকো বৃত্তি দিয়া হইছিল। ৰজাৰ অমঙ্গল নিবাৰণ কৰাৰ নিমিত্তেই এইবিলাক কাৰ্য্য কৰা হইছিল। গৌৰীসাগৰ আৰু কালুগাঁৱৰ দ'ল ও পুখুৰী এইজনা স্বৰ্গদেৱৰ দিনতে কৰা হ'ল।* মানুহ জাতিৰ স্বভাব এনেটোহে দেখা যায় যে প্ৰথমে যি কোনো কাৰ্য্য কৰা হয় তাত বড় শ্ৰম আৰু যত্ন কৰে। স্বৰ্গদেৱে সপৰিবাৰে মন্ত্ৰ গ্ৰহণ কৰি

---

* ফুলেশ্বৰী কুঁৱৰীয়ে ব্ৰাহ্মণসকলৰ বিদ্যা শিক্ষাৰ প্ৰতি অতিশয় শ্ৰদ্ধা ও যত্ন কৰিছিল। আৰু "বড় ৰজাৰ পঢ়াশালি" নামে এটা পঢ়াশালি ৰঙ্গপুৰত পতাইছিল। যি ব্ৰাহ্মণে পূজাৰ যাবতীয় অনুষ্ঠান ভালকৈ নেজানিছিল, তেওঁ তাক পূজা ঘৰলৈ সোমাবলৈ আজ্ঞা দিছিল।

বৰ ভক্তিৰে পূজা কৰিবলৈ ধৰিলে। অনেক সময়ত স্বৰ্গদেৱে পূজা কৰোতেই তিনিপৰীয়া হই যায়। স্বৰ্গদেৱে ভট্টাচাৰ্য্য গোঁসাইৰ উপাস্য গোঁসানীৰ মন্ত্ৰ গ্ৰহণ কৰিছিল। এই নিমিত্তে সি দেৱতাৰ প্ৰতি সপৰিবাৰে স্বৰ্গদেৱৰ বড় ভক্তি আছিল। তেতিয়াৰ কালৰ মানুহে এনে বিশ্বাস কৰিছিল যে স্বৰ্গদেৱে গোঁসানীক সাক্ষাৎ পাইছিল। স্বৰ্গদেৱতকৈ বড় ৰজা ফুলেশ্বৰী কুঁৱৰীহে বড় অন্ধ বিশ্বাসিনী আছিল। শূদ্ৰ মহাজন কেতবিলাকে গোঁসানী নামানে বুলি শুনি এবাৰ দুৰ্গোৎসবত বড় ৰজাই মোৱামৰাৰ মহন্তকে আদি কৰি কিছুমান মহন্তক অনাই বলেৰে গোঁসানী সেৱা কৰোৱাই সিন্দুৰ ৰঙ্গাচন্দন আৰু বলিৰ তেজেৰে ফোঁট দিয়াই বড় দুৰ্গতি কৰিলে। অন্যতকৈ মোৱামৰাৰ মহন্তে এই কথাত মৰণান্তিক বেজাৰ পালে। আৰু এই মহন্তে এনেৰূপে নিজ শিষ্যসকলত কলে যে ইয়াৰ প্ৰতিকাৰ সাধিবলৈ পুৰুষাৰ্থ কৰিব লাগে। কালক্ৰমে সেই পুৰুষাৰ্থ একপ্ৰকাৰ সিদ্ধিও হ'ল। ফুলেশ্বৰী স্বৰ্গী হলত তেওঁৰ অভিপ্ৰায় অনুসাৰে তেওঁৰ ভগিনী দ্ৰৌপদীক স্বৰ্গদেৱে পৰিণয় কৰিলে। আৰু তেওঁক অম্বিকা নাম দি বড় ৰজা উপাধি দিলে।* এওঁৰ নামেৰে মোহৰো মৰা হ'ল। এইজনা কুঁৱৰীয়ে বহু দিন ভোগ কৰিব নোৱাৰিলে। এওঁৰ মৃত্যুৰ পাছত সলাল গোঁহাইৰ জীয়েক অনাদৰীক স্বৰ্গদেৱে বিবাহ কৰাই সৰ্ব্বেশ্বৰী নাম দিলে। শিৱসিংহ স্বৰ্গদেৱে বড় আমোদ উৎসৱেৰে ৩০ বছৰ ৩ মাহ ১১ দিন ৰাজ্য ভোগ কৰি ১৬৬৬ শঁকৰ ২৪ অগ্ৰহায়ণ কৃষ্ণা প্ৰতিপদ তিথিতে স্বৰ্গী হ'ল।

শিৱসিংহ ৰজাৰ দিনত কোনো উপদ্ৰৱ নাছিল। তেওঁ দেশৰ উন্নতিৰ প্ৰতি মন দিবলৈ বিশেষ সময় পাইছিল। এওঁৰ স্বভাব বড় মৃদু আৰু স্ত্ৰৈণ আছিল। কিয়নো ফুলেশ্বৰী কুঁৱৰীয়ে মহন্তসকলক ইমান দুৰ্গতি কৰিলে যে স্বৰ্গদেৱে তাত এফেৰিও দুঃখিত নহল বা তাক নিবাৰিবলৈ কোনো যত্ন নকৰিলে। এনে প্ৰবাদ আছে বোলে যেতিয়া মহন্তসকলক ফুলেশ্বৰী কুঁৱৰীয়ে দুৰ্গতি কৰে তেতিয়া স্বৰ্গদেৱে পূজাঘৰৰ পৰা ওলাই

* এইজনা কুঁৱৰীক মদম্বিকা কুঁৱৰীও বোলে।

আহি এইকথা শুনি মিটিকাই হাঁহিলে। এইজনা স্বৰ্গদেৱৰ দিনত হিন্দুধৰ্ম্ম একেবাৰে ৰাজগৃহত প্ৰবেশ হ'ল। যিবিলাক আহোমৰ ম্লেচ্ছৰ দৰে আচাৰ আছিল, সেইবিলাক একেবাৰে হিন্দুধৰ্ম্মগ্ৰাহী আহোমবিলাকৰ পক্ষে স্বতন্ত্ৰ বা হীন জাতি হেন হইছিল। ইয়াৰ দ্বাৰাই আহোমবিলাকৰ আচাৰ-নীতি একেবাৰে পৰিবৰ্ত্তন হ'ল। কালক্ৰমে সিসকলৰ আসুৰিক আৰু বাহুবলী ক্ষত্ৰিয়ৰ স্বভাব গুচি মুখবলী ব্ৰাহ্মণৰ স্বভাব হ'ল।

শিৱসিংহ স্বৰ্গদেৱৰ পাছত তেওঁৰ পুতেকটি ৰজা হ'ব নোৱাৰিলে। তেওঁৰ ভ্ৰাতৃ প্ৰমত্তসিংহ সিংহাসনত উঠিল আৰু শিঙ্গৰী ঘৰত উঠি আহোম মতে চুনেন্‌ফা নাম ল'লে। এইজনা ৰজাৰ দিনত কামৰূপৰ পিয়লৰ কাকত পত্ৰ সকলোৰে নিৰ্বন্ধ হ'ল গৰগাঁও নগৰৰ তুৱাৰ ঘৰ কেইটা আৰু ৰঙ্গপুৰৰ ৰঙ্গঘৰটো ছুটুপীয়াকৈ স্বৰ্গদেৱে পকী কৰালে। ৰুদ্ৰসিংহ স্বৰ্গদেৱক কাষ্ঠসংস্কাৰ কৰা ঠাইত মন্দিৰ কৰি ৰুদ্ৰেশ্বৰ নামে শিৱ স্থাপনা কৰিলে। গুৱাহাটীৰ শুক্ৰেশ্বৰ দেবালয়ৰ মন্দিৰ এইজনা ৰজাৰ দিনতে হয়। লোকে এনে কথা কয় বোলে এইজনা ৰজাদেৱৰ বড়কৈ মূৰৰ বিষ আছিল। অনেক ঔষধ কৰাতো আৰোগ্য নহল। পাছে স্বৰ্গদেৱে এনে স্বপ্ন দেখিলে বোলে মুসলমানৰ তীৰ্থত পূজা কৰিলে স্বৰ্গদেৱৰ শৰীৰ আৰোগ্য হ'ব। এই স্বপ্নাদেশ অনুসাৰে স্বৰ্গদেৱে এজন মুসলমানক ধন বস্তু দি মক্কালৈ পঠালে। সেই মুসলমানে আপোনাৰ পুত্ৰ আৰু ভ্ৰাতৃক লগত লই মক্কালৈ গ'ল। ই সকলে প্ৰায় ২॥ আড়াই বছৰৰ মূৰত মক্কাৰ পৰা ঘূৰি আহিল কিন্তু নগৰ পোৱাৰ কিছুমান দিন পূৰ্ব্বেই স্বৰ্গদেৱ ১৬৭৩ শঁকৰ ২৯ আশ্বিন কৃষ্ণা নবমী তিথিত স্বৰ্গী হ'ল। এওঁৰ ভোগৰ কাল ৬ বছৰ ১০ মাহ ৫ দিন।

ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ অনুমতি অনুসাৰে হলে বড়জনা গোঁহাই দেৱ ৰজা হ'ব পাইছিল। কিন্তু তেওঁৰ বসন্ত ওলোৱা বাবে সিংহাসন পাব নোৱাৰাত ৰাজেশ্বৰ সিংহ ৩০ আশ্বিনত ৰাজ্যাভিষিক্ত হ'ল আৰু শিঙ্গৰী ঘৰত উঠি আহোম মতে চুৰেম্ফা নাম ললে, আৰু বড়জনা গোঁহাইদেৱে পাছে কিবা দ্ৰোহ চিন্তে এই ভাবি তেওঁক নগৰৰ বাজ কৰি উলিয়াই থলে। ৰাজেশ্বৰ-সিংহ ৰঙ্গপুৰ আৰু গৰগাঁও ই চুই নগৰত তুটা পকী আৰু তলাতল ঘৰ

কঁৰালে। আৰু আগৰ ৰঙ্গঘৰৰ ওচৰতে সৰুকৈ এটা পকী ঘৰ কৰালে। এওঁ প্ৰায় ৰাজকাৰ্য্যতকৈ বিষয় সুখত বড় মগ্ন আছিল। তেওঁৰ মন্ত্ৰীৰ ওপৰতেই বড় বিশ্বাস আছিল। ১৬৮০ শঁকত মণিপুৰৰ ৰজাই তেওঁৰ দেশ আন শত্ৰুয়ে আক্ৰমণ কৰাত পলাই আহি কছাৰি ৰজাৰ আশ্ৰয় ল'লে। কিন্তু তেওঁ সবিশেষ আশ্ৰয় দিব নোৱাৰাত আমাৰ স্বৰ্গদেৱলৈ এই বুলি অনুগ্ৰহ প্ৰাৰ্থিলে, বোলে "আমাক শত্ৰুৰ হাতৰ পৰা ৰক্ষা কৰোক।" স্বৰ্গদেৱে খ্যাতি আৰু ধৰ্ম্ম দুইকো পাবৰ আশয়েৰে হৰনাথ ভিতৰুৱাল ফুকনক সেনাপতি ফুকন উপাধি দি বহু সৈন্যে সইতে মণিপুৰলৈ পঠালে। সেনাপতি ফুকন মৰঙ্গীৰ বাট সোমাল। কিন্তু বাট নথকাৰ গুণে বিস্তৰ হাবি লতা কাটি পোনাই যাওঁতে বাটতে অনেক দিন হ'ল আৰু খাবৰ সামগ্ৰীৰ অভাবত অনেক সৈন্য মৰে। ইফালে মণিপুৰৰ ৰজাৰ শত্ৰু অসমৰ সৈন্য যোৱা শুনি দেশ এড়ি গুচি যোৱাত আমাৰ সেনাপতি ফুকন উলটি আহে। এই যুদ্ধযাত্ৰাকে লতাকটা ৰণ বোলে। তেওঁৰ অবিবেচনাৰ নিমিত্তে অনেক সৈন্যৰ হানি হোৱাত সেনাপতি ফুকন পাতি স্বৰ্গদেৱে দণ্ড কৰিলে। ইতিমধ্যতে আমাৰ সৈন্য উলটি অহা শুনি মণিপুৰৰ ৰজাৰ পূৰ্ব্ব শত্ৰুএ আকৌ সেই দেশ আক্ৰমণ কৰাত ৰকতিয়ালৰ গেন্ধেলা বড় বড়ুৱাক ৰাজেশ্বৰ সিংহে সেনাপতি পাতি মণিপুৰলৈ পঠালে। বড় বড়ুৱা ৰহা পাওঁতেই মণিপুৰ এৰি আকৌ সেই শত্ৰুৰ সৈন্য পলাল। এই আপাহতে মণিপুৰৰ ৰজাই কুৰঙ্গনয়নী নামে আপোনাৰ দুহিতাক ৰাজেশ্বৰ সিংহ স্বৰ্গদেৱক দি মিত্ৰতা নিবন্ধন কৰিলে। স্বৰ্গদেৱে এই কাৰণে গেন্ধেলা বড় বড়ুৱাক কীৰ্ত্তিচন্দ্ৰ নাম দি তেওঁৰ পদমৰ্য্যাদাক উন্নত কৰি দিলে। মণিপুৰীয়া ৰজাৰ কন্যাৰ লগত যৌতুকত দিয়া মানুহখিনিক দিচৈৰ কাষৰতে স্বৰ্গদেৱে পাতিলে। মণিপুৰীয়াবিলাকক আমাৰ দেশৰ লোকে মগলু বোলে। সেই মণিপুৰীয়া মানুহখিনি পতা ঠাইক মগলুখাত বোলে। আৰু আপোনাৰ নাম চিৰস্মৰণীয় কৰিবৰ নিমিত্তে মণিপুৰীয়া কুঁৱৰীয়ে সি ঠাইতে এটা বড় পুখুৰী খনালে। সেই পুখুৰীক আজিলৈকে "মগলুজীয়েকৰ পুখুৰী" বোলে।

কীৰ্ত্তিচন্দ্ৰ বড়ুৱাই ৰহাৰ পৰা ঘুৰি অহাৰ পিছৰে পৰা ৰজাৰ

অনুগ্ৰহ পাই বড় অহঙ্কাৰ কৰিব ধৰিলে। দেশৰ আনৰ কথাকে নকওঁ তিনিজনা ডাঙৰীয়াকো কটাক্ষ নকৰা হ'ল। তেওঁ ৰজাৰ এনে প্ৰিয় হ'ল যে ৰজা নাম মাত্ৰহে, তেওঁ যি কৰে সেয়েই হয়। একেই স্বৰ্গদেৱে সুখাভিলাষী, তাতে আকৌ ভিন্ন দেশীয় ৰাজকুমাৰী এজনা এওঁৰ নিমিত্তেই পালে। আৰু মণিপুৰৰ ৰজাক প্ৰায় কৰতলীয়া কৰিলে। এই কাৰণে বড় বড়ুৱাৰ ইমান প্ৰতাপ হ'ল। নুমলি বড় গোঁহাই ডাঙ্গৰীয়াই চকৰিফেটী নামে এখন বুৰঞ্জী উলিয়াই কীৰ্ত্তিচন্দ্ৰ বড়ুৱাক "জলমবটা" অৰ্থাৎ প্ৰকৃত আহোম নহয় বুলি প্ৰকাশ কৰিলে। বড় বড়ুৱাই ইয়াতে বিৰক্ত পাই নৰা দেশৰ পৰা আপোনাৰ বঙ্গহ আনি তেওঁ যে প্ৰকৃত আহোম ইয়াকে প্ৰমাণ কৰিলে আৰু স্বৰ্গদেৱক এই বুজালে বোলে এইৰূপে বুৰঞ্জীৰ পৰা ভবিষ্যতে অনেক অনিষ্ট ঘটিব পাৰে। অধিক কি কোনো সময়ত ৰজাৰ বংশাৱলীতো কোনোয়ে কলঙ্ক দিব পাৰে। বড় বড়ুৱাৰ কথা শুনি ৰাজেশ্বৰসিংহে যাৰ ঘৰত যি বুৰঞ্জী আছে, তাক পৰীক্ষাৰ নিমিত্তে অনালে। ই দেশীয় অনেক লোকৰ ঘৰত এইৰূপে বুৰঞ্জী আছিল। তাৰে যি কেইখনত বিষম কথা থকা পালে, সি কেইখন পুড়ি পেলোৱা হ'ল। আৰু তাৰে যি কেইখন ভাল পালে, তাক ৰাখি ওভোতাই দিলে। এনে কথা প্ৰকাশ আছে বোলে এইৰূপে বুৰঞ্জী অনুসন্ধান কৰি পোড়োঁতে দুবছৰ লাগিছিল। বড় বড়ুৱাৰ আত্মম্ভৰি কাৰ্য্য দ্বাৰাই তেওঁৰ অনেক শত্ৰু হ'ল। তেওঁ দানী আছিল হয় কিন্তু সেই দান কৰোঁতে পাত্ৰাপাত্ৰ বিবেচনা নকৰিছিল। তেওঁ কেতিয়া ৰুষ্ট হয় আৰু কেতিয়া তুষ্ট হয়, এইটি কথা জনা সুকঠিন আছিল। ব্যাপক জ্ঞান নথকা লোকৰ হাতত বিস্তৰ ক্ষমতা থাকিলেই এনে ঘটে। বড় গোঁহাই প্ৰভৃতি প্ৰধান প্ৰধান লোকসকলে পাছে এনেটোহে ভাবিবলৈ ধৰিলে যে কেনেকৈ এই লোভী বড় বড়ুৱাৰ হাতৰ পৰা ৰক্ষা পায়। পাছে ১৬৮৫ শঁকত বড় বড়ুৱা নগৰলৈ যাওঁতে এজন অচিনাকী লোকে এদিন তেওঁক অস্ত্ৰাঘাত কৰিলে। ভাগ্যক্ৰমে তেওঁৰ প্ৰাণ বিয়োগ নহ'ল। তাৰ পাছে ই বিষয় অনুসন্ধান কৰি দ্ৰোহীসকলক দণ্ড বন্ধ কৰিলে আৰু

পাৰিষদৰ সংখ্যা বৃদ্ধি কৰি লগত টাঙ্গোন ধৰা মানুহ ল'লে। ৰাজেশ্বৰ-সিংহ স্বৰ্গদেৱৰ দিনত দেশ ভৰপূৰ হৈ আছিল কিয়নো প্ৰায় চাৰি কুৰি মান বছৰ, ভিন্ন দেশে সইতে কোন ৰণ বিগ্ৰহ হোৱা নাছিল। এইখিনি কাল দেশৰ উন্নতিতেই ৰজাসকলৰ মন আছিল। স্বৰ্গদেৱে কামৰূপ চাবৰ নিমিত্তে ১৬৮৬ শঁকত গুৱাহাটীলৈ গ'ল। আৰু বশিষ্ঠাশ্ৰম, মণিকৰ্ণেশ্বৰ, চিত্ৰাচল প্ৰভৃতিত মঠ কৰালে। সি সময়তে এটা "সৰ্ব্বগ্ৰাহ" চন্দ্ৰগ্ৰহণ হোৱাত স্বৰ্গদেৱে অশ্বক্ৰান্তত "কণকাঞ্জলি" দান কৰিছিল। এবং অনেক ব্ৰাহ্মণ ও সাধুলোকক ভূমি বৃত্তি দিছিলে। দেৱৰ গাঁৱৰ পুৰণি দ'ল লুইতে খহোৱাত নেঘেৰিটিঙ্গত ১৬৮৭ শঁকত স্বৰ্গদেৱে নকৈ দ'ল কৰাবলৈ আৰম্ভ কৰিলে। মোঁৱামৰাৰ মহন্তে শিৱসিংহ ৰজাৰ দিনত যি অপমান পাইছিল, সেইটি মনত ৰখাই থইছিল। মালৌ পথাৰত এডোখৰ দ মাটি আছিল। মহন্তে এই আজ্ঞা দিলে বোলে মানুহটে পতি এচপৰাকৈ মাটি দি ভেঁটী এটা বান্ধিলে তাতে সত্ৰ কৰা যাব। সেইৰূপে মহন্তৰ শিষ্যসকলে মাটি দিয়াত এটি বড় ভেটী হ'ল। তাতে মহন্তে সত্ৰ কৰিলে। সেই ভেঁটী বন্ধাৰ উপলক্ষে বিস্তৰ শিষ্য হোৱাত মহন্তে ইয়াকে কলে বোলে আমাৰ পূৰ্ব্ব প্ৰতিকাৰ সাধিবলগীয়া, এতেকে সকলোৱে যুগুত হই যাওক। মহন্তসকলৰ শিষ্যৰ ওপৰত যিমান ক্ষমতা আৰু শিষ্যৰো গুৰুৰ প্ৰতি যিমান ভক্তি তাতে তেওঁৰ বাক্য শিষ্যবিলাকে পালন কৰিব বুলি মোঁৱামৰাৰ মহন্তে বিশেষকৈ জানিছিল। সেই মহন্তৰ বাক্যপাত হ'ব পৰা তেওঁৰ শিষ্যসকলে ৰজাৰ অহিতে দ্ৰোহ আচৰিবলৈ আগবাঢ়ি থাকিল। ৰাজেশ্বৰসিংহ স্বৰ্গদেৱে ই কথা ভু পাই মোঁৱামৰা মহন্তৰ সমতুল্য দিহিঙ্গীয়া মহন্তক ভিতৰুৱালকৈ লই সদাই চাঙ্গলৈ আহিবলৈ আজ্ঞা দি "লিগিৰা" বাব দিলে। ই সময়তে দেৱৰ গাঁওৰ ন দ'লো নিৰ্ম্মাণ কৰা হ'ল। পাছে ১৬৯১ শঁকৰ ২০ জ্যৈষ্ঠ কৃষ্ণা দশমী তিথিত নৰীয়া পড়ি স্বৰ্গদেৱ নিত্যধামলৈ গমন কৰিলে। এওঁৰ ভোগৰ সংখ্যা ১৭ বছৰ ৭ মাস ২১ দিন। এইজনা স্বৰ্গদেৱ বড় শ্ৰীমন্ত আৰু শক্তিমন্ত আছিল। এওঁৰ সুখাভিলাষো বড় প্ৰবল আছিল। এই হেতুকে ৰাজকাৰ্য্যৰ প্ৰতি বিশেষকৈ মন নিদিছিল। সৰ্ব্বদায় চাঙ্গতে

ৰঙ্গধেমালি কৰি থাকি, বাহিৰলৈ আহিব লাগিলেও কোনো আমোদৰ উদ্দেশেহে আহিছিল। এইজনা স্বৰ্গদেৱৰ দিনেই, আহোমবিলাকৰ গৌৰবৰ শেষ সময়। দেশ সম্পূৰ্ণ আছিল, আৰু কোনো প্ৰকাৰৰ ৰণ বিগ্ৰহাদি নোহোৱাত প্ৰজাসমূহৰ বড় সুখ হইছিল।* ইজনা স্বৰ্গদেৱ পৰ্ব্বতীয়া গোঁসাইৰ পাণ্ডুনাথত থকা নাতি গোঁসাইৰ বংশ এঘৰৰ শিষ্য আছিল। ৰাজেশ্বৰসিংহ স্বৰ্গদেৱ নৰীয়া পড়ি থাকোঁতেই তেওঁৰ সিংহাসন পোৱাৰ বিষয়ে দেশীয় প্ৰধান প্ৰধান লোকসকলৰ দুই মত আছিল। কীৰ্ত্তিচন্দ্ৰ বড় বড়ুৱা প্ৰভৃতি কেতবিলাকৰ ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ আজ্ঞা মানি লক্ষ্মীসিংহ কোঁৱৰক সিংহাসন দিবলৈ ইচ্ছা আছিল। ৰাজমন্ত্ৰী বড় গোঁহাই ডাঙ্গৰীয়া প্ৰভৃতি কেতবিলাকৰ এনে ইচ্ছা আছিল যে ৰাজেশ্বৰসিংহ স্বৰ্গদেৱৰ বড়জনা পুত্ৰেই ৰাজ্য পাওক। কিন্তু বড় বড়ুৱাৰ মত আৰু ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ আজ্ঞা বলবৎ হোৱাত লক্ষ্মীসিংহ ২১ জ্যৈষ্ঠৰ দিনা সিংহাসনত উঠে। আৰু শিঙ্গৰী ঘৰত উঠি চুন্যেউফা নাম ল'লে।

ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ শেষ কালত লক্ষ্মীসিংহৰ জন্ম হয়। তেওঁৰ বৰ্ণ আৰু আকাৰ সিজনা ৰজাৰ বিসদৃশ থকাত স্বৰ্গদেৱে তেওঁক এক প্ৰকাৰ সন্তান বুলি অস্বীকাৰ কৰাৰ নিচিনা আছিল। এই নিমিত্তে তেওঁ ৰাজকুলৰ আন আন ডাঙ্গৰ লোকসকলৰ বড় আদৰণীয় আছিল। আৰ্নাকি পৰ্ব্বতীয়া গোঁসাইয়েও তেওঁক শিষ্য কৰিবলৈ অস্বীকাৰ কৰিলে। ই দেশীয় ৰমানন্দ ভট্টাচাৰ্য্য নামে পঢ়াশালিৰ এজনা অধ্যাপকে সেই অনাদৃত ৰাজকুমাৰক পঢ়াইছিল আৰু শিৱ পূজা শিকাইছিল। পাছে লক্ষ্মীসিংহ সিংহাসন পোৱাৰ পাছত পৰ্ব্বতীয়া গোঁসাইৰ মন্ত্ৰ গ্ৰহণ নকৰি সেই ভট্টাচাৰ্য্যৰ পৰা শিৱমন্ত্ৰত দীক্ষিত হই তেওঁক পহুমৰীয়া গোঁসাই বা

---

* এইজনা স্বৰ্গদেৱ আৰু তেওঁৰ প্ৰধান মন্ত্ৰী বড় বড়ুৱা বিদ্যাৰ বড় উৎসাহী আছিল। কামৰূপৰ শিলাৰ কোনো এজন পণ্ডিত বামুণক সোণৰ লগুন বটা ও অনেক বৃত্তি বিধান দিছিল। এওঁ দেশীয় ভাষাত কীচকবধ নামে এখান নাটক ৰচে, সি কাৰণে এওঁক কবি চূড়ামণি উপাধি দিয়া হইছিল।

ন গোঁসাই নাম দি অনেক বৃত্তি বিধান দিলে। লক্ষ্মীসিংহে যেতিয়া ৰাজ্য পায়, তেতিয়া তেওঁৰ বয়স ৫৫ বছৰ। বিশেষ বড় বড়ুৱাৰ নিমিত্তেই সিংহাসন পোৱাত তেওঁ এই পূৰ্ব্বৰ দৰে ৰাজকাৰ্য্য কৰিছিল। ৰমানন্দ ভট্টাচাৰ্য্য ৰজাৰ গুৰু হোৱাত তেওঁক যি মৰ্য্যাদা দিয়া হ'ল তাত আন আন মহন্তসকলে বড় ভাল নাপালে। বিশেষকৈ মোঁৱামৰাৰ মহন্তে গৰ্ব্বালি বচন বোলাত ৰজা ঘৰৰ পৰা এক প্ৰকাৰে অসন্তোষৰ পাত্ৰ হ'ল। পিছে সি শঁকৰ আশ্বিন মাহত স্বৰ্গদেৱে এদিন চৰানাওৰে ফুৰিবলৈ আহিছিল। বড় বড়ুৱাৰ নাও পিছত আছিল। মোঁৱামৰাৰ মহন্তে অনেক সাঙ্গি ভাৰেৰে স্বৰ্গদেৱক বালিতে সাক্ষাৎ কৰি ক্ষমা প্ৰাৰ্থনা কৰিলে। বড় বড়ুৱাই ইয়াকে বুজ পাই চাটু নকৰাকৈ ৰজাৰে সাক্ষাৎ কৰাৰ বাবে মহন্তক অনেক বিদ্ৰূপ আৰু বিতণ্ডা কৰিলে। ইয়াতে মহন্ত বড় বিষম পালে। আৰু তেওঁৰ শিৱসিংহ স্বৰ্গদেৱৰ দিনৰ নুমাই থকা অপমান অগ্নি দ্বিগুণতৰ জ্বলিবলৈ ধৰিলে। মহন্তে তেওঁৰ শিষ্যসকললৈ তলে তলে বুজ দিলে এবং গুৰুৰ হস্তে প্ৰাণ উৎসৰ্গ কৰিবলৈ সংকল্প কৰি মহন্তৰ প্ৰায় উজনিয়াল সকলো শিষ্য দলবদ্ধ হ'ল। ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ খেদি থোৱা এজনা কোঁৱৰ বড়জনা গোঁহাই দেৱক দলপতি হবলৈ মোঁৱামৰীয়া মহন্তে আহ্বান কৰিলে আৰু নাহৰখোৰা ও ৰাঘমৰাণ নামেৰে ই দুজন সেনাপতি হ'ল। যিবিলাক মানুহ ই দ্ৰোহৰ কাৰ্য্যত লগ লাগিল, সিবিলাকে দা, টাঙ্গোন, ধেনু, কাঁড়, বৰ্ষা, প্ৰভৃতি অস্ত্ৰ ললে। বড় ভেটীৰ ওচৰতে এইৰূপে প্ৰায় ন হেজাৰমান মানুহ লগলাগি ৰঙ্গপুৰৰ ফালে আঘোনৰ আদিতে যাত্ৰা কৰিলে। লোকত এনে ঢৌ তুলি দিলে বোলে গোঁহাইদেৱ থকাতো অন্যায়কৈ লক্ষ্মীসিংহক ৰজা পতাৰ হেতুকে সেই ৰণ যাত্ৰা হইছে। মোঁৱামৰীয়াবিলাকৰ এইৰূপ উদ্যোগৰ ভু পাই বড় গোঁহাই, বুঢ়া গোঁহাই, কীৰ্ত্তিচন্দ্ৰ বড় বড়ুৱা প্ৰভৃতি মন্ত্ৰীসকলে কিছুমান সৈন্য আগবঢ়াই পঠালে। কিন্তু ৰজাৰ সৈন্যে একো কৰিব নোৱাৰিলে। মোঁৱামৰীয়াবিলাক নগৰ পাই স্বৰ্গদেৱ ও ডাঙ্গৰীয়াসকল আৰু বড় বড়ুৱাক বন্দী কৰিলে। সৌভাগ্যৰ বিষয় এই যে তেতিয়া অতি অল্প মাত্ৰ লোকৰ প্ৰাণ লইছিল। খোৰা মৰাণৰ ঘৈণীয়েকক ৰাধাৰুক্মিণী নাম দি তাইকো

দ্ৰোহীবিলাকে লগত আনিছিল। তাতে এনে ঢৌ হইছিল, বোলে এইজনী তিৰোতাই বন্দুকৰ গুলী আঁচল পাতি লয়। মোঁৱামৰীয়াই স্বৰ্গদেৱক পাটৰ পৰা নমাই জয় সাগৰৰ দ'লতে বন্দী কৰি থ'লে। বড়জনা বড় গোঁহাই ভগী বুঢ়া গোঁহাই আৰু আন আন কেইজনামান প্ৰধান প্ৰধান লোকক মাৰিলে আৰু কীৰ্ত্তিচন্দ্ৰ বড় বড়ুৱাক শালত দিলে আৰু তেওঁৰ পুত্ৰাদিকো বধিলে। খোৰা মৰাণৰ পুতেক ৰমাকান্ত সিংহাসনত উঠি ৰজা হ'ল আৰু নচুকীয়া মোহৰ মাৰিলে। আঘোনৰ পৰা সেই বছৰৰ চ'তৰ বিহুলৈকে মোঁৱামৰীয়াবিলাকে নগৰ লইছিল। তেতিয়া এক মহা হুলস্থূল হইছিল। মানুহৰ ধন প্ৰাণৰ একো নিশ্চয় নাছিল। চাৰিওফালৰ মানুহক লুটিপুটি নি দ্ৰোহীবিলাকে প্ৰবৰ্ত্তিছিল। অশিক্ষিত কৃষক যোদ্ধাৰু, কিমান দিন এইৰূপে সৈনিক বেশত থাকিব পাৰে? নগৰ লোৱাৰ পাছৰে পৰা মোঁৱামৰীয়াবিলাক নিজৰ ঘৰলৈ যাবলৈ ধৰিলে। সিবিলাকৰ আৰু মোঁৱামৰীয়া ৰজা ও সেনাপতিসকলৰ এনে দৃঢ় বিশ্বাস হ'ল দেশ যেন সম্পূৰ্ণ তেওঁবিলাকৰ শাসিত হ'ল।

শিৱসিংহ ৰজাৰ দিনত মোঁৱামৰা মহন্তৰ অপমান হোৱাত তেওঁক আন আন মহন্তে কিছু হেয় কৰিছিল। বিশেষ লক্ষ্মীসিংহ স্বৰ্গদেৱক নিৰ্ম্মালি দিবৰ সময়তো সমনীয়া অনেক মহন্তে এইজন মহন্তক শাৰীত বহিবলৈ নিদি অপমানিত কৰিছিল। নগৰ লোৱাৰ পাছতে মোঁৱামৰীয়া মহন্তে অনেক মহন্তসকলক মতাই নি ভকত কৰিবলৈ ইচ্ছা কৰিলে। এনে প্ৰবাদ আছে বোলে সেই বাবে এদিন এখান মেল হোৱাত মহন্ত-সকলক মোঁৱামৰা মহন্তে এই বুলি এক নাম দিলে বোলে "সবাৰো নাম জয়হৰি"। ইয়াকে বোলাৰ পাছত মহন্ত বিমূৰ্চ্ছিত হ'ল। পাছে তেওঁ আৰোগ্য হ'ল আৰু তেওঁৰ শিষ্যসকলে এনে অভিমান কৰিবলৈ ধৰিলে বোলে ইসকল মহন্ত তেওঁৰ শিষ্য।* এইৰূপে ৰজা মন্ত্ৰী আৰু মহন্তসকলৰ পূৰ্ব্বৰ কৰা কাৰ্য্যৰ পোটক তুলি মোঁৱামৰীয়া ৰজা সিংহাসনত

---

* সেই কাৰণে মোঁৱামৰীয়া মহন্তৰ শিষ্যবিলাকে পুৰণি ভকত বুলি কয়। কিয়নো ইবিলাক মহন্ত মোঁৱামৰীয়া মহন্তৰ নকৈ ভকত হ'ল।

থাকিল। লক্ষ্মীসিংহ স্বৰ্গদেৱ অপদস্থ হলেও তেওঁৰ ফালে অনেক লোক আছিল। কুঁৱৈ গঁয়া ঘনশ্যাম প্ৰভৃতি অনেক লোকে ষড়যন্ত্ৰ কৰি চ'তৰ বিহুৰ দিনা দ্ৰোহী ৰমাকান্তক সেৱা কৰিবলৈ কিছুমান লোক পঠালে আৰু সিসকলে মোঁৱামৰীয়াৰ ৰজা ও সেনাপতিবিলাকক ধৰি প্ৰাণে মাৰিলে। লক্ষ্মীসিংহে আকৌ সিংহাসন প্ৰাপ্ত হল।* আৰু আপাহৰ নিমিত্তে স্বৰ্গদেৱে সেই ঘনশ্যামক ৰাজমন্ত্ৰী বুঢ়াগোঁহাই পাতিলে। মোঁৱামৰীয়া মহন্ত আৰু অন্যান্য অনেকে সেই মহন্তৰ প্ৰধান প্ৰধান শিষ্যসকলক ধৰি আনি প্ৰাণে মাৰিলে। এনে কথা লোকে এতিয়াও কোৱা কুই কৰে যে ঘনশ্যাম বুঢ়া গোঁহাই ডাঙ্গৰীয়াই মোঁৱামৰীয়াবিলাকক সপৰিবাৰে ধৰাই আনি বড় ভোজ খুৱাইছিল। পৰিশেষে সিহঁতৰ হতুৱাই খাল খনাই আপোনা আপুনি সিহঁতক পোত যোৱাইছিল। এইৰূপে কাৰ্য্য কৰোঁতে কোনো বিচাৰ বা অনুসন্ধান কৰা নহইছিল। মোঁৱামৰা মহন্তৰ শিষ্য বুলিলেই দ্ৰোহী আৰু দণ্ডৰ যোগ্য এনে বিবেচনা কৰে মাত্ৰ। ই কিমান ন্যায়সঙ্গত ব্যৱহাৰ তাক বিবেচনা কৰিলে চমৎকৃত হব লাগে।

মোঁৱামৰীয়াবিলাকৰ হাতৰ পৰা ৰাজ্য লোৱাৰ পাছত আৰু দেশৰ কোনো দুৰ্গতি নহল। মোঁৱামৰীয়াবিলাকৰ এই উপদ্ৰৱ উজনিৰ অলপ ঠাইত মাথোন ব্যাপ্ত হইছিল। ইয়াৰ পাছত বুঢ়া গোঁহাই ডাঙ্গৰীয়া আৰু আন আন প্ৰধান প্ৰধান লোকসকলে দেশৰ উন্নতিৰ প্ৰতি বিশেষ মন দিছিল। ইয়াৰ পাছত আৰু বিশেষ কোনো ঘটনা ইজনা ৰজাদেৱৰ দিনত নহল। কেবল কোনো কোনো ঠাইত কেইটিমান দেৱালয় নিৰ্ম্মাণ হ'ল। মোঁৱামৰীয়াবিলাকে সিংহাসন-চ্যুত কৰাৰ পৰা লক্ষ্মীসিংহ স্বৰ্গদেৱৰ মন বড় দুঃখিত আছিল **আৰু** তেওঁ এক প্ৰকাৰ ঔদাস্য ভাব অবলম্বন কৰিছিল। মন্ত্ৰীৰ হাততেই সকলো কাৰ্য্যৰ ভাৰ অৰ্পিত আছিল। স্বৰ্গদেৱে সদাই প্ৰায় মৌনভাৱতে ভিতৰতে আছিল। পৰিশেষত ১৭০২ শঁকৰ ৩০ আঘোনত কৃষ্ণা প্ৰতিপদ তিথিত স্বৰ্গদেৱ

---

* ৰাধাৰুক্মিণীও ৰাজকীয় সৈন্যৰ হাতত মৃত্যু হ'ল।

স্বৰ্গী হ'ল। এইজনা ৰজাদেৱৰ ভোগৰ কাল ১১ বছৰ ৬ মাহ ১০ দিন। এওঁ সৰুৱে পৰা দুঃখেৰে পঢ়াশালিত পঢ়ি উঠাত, এওঁৰ স্বভাব বড় মৃদু আছিল। লোকৰ প্ৰতি অত্যাচাৰ নাছিল, মেঁৱামৰীয়াবিলাকক যি দণ্ড বন্ধ কৰা হ'ল, তাত স্বৰ্গদেৱৰ হাত নাছিল।* এওঁৰ দেৱতাৰ প্ৰতিও বড় ভক্তি আছিল, সেই নিমিত্তে অনেক ঠাইত দেৱমন্দিৰ নিৰ্ম্মাণ হ'ল।

---

* মেঁৱামৰীয়াবিলাকে যেতিয়া স্বৰ্গদেৱক জয় সাগৰৰ দ'লত বন্দী কৰে, তেতিয়া এটা মেঁৱামৰীয়াই স্বৰ্গদেৱক বেতেৰে তিনটা কোব্ মাৰিছিল। তেতিয়াৰ পৰা স্বৰ্গদেৱে মানুহক কোবাবলৈ বা চমটিয়াবলৈ আজ্ঞা কৰিবলৈ এড়িলে।

## দশম অধ্যায়

লক্ষ্মীসিংহ স্বৰ্গদেৱৰ কেইবাজনাও ভতিজা পুতেক আছিল। পাছে সিসকলৰ কোনোয়ে কিবা উপদ্ৰৱ কৰে এই ভাবি তেওঁৰ সিংহাসন পুৰুষানুক্ৰম কৰিবলৈ স্বৰ্গদেৱ জীয়াই থাকোঁতেই তেওঁৰ পুত্ৰ লোকনাথ গোঁহাইদেৱক যুবৰাজৰূপে অভিষিক্ত কৰিছিল। এইজনা গোঁহাইদেৱৰ স্বভাৱ বড় উদ্ধত আছিল। স্বৰ্গদেৱে ইয়াকো ভাবিছিলে বোলে যুবৰাজ পতা হলে সিংহাসনৰ ওচৰ চপাত কিজানি গোঁহাইদেৱৰ স্বভাৱ কিছু সংশোধন হয়। কিন্তু দুৰ্ভাগ্যক্ৰমে সেইটি নঘটিল। স্বৰ্গদেৱ লোকান্তৰলৈ যোৱাৰ পাছ দিনাই লোকনাথ গোঁহাইদেৱ সিংহাসনত উঠিল। তাৰ পিছতে শিঙ্গৰী ঘৰত উঠি হিন্দুমতে গৌৰীনাথসিংহ আৰু আহোম মতে চুহিতপুংফা নাম ললে। স্বৰ্গদেৱে সিংহাসন পোৱাৰ পিছত তেওঁৰ ঔদ্ধত্যগুণ বড় প্ৰবল হ'ল। তেওঁৰ ইচ্ছাক কোনোৱে নিবাৰিব নোৱাৰিছিল। কাৰো উপদেশ বা মন্ত্ৰণা তেওঁৰ মনত ঠাই নিদিছিল। মোঁৱামৰীয়া যিবিলাক আছিল, সিবিলাকক পিতৃবৈৰী বুলি নষ্ট কৰিবৰ তেওঁৰ মন হ'ল। দৰঙ্গৰ ৰজাৰ প্ৰতিও কোনো কাৰ্য্যত তেওঁৰ কোপ দৃষ্টি হইছিল আৰু সি দেশত আপোনাৰ অধিকাৰ সম্পূৰ্ণৰূপে বিস্তাৰিলে। লক্ষ্মীসিংহ স্বৰ্গদেৱৰ দিনত মোঁৱামৰীয়াবিলাকে খেদা খালে হয় কিন্তু সিহঁতৰ মনৰ পৰা দ্ৰোহভাব খেদা নেখালে। সিহঁতে গুপ্তভাবে সদাই দ্ৰোহ চিন্তা কৰিছিল। ১৭০৪ শঁকৰ ২ৰা বৈশাখত কেতবিলাক মোঁৱামৰীয়াই শিঙ্গৰী ঘৰত ৰাতি জুই দি পুড়িলে। ৰুদ্ৰেশ্বৰ বড় পাত্ৰ ডাঙ্গৰীয়াই এই কাৰ্য্য নিবাৰিব নোৱাৰি ভয় পাই গুৱাহাটীলৈ গ'ল। বুঢ়া গোঁহাই ডাঙ্গৰীয়াই মোঁৱামৰীয়াবিলাকৰ যি যি লোকে এই গৃহদাহ কাৰ্য্যত লিপ্ত আছিল তাৰ প্ৰায় সকলোকে ধৰাই আনি মাৰিলে। ইওবাৰ দোষী, নিৰ্দ্দোষীৰ কোনো বিশেষ বিচাৰ নহল। মোঁৱামৰীয়া-বিলাকৰ মনত একেই দ্ৰোহভাৱ পৰিপূৰ্ণ তাতে দোষী নিৰ্দ্দোষী বিচাৰ নকৰি মোঁৱামৰা মহন্তৰ শিষ্য বুলিলেই দণ্ডৰ পাত্ৰ কৰা হ'ল। যিবিলাক

মানুহে গুৰুৰ বাক্য ও কাৰ্য্যকে সাক্ষাৎ ঈশ্বৰৰ আজ্ঞা আৰু কাৰ্য্য বুলি মানে, মোঁৱামৰীয়াবিলাক সি শ্ৰেণীৰ লোক। সিহঁতে অনেক গুৰুতৰ দণ্ড পাইও তাৰ প্ৰতি বড় ভয় নকৰিছিল। বৰঞ্চ গুৰুৰ প্ৰিয়কাৰ্য্য সাধন বুলি মানিছিল। সিহঁতে তলে তলে সিহঁতৰ ধৰ্ম্মাক্ৰান্ত যাবতীয় লোকলৈ সেই দ্ৰোহজনক বাৰ্ত্তা পঠালে। সকলোৱে একবাক্য হ'ল। কোনেও পিছ হুহকিবলৈ বাঞ্ছা নকৰিলে। একে ধৰ্ম্ম আৰু মতৰ দ্ৰোহী, ইয়াকে বুজাবলৈ প্ৰধান প্ৰধান লোকসকলে কেতবোৰ ঠাৰ চলাই দিলে।* সিহঁতৰ পূৰ্ব্বৰ দুবাৰ উদ্যম ভঙ্গ হোৱাত এইবাৰ তেনে নহবলৈ একেবাৰে কৃতসঙ্কল্প হ'ল। কিন্তু কি ছলত সি সংকল্প কাৰ্য্যলৈ আনে তালৈ বাট চাই আছিল। লক্ষ্মীসিংহ স্বৰ্গদেৱৰ দিনতে ভয় পাই পলাই নানা ঠাইত থকা মোঁৱামৰা মহন্তৰ শিষ্যসকলো পলাই থকা ঠাইৰ পৰা আহি জ্ঞাতিৰ সঙ্গ ললে। ইতিমধ্যতে ঘনশ্যাম বুঢ়া গোঁহাইৰ মৃত্যু হ'ল। তেওঁৰ সুযোগ্য পুত্ৰ পূৰ্ণানন্দ বুঢ়া গোঁহাই মন্ত্ৰী হ'ল। এওঁ বৰ বুদ্ধিমন্ত আৰু কীৰ্ত্তিপ্ৰিয় লোক আছিল। পূৰ্ব্বে যিৰূপে ৰাজ্য শাসনৰ প্ৰণালী আছিল, তাতকৈ অন্যমতে কৰিবলৈ ধৰিলে মোঁৱামৰীয়াবিলাকৰ দ্ৰোহৰ উদ্যমৰ কথা বুজ পাই তেওঁ তাক নিবাৰণৰ অৰ্থে উপায় চিন্তিবলৈ ধৰিলে। তেওঁ ভাবিলে বোলে কঠিন শাসনতকৈ সামান্য দণ্ডই যথেষ্ট হ'ব। এই বিবেচনা কৰি যিবিলাক লোকৰ দ্ৰোহভাব জানিব পাৰিলে সিবিলাকক সামান্য দণ্ড দিবলৈ ধৰিলে। ৰাজদ্ৰোহ নিবাৰিবৰ নিমিত্তে গুৰু দণ্ডই প্ৰশস্ত। মোঁৱামৰীয়াবিলাকে পূৰ্ণানন্দ বুঢ়া গোঁহাইৰ এই মত দেখি ৰজাৰ দৌৰ্ব্বল্য ভাবি ১৭০৯ শঁকৰ পুহত একেবাৰে দ্ৰোহভাবে একত্ৰ হ'ল। মাঘত চাৰিওফালৰ পৰা মোঁৱামৰীয়াবিলাক দা, কুঠাৰ, বৰ্ষা, কাঠৰ ঢাল, চূণলগোৱা বাঁহৰ বা কাঠৰ তৰোৱাল, টাঙ্গোন, ধেনুকাঁড়, যেয়ে যি পালে লই বড় ভৈটী সত্ৰৰ ওচৰলৈ গই তাতে লগ লাগিল। সৰ্ব্বমুঠে দহ হাজাৰ মান সৈন্য নগৰৰ ফালে গ'ল। এবং দেশৰ চাৰিও-ফালে জুমে জুমে মোঁৱামৰীয়া ফুৰিবলৈ ধৰিলে। বুঢ়া গোঁহাই ডাঙ্গৰীয়াই কিছুমান সৈন্য গোটাই প্ৰধানকৈ নগৰৰ ফালে অহা সৈন্যবিলাকৰ

* সেই ঠাৰবিলাক সিসকলৰ ধৰ্ম্মতেই আছিল।

বিপক্ষে পঠালে হয় কিন্তু চাৰিকালৰ পৰা মোঁৱামৰীয়াই নগৰ আক্ৰমিবলৈ আহিল। সিবাৰৰ দৰে এইবাৰো এনেটো হইছিল যে মোঁৱামৰীয়াহঁতক বন্দুকৰ গুলীয়েও একো কৰিব নোৱাৰিলে। দা, টাঙ্গোন লই মোঁৱামৰীয়াৰ সৈন্য বড় বিক্ৰমেৰে আগুৱাই আহিল। চূণ লগোৱা কাঠৰ দা লোৱা মানুহৰে অসংখ্য দেখি আৰু ৰাধাৰুক্মিণীৰ বীৰত্বলৈ স্মৰণ কৰি আমাৰ সৈন্য চমৎকৃত হ'ল। অধিক কি হুঁহকি আহিল। নগৰৰ যি যি ফালে ৰাজকীয় সেনা গ'ল, সি সি ফালেই ত্ৰাসযুক্ত হই আমাৰ সৈন্য হুঁহকিল। দ্ৰোহীবিলাক একেই ধৰ্ম্মান্ধ আছিল, তাতে দুবাৰ তিনিবাৰ সম্মুখ সংগ্ৰামত জয় হোৱাত সিহঁতৰ সাহ বাঢ়িল। ইফালে ৰাজকীয় সৈন্য ত্ৰাসযুক্ত হই হুঁহকিবলৈ ধৰিলে। আমাৰ সেনা কম দেখি দাঁতি পাৰৰ পৰা মানুহ অনাবলৈ ধৰোঁতে জুমে জুমে যি মোঁৱামৰীয়া দেশৰ চতুৰ্দ্দিশে ফুৰিছিল, সিসকলৰ দ্বাৰা পৰাভূত হ'ল। আনকি মোঁৱামৰীয়াৰ চৰিয়া সৈন্যে আমাৰ মানুহ দহোটাকো একেলগ হবৰ নিমিত্তে নিবাৰণ কৰিবলৈ ধৰিলে। ৰাজ্যত বড় হুলস্থুল হ'ল। এবং প্ৰজাবিলাক একেবাৰে হতাশ হ'ল।

স্বৰ্গদেৱে মন্ত্ৰী বুঢ়া গোঁহাই ডাঙ্গৰীয়াৰে মন্ত্ৰণা কৰি ভটীয়াই আহিল। ডাঙ্গৰীয়া সসৈন্যে নগৰতে থাকিল। মোঁৱামৰীয়াবিলাক নগৰ নোপাওঁতেই ডাঙ্গৰীয়াই চাৰিওফালে এটা গড় বান্ধিলে, সেই হেতুকে দ্ৰোহী সেনাবিলাকে নগৰ প্ৰবেশ কৰিব নোৱাৰিলে এই গড়কে বিবুধিগড়ো বুলিছিলে। স্বৰ্গদেৱ সপৰিবাৰে ভটীয়াই আহিল, ইয়াকে দেখি উজনিৰ প্ৰজাৰো অনেকে কোনো ভটীয়াই আহিল, কোনো দাঁতি পাৰে গল আৰু কোনো মহাকষ্ট পাই ইফালে সিফালে থাকিলে। মোঁৱামৰীয়াবিলাকৰ সেনাই সকলোকে লুটি পুটি নগৰ পৰিবেষ্টন কৰি থাকিল। নগৰৰ ভিতৰৰ মানুহ খনি তাতে ৰক্ষা পড়ি থাকিল জয় সাগৰৰ ওচৰতে মোঁৱামৰীয়াৰে শেষ যুদ্ধ হয়। তাতে ৰাজকীয় সৈন্য পৰাস্ত হোৱাত সেই সৈন্য দল ছিঙ্গি ভাঙ্গি গ'ল। মোঁৱামৰায়াবিলাক সিহঁতৰ দলপতি এজনক ভৰতসিংহ নাম দি ৰজা পাতিলে। বড় পাত্ৰ ডাঙ্গৰীয়াই মোঁৱামৰীয়াবিলাকে সইতে ঠায়ে ঠায়ে

যুদ্ধ কৰি ফুৰি শেষত এক যুদ্ধত নিজে প্ৰাণ পৰিত্যাগ কৰে। মোঁৱা-মৰীয়াবিলাকে যি অস্ত্ৰৰ সাহায্য লই যুদ্ধ কৰিছিল সি অস্ত্ৰৰেই অনেক ৰাজকীয় সেনা মাৰিলে। সিহঁতৰ যে হানি নহল এনে নহয় কিন্তু তুলনা কৰিলে দ্ৰোহী সেনা তাকৰ মৰিল। গৌৰীনাথসিংহ স্বৰ্গদেৱৰ প্ৰধান ইচ্ছা এই আছিল মণিপুৰ কছাৰী আৰু জয়ন্তা ৰজাৰ সাহায্য লই দ্ৰোহ নিবাৰণ কৰে। এই ভাবি কলঙ্গেৰে সোমাই নগাঁওলৈ আহিল। ইয়াৰ পূৰ্ব্বেই সি ৰজাৰ ওচৰলৈ তেওঁ সাহায্য প্ৰাৰ্থী কটকী পঠাইছিল। স্বৰ্গদেৱ ৰূপহীৰ ওচৰতে বাহৰ কৰি থাকিল। মোঁৱা-মৰীয়া মহন্তৰ শিষ্য কেৱল উজনিত আছে, এনে নহয় নগাঁও আৰু আন আন ঠাইতো আছে। নগাঁওতো স্বৰ্গদেৱে দ্ৰোহভাৱ দেখিলে আৰু ইয়াৰ লোকসকলেও ৰজা পলাই অহাত ত্ৰাসযুক্ত হ'ল। সিন্ধুৰা হাজৰীকা নামে মানুহ এটাই কিছুমান মানুহ লই স্বৰ্গদেৱৰ ওচৰলৈ গল। বিস্তৰ লোক ৰজাৰ বাহৰৰ ফালে অহা দেখি স্বৰ্গদেৱ ত্ৰাস যুক্ত হই পলাই যাবলৈ উপায় চিন্তিলে। ইফালে সিন্ধুৰাৰ লোকে নৈত যি বাঁহৰ দলঙ্গ আছিল, তাক ভাঙ্গি দিলে। স্বৰ্গদেৱ নিৰুপায় হ'ল। ইফালে কছাৰী আৰু জয়ন্তাৰ পৰাও কটকী নুঘূৰিল। পৰিশেষত স্বৰ্গদেৱ গুৱাহাটীৰ ফালে ভটীয়াই গ'ল। এনে প্ৰবাদ আছে বোলে সেই সিন্ধুৰাই বিস্তৰ মানুহ লই পিছে পিছে খেদি গইছিল। তেতিয়াৰে পৰা সিন্ধুৰা ও নগঁয়া লোকবিলাকক "ৰজা খেদা নগঁয়া" বুলি দ্ৰোহী বোলা হ'ল। স্বৰ্গদেৱ নিৰ্ব্বিঘ্নে গুৱাহাটী পালে গই হয় কিন্তু তাতে তেওঁৰ বিপদ নগল। কছাৰী আৰু জয়ন্তাৰ ৰজাই নিজ দেশ ৰক্ষা কৰিবলৈ যিমান আৱশ্যক তাতকৈ অধিক সৈন্য নথকাৰ নিমিত্তে দিব নোৱাৰোঁ বুলি উত্তৰ দিলে। গুৱাহাটীত বড় ফুকনে সইতে মন্ত্ৰণা কৰি দাঁতি পাৰৰ আৰু আন আন ঠাইৰ কিছুমান সেনা গৌৰীনাথসিংহ স্বৰ্গদেৱে বুঢ়া গোঁহাইৰ সাহায্যৰ নিমিত্তে উজাই পঠালে। বাটত যাওঁতেই এই সৈন্য নানা ঠাইত মোঁৱা-মৰীয়াবিলাকৰপৰা বাধা পাই গইছিল। শেষত নগৰৰ সমীপতে যুদ্ধ হোৱাত সেই সৈন্য ঘাটি পলাই আহিল। গুৱালপাড়াত ৰাস্ নামে

এজনা সাহাব সি সময়ত আছিল। তেওঁ লোণ আৰু আন আন বস্তুৰ বেপাৰ কৰিছিল। গৌৰীনাথসিংহে নিৰুপায় ভাবি সাহাবক বিশেষৰূপে পুৰস্কাৰ দিবলৈ প্ৰতিজ্ঞা কৰি সাহাবৰ দ্বাৰাই ব্ৰিটিশ গৱৰ্ণমেণ্টৰ সাহায্য লবলৈ উপায় কৰিলে। সাহাবে সাত শ বৰকান্দাজ সিপাহী ৰজাক দিয়াত সেই সিপাহী ৰজাই নগাঁওৰ বাটে উজাই পঠালে। নগাঁওত যি দ্ৰোহভাৱ আছিল, সি গুছিল হয় কিন্তু সেই বৰকান্দাজ যেতিয়া উজনিলৈ গ'ল তেতিয়া যোৰহাটৰ ওচৰতে সকলোখিনিকে শত্ৰুৱে কাটিলে।

কিছু দিনৰ মূৰত মণিপুৰৰ ৰজাই ৫০০ অশ্বাৰোহী আৰু চাৰি হেজাৰ ৪০০০ পদাতি সৈন্য লই ৰজাৰ সাহায্যৰ অৰ্থে ই দেশলৈ আহিল। উজনিলৈ গলত মোঁৱামৰীয়াই সইতে যুদ্ধ হোৱাত ১৫০০ মান সেনা মৰিলত মণিপুৰীয়া সেনা দেশলৈ উলটি গ'ল। কোনো বিপদ অকলে নপড়ে। হলাগছ দেখিলে সকলোৱে কুঠাৰ মাৰে এইটি নীতি কথা। মোঁৱামৰীয়াৰ উপদ্ৰবত ৰজা আৰু ৰাইজৰ থৰকাছুটি নোহোৱা সময়ত দৰঙ্গৰ কৃষ্ণনাৰায়ণ কোঁৱৰে বিষ্ণুনাৰায়ণ ৰজাক ভাঙ্গি দৰঙ্গৰ ৰজা হ'ল। আৰু গৌৰীনাথসিংহৰ দুৰ্ব্বল অৱস্থাৰ সুযোগতে কামৰূপ খণ্ড দেশ লবলৈ ইচ্ছা কৰি কেতবিলাক হিন্দুস্থানী আৰু বঙ্গালী সন্ন্যাসীৰ নিচিনা সেনা লই গুৱাহাটী আক্ৰমিবলৈ আহিল। কামৰূপৰ লোকসকলক পৰাজিত ভাবি আহোমবিলাকে বড় অবজ্ঞা কৰিছিল। আনকি গধূলি গুৱাহাটী নগৰৰ ভিতৰত থাকিবলৈ নিদিছিল। ইয়াতে সি ঠাইৰ কোনো কোনো মুখ্য মুখ্য লোকেও কৃষ্ণনাৰায়ণৰ ফলীয়া হ'ল।

গৌৰীনাথসিংহে বড় বিপদ ভাবি ব্ৰিটিশ গৱৰ্ণমেণ্টৰ সাহায্য লবলৈ ইচ্ছা কৰি গুৱাহটীয়া বিকা মজুমদাৰ দণ্ডৰাম খাওন্দ আৰু দৰঙ্গৰ ভগা ৰজা বিষ্ণুনাৰায়ণক কলিকতালৈ পঠালে। গুৱালপাড়াৰ সদাগৰ ৰাস্ সাহাবে কলিকতাৰ কলবিন্ বাজেট্ কোম্পানীলৈ চিঠি দিলে। সি সময়ত বঙ্গ প্ৰদেশৰ গবৰ্ণৰ জেনেৰেল মাৰ্কুইস্ কৰ্ণওয়ালিস্ আছিল। তেওঁ ৰজাৰ মিনতি পত্ৰ পাই প্ৰথমে সাহায্য কৰিবলৈ অনিচ্ছা প্ৰকাশ কৰিছিল। কিয়নো আপোনাৰ মাজত যি বিবাদ তাত আনৰ পক্ষে এক পক্ষক সহায় কৰা ৰাজনীতি বিৰুদ্ধ। কিন্তু

গৌৰীনাথ ৰজাই ইয়াকে লিখিছিল বোলে হিন্দুস্থানী ফকীৰ কেত-বিলাকক কৃষ্ণনাৰায়ণ দ্ৰোহীয়ে আনি দেশ লণ্ডভণ্ড কৰিব লাগিছে। হিন্দুস্থানী লোকবিলাক ব্ৰিটিশ প্ৰজা। সেইবিলাকে অসম দেশত সোমাই দৌৰাত্ম্য কৰিছে তাক নিবাৰিবলৈ আৰু সিহঁতক খেদাই দিবলৈ ১৭৯২ ইং সনত কাপ্তান ওৱেলস্ সাহাবক লৰ্ড কৰ্ণওয়ালিশ গবৰ্ণৰ জেনেৰেলে কিছুমান সৈন্যে সইতে পঠাই দিলে। কাপ্তান সাহাব উজাই আহি প্ৰথমে হিন্দুস্থানী মানুহ ই দেশলৈ অহাৰ নিবাৰণৰ পক্ষে যত্ন কৰিলে। কিন্তু গুৱালপাড়াৰে সেই হিন্দুস্থানী-বিলাক দেশত নোসোমাই উত্তৰে ভোটৰ দেশেৰে আমাৰ দেশত সোমাবলৈ ধৰিলে। কাপ্তান সাহাবে ইয়াকে দেখি সিবিলাকক যেনে তেনে মতে খেদাবলৈ উপক্ৰম কৰিলে।

ইফালে ভৰতসিংহ ৰজা হই কঠিন ৰূপে দেশ শাসিবলৈ ধৰিলে। যাকে সিহঁতৰ বিপক্ষ যেন জানিলে, তাকে ধৰি আনি দণ্ড বন্ধ কৰে। আপোনাৰ সেনাবিলাকক এই আজ্ঞা দিলে যে যেনে তেনে ৰূপে দেশ লুটি পুটি অধিকাৰ কৰে আৰু আহোমৰ নিবংশ কৰে। ৰাস্ সাহাবে পঠোৱা বৰকান্দাজ আৰু মণিপুৰৰ ৰজাৰ সৈন্য যেতিয়া পৰাস্ত হ'ল তেতিয়া মোঁৱামৰীয়াবিলাকে জানিলে, নিষ্কণ্টকে ৰাজ্য ভোগ কৰিব এই ভাবি অনেক সৈন্য লই কেতবিলাক মোঁৱামৰীয়া লুইতৰ দক্ষিণ পাৰেৰে ভটীয়াই গুৱাহাটীৰ ফালে গ'ল, যিফালে সিফালেই দেশ অধিকাৰ হই গ'ল। গৌৰীনাথসিংহে এই বাৰ্ত্তা পাই লগত কিছুমান লোক লই ভটীয়াই গ'ল। কাপ্তান ওৱেল্স্ সাহাব গুৱালপাড়া পাই ১৭৯২ সনত ১৬ নবেম্বৰত উজাই আহিল, তিনি দিনৰ পিছত নগৰবেৰাৰ ওচৰতে গৌৰীনাথসিংহ স্বৰ্গদেৱে সইতে সাক্ষাৎ কৰিলে। এই সৈন্য যোৱাত ৰজাৰ অলপ সাহস হ'ল। কাপ্তান সাহাবে ৰজাৰ মুখে দেশৰ অৱস্থা ভালকৈ জানিব পাৰিলে। নবেম্বৰ ২৯ তাৰিখে সাহাবে গুৱাহাটী ল'লে, মোঁৱামৰীয়াবিলাক ছিন্নভিন্ন হই গ'ল। গুৱাহাটী পুনৰায় লওঁতে ব্ৰিটিশ সৈন্যৰ এফেৰিও ৰক্তপাত নহল। গৌৰীনাথসিংহক গুৱাহাটীতে থই কাপ্তান সাহাব ছয় ডিসেম্বৰৰ দিনা লুইতৰ উত্তৰ কূললৈ গ'ল। মোঁৱামৰীয়া-

বিলাকৰ ভগনী শুনি কৃষ্ণনাৰায়ণৰ সৈন্য ভাগিল। কাপ্তান সাহাব গই কৃষ্ণনাৰায়ণক ধৰিলে। তেওঁ সোধাত ইয়াকে কলে বোলে গৌৰীনাথৰ বিৰুদ্ধে দ্ৰোহকৰা তেওঁৰ অভিপ্ৰায় নাছিল। মোঁৱামৰীয়াৰ হাতৰ পৰা দেশ ৰক্ষা কৰাই তেওঁৰ মুখ্য উদ্দেশ্য, কিন্তু গৌৰীনাথসিংহ স্বৰ্গদেৱে তেওঁৰ অভিপ্ৰায় বুজিব নোৱাৰি তেওঁক বিদ্ৰোহী বুলি কইছে। শেষত কাপ্তান সাহাবে কৃষ্ণনাৰায়ণক কই এনে নিৰ্ব্বন্ধ কৰোৱালে যে কৃষ্ণনাৰায়ণে দৰঙ্গ, ছুটীয়া, চাই-দুৱাৰৰ পৰা মানুহ দিয়াৰ পৰিবৰ্ত্তে ৫৫০০০ টকা আৰু ভোটানে সইতে বেপাৰৰ মাসুলৰ বাবে ৩০০০ তিনি হাজাৰ, সৰ্ব্বমুঠে ৫৮০০০ টকা বছৰি ৰজাক দিব। গুৱাহাটীত থাকোঁতে কাপ্তান ওয়ালিস্ সাহাবে ইয়াকে সুন্দৰকৈ জানিলে, বোলে গৌৰীনাথসিংহ অতিশয় দুৰ্দ্দান্ত, ক্ৰূৰ, মতিচ্ছন্ন আৰু অবিবেচক। তেওঁৰ বুদ্ধি ও বিবেচনা এনেহে দুৰ্ব্বল আৰু ভ্ৰান্ত যে দেশ সুস্থিৰ হলেও তেওঁ শাসন কাৰ্য্য ভালকৈ কৰিব নোৱাৰিব। এইৰূপে কলিকাতাৰো গবৰ্ণৰ জেনেৰেললৈ পত্ৰ লিখাত তেওঁ এনে আজ্ঞা কৰিলে বোলে দেশৰ সকলো ভদ্ৰলোক আৰু বিষয়াসকলক চপাই সিসকলে সইতে মন্ত্ৰণা কৰি যাতে দেশত সুশাসন হ'ব পাৰে তাৰ উপায় কৰিব কাপ্তান সাহাবে আৰু ইয়াকো জনাইছিল যে ৰজাৰ অন্যায় আচৰণ দ্বাৰাহে কৃষ্ণনাৰায়ণ প্ৰভৃতিয়ে দ্ৰোহ কৰিবলৈ উদ্যোগ কৰিছিল। কাপ্তান ওৱেল্স্ সাহাব গুৱাহাটী পাই দ্ৰোহ নিবাৰণ কৰি থাকোঁতেই তাত জহনীৰোগ হয়। এনে প্ৰবাদ আছে বোলে তাৰ পূৰ্ব্বে ই দেশত এই ৰোগ নাছিল। এই ৰোগতে দেশৰ ভগনীয়া আৰু তাত থকা অনেক লোকৰ মৰণ হয়। একেই দেশৰ অতি অমঙ্গল, তাতে এই মাৰাত্মক ব্যাধি এনে স্থলত যেনে অৱস্থা আছিল তাক অনুমান কৰিব পাৰি।

কাপ্তান সাহাবে ইয়াৰ পাছত উজনি খণ্ড দেশলৈ যাবৰ ইচ্ছা কৰিলে। স্বৰ্গদেৱৰ যাবৰ মন নাছিল কিন্তু ৰজাক এক প্ৰকাৰ ধৰি নিয়াৰ দৰে লই গ'ল। ৰজাৰ এনে বিশ্বাস নাছিল যে ইমান অলপ সৈন্যেৰে মোঁৱামৰীয়াবিলাকক সেই সাহাবে খেদিব পাৰিব। সাহাবে

ৰজাক লই উজাই যাওঁতেই মোঁৱামৰীয়াবিলাকে ভাটী ফালৰ পৰা উজাই নগৰৰ ফাললৈ গ'ল। ১৭৯৩ শকৰ মাৰ্চ্চ মাহত নগৰৰ ওচৰ পাই সাহাবে সৈন্যসকলৰ ছাউনী কৰি মোঁৱামৰীয়াবিলাকৰ প্ৰকৃত অবস্থা জানিবলৈ চৰ পঠালে। সিহঁতে নগৰৰ চাৰিওফালে বড় সমাৰোহেৰে আছিল। এনে কথা কোৱা আছে যে যদি ব্ৰিটিশ সেনা সেইদিনা নাপায়, তেন্তে তাৰ পাছ দিনাই মোঁৱামৰীয়াই নগৰ প্ৰবেশ কৰিলে-হেঁতেন। বুঢ়া গোঁহাই ডাঙ্গৰীয়াই খোৱা বস্তুৰ অভাবত বড় ক্লেশেৰে নগৰ ৰক্ষা কৰি আছিল। পাছদিনা ৰাতিপুৱা সাহাবে ১২ টা সিপাহী, এজন জমাদাৰ, এজন নায়েক, এজন বিকুল আলা আৰু এজন হাৱালদাৰে সইতে নগৰৰ সমীপলৈ পঠাই দিলে। স্বৰ্গদেৱে ইয়াকে দেখি বড় দুঃখিত হ'ল কিয়নো সেই হাতৰ মুঠিৰে এমুঠি নোহোৱা সিপাহীকেইটাই যে পাঁচ হাজাৰ মোঁৱামৰীয়াক কিবা কৰিব পাৰিব ইয়াক তেওঁ নেজানিছিল। ইফালে সাহাবে তেওঁৰ অধীনৰ প্ৰায় সকলো সৈন্যকে প্ৰস্তুত কৰি ৰাখিলে। ইমান তাকৰ সিপাহী মোঁৱামৰীয়াৰ ছাউনীৰ ফালে যোৱা দেখি সিহঁতে বড় উল্লাসেৰে আছিল। ব্ৰিটিশ সিপাহীয়ে গম্ভীৰ গতিৰে গইহে আছিল। মোঁৱামৰীয়াবিলাকে সেই সিপাহীকেইটাৰ উগ্ৰসাহ দেখি চাৰিওফালে বেৰি এনে ৰূপে হাঁহিলে যেন সিহঁতক গুলি পিহি সাঙ্গ কৰিব। সিহঁতে টাঙ্গোন, চূণ ঘঁহা বাঁহ কাঠৰ দা, ধেনুকাঁড় প্ৰভৃতি যি অস্ত্ৰ লই দেশ ছাৰখাৰ কৰিছিল, সি সকলো লই আহিল। কেতবিলাকে এনে আশা কৰি খোৱা লোৱাৰ বন কৰি আছিল, বোলে সেই দুঃসাহসী সিপাহীকেইটাক মাৰি সিহঁতৰ লগৰ আন সিপাহী আৰু সাহাবক বধ কৰিব। সিহঁতৰ কোনোএ এই বুলি আক্ষেপ কৰিছিল বোলে এনে জনা হ'লে মাঝ বাটতে সিপাহী দলক আধ্যা কৰিব পাৰিলোঁহেঁতেন। সিহঁতে নাজানিছিল যে যুদ্ধ কৰা এটা বিদ্যা আৰু তাক শিক্ষা কৰিব লাগে। যেতিয়া চাৰিওফালে মোঁৱামৰীয়াই বেৰি ধৰি, ধেনু, কাঁড় আৰু টাঙ্গোন সিপাহীলৈ চলাব ধৰিলে, তেতিয়া সিপাহীবিলাক চাৰি চুকীয়া ভাবে থিয় হই বন্দুক মাৰিবলৈ ধৰিলে। ৰাধাৰুক্মিণীৰ বন্দুকৰ গুলীৰ আঁচল পাতি লোৱা পৰাক্ৰমৰ কথা এতিয়া শেষ হ'ল। মোঁৱামৰীয়া-

বিলাকৰ অনেক মৰিল। পাছে সেই সিপাহীকেইটাই খেদি যোৱাত নগৰৰ দুৱাৰৰ পৰা শত্ৰুবিলাক নিঃশেষে পলাল। তাৰ পিছত আৰু কিছুমান ব্ৰিটিশ সৈন্য যোৱাত মোঁৱামৰীয়া পলাই ফাট মাৰিলে। সেইদিনাই গধূলি নগৰৰ দুৱাৰ মেলা হ'ল। তাৰে পৰা মানুহ যোৱা অহা কৰিবলৈ ধৰিলে। তাৰ পিছদিনা বুঢ়া গোঁহাই ডাঙ্গৰীয়া আহি স্বৰ্গদেৱক নগৰলৈ লই গ'ল। সাহাবো সি লগতে ১৭১৭ শঁকৰ চ'তত নগৰ প্ৰবেশ কৰিলে।

গৌৰীসিংহ পুনৰায় সিংহাসনত উঠিল। কাপ্তান ওৱেল্স্ সাহাবে স্বৰ্গদেৱ, মন্ত্ৰী আৰু আন আন ডাঙ্গৰ ডাঙ্গৰ কৰ্ম্মচাৰীসকলক সুন্দৰ হিতোপদেশ দিলে। এবং গবৰ্ণৰ জেনেৰেলৰ উপদেশ বুঝাই কলে। তেওঁৰ এনে ইচ্ছা আছিল যে দেশ সুস্থিৰ কৰিবলৈ কিছুমান সৈন্য ৰাখিব আৰু তাৰ ব্যয় কামৰূপৰ উৎপন্নৰ পৰা দিব।

এনে কথা কোনোয়ে কয় বোলে মন্ত্ৰী ডাঙ্গৰীয়াই গবৰ্ণৰ সাহাবলৈ কাপ্তান সাহাবে ৰজাৰ ভঁড়াল লুটি নিয়া আৰু দেশত সিপাহীৰ হতুৱাই আন আন অত্যাচাৰ কৰোৱাইছে বুলি পত্ৰ লিখিছিল। মন্ত্ৰী ডাঙ্গৰীয়া অতিশয় ক্ষমতাপ্ৰিয় থকাৰ হেতুকে সাহাবে কোনো কোনো ৰাজকীয় কাৰ্য্যত পৰামৰ্শ দিয়াত হাত লগোৱা ভাল নাপাই সেইৰূপে লিখিছিল। সি যিবাকি নহওক লৰ্ড কৰ্ণওৱালিস্ গবৰ্ণৰ সাহাব ইতিমধ্যতে ইংলণ্ডলৈ গ'ল। তেওঁৰ পদত সৰজন্ সোৰ সাহাব গবৰ্ণৰ হ'ল। এতিয়া ব্ৰিটিশ গবৰ্ণমেণ্টে এনে সিদ্ধান্ত কৰিলে বোলে আনৰ দেশৰ আভ্যন্তৰিক কাৰ্য্যত গবৰ্ণমেণ্টৰ হাত দিবৰ একো সকাম নাই। এই কাৰণে কাপ্তান ওৱেল্স সাহাবে বৰকৈ লেখাতো গবৰ্ণমেণ্টে ই দেশৰ পৰা সাহাবক কলিকাতালৈ যাবলৈ আজ্ঞা কৰিলে। তদনুসাৰে কাপ্তান সাহাব সসৈন্যে ১৭৯৪ সনৰ জুলাই মাহত ভটীয়াই গ'ল। এই ঘটনা প্ৰকৃতে বড় শোকজনক। সেই দূৰদৰ্শী সেনাপতিৰ কথাৰ প্ৰতি গবৰ্ণমেণ্টে মন দিয়া হলে ই দেশত ইয়াৰ পাছত উপদ্ৰৱ হ'বৰ সম্ভাৱনা নাছিল। সাহাব থকা সময়ত অতি অলপ মাত্ৰ মোঁৱামৰীয়াক দ্ৰোহী বুলি দণ্ড কৰা হ'ল। সাহাব ভটীয়াই গ'লতে বিস্তৰ মোঁৱামৰীয়া ধৰাই আনি বুঢ়া গোঁহাইয়ে অতি কঠিন

শাস্তি কৰিলে।* মোঁৱামৰীয়াৰ উপপ্লবৰ সময়ত ৰঙ্গপুৰ নগৰ একেবাৰে ছাৰখাৰ হ'ল। তেতিয়া ইমান প্ৰজা তাকৰ হ'ল যে বুঢ়া গোঁহাই ডাঙ্গৰীয়াই তাত ৰাজধানী থকা ভাল নেদেখি ১৭১৬ শঁকৰ শ্ৰাবণত যোৰহাট বাহৰলৈ স্বৰ্গদেৱক অনালে। ৰঙ্গপুৰ তেতিয়াৰ পৰা পৰিত্যক্ত নগৰ হ'ল। মোঁৱামৰীয়াবিলাকক দণ্ড বন্ধ কৰি আৰু যোৰহাটক নগৰ কৰাৰ পাছত স্বৰ্গদেৱ ও মন্ত্ৰী সকলোৰে দেশৰ উন্নতি কৰিবলৈ মন হ'ল। সেইৰূপে যত্নও কৰা হ'ল। কিন্তু ৰজা প্ৰজা এনে দুৰ্ব্বল আৰু উৎপীড়িত আছিল যে সি যত্ন একেবাৰে বিফল হ'ল। গৌৰীনাথসিংহ স্বৰ্গদেৱৰ পুত্ৰ নাছিল। স্বৰ্গদেৱৰ শৰীৰ মাঝে মাঝে পীড়িত হই থকাত এজনা উত্তৰাধিকাৰীৰ নিতান্ত আৱশ্যক হ'ল। পূৰ্ণানন্দ বুঢ়া গোঁহাইয়ে এই নিমিত্তে এজনা কোঁৱৰ হাতত লবলৈ ইচ্ছা কৰিলে। গদাধৰসিংহ স্বৰ্গদেৱৰ কনিষ্ঠ পুত্ৰ লেচাই নামৰূপীয়া ৰজাৰ পুত্ৰ আয়ুস্নত গোঁহাই তেওঁৰ পুত্ৰ কদমদীঘলা গোঁহাই আৰু তেওঁৰ পুত্ৰ কিনাৰাম গোঁহাইদেৱক ৰজাৰ যোগ্য হেন দেখি বুঢ়া গোঁহাইয়ে যোৰহাটলৈ অনালে। যদিচ সকলোৱে ই কথা জানিছিল তথাপি সি অভিপ্ৰায়ৰ বিৰুদ্ধে কাৰো একো কোৱা শক্তি নহ'ল। বিশেষকৈ বড় বড়ুৱাক তেওঁ কিছু অবিশ্বাস কৰিছিল। কিয়নো তেওঁৰ কাৰ্য্যত কেতিয়াবা কেতিয়াবা বড় বড়ুৱাই প্ৰতিবাদ কৰিছিল। ক্ৰমে স্বৰ্গদেৱৰ শৰীৰ অসুস্থ হই আহিল। কিন্তু তেওঁৰ শৰীৰৰ প্ৰতি ইমান বিশ্বাস আছিল যে নিজৰ দৌৰ্বল্য বিশেষকৈ প্ৰকাশ নকৰিছিলে। পিছে দ্ৰোহ ও ক্ৰোধত পড়ে এই ভয় কৰি আনে ও ৰজাক উত্তৰাধিকাৰীৰ বিষয় সুধিবলৈ শঙ্কা কৰিছিল। পূৰ্ণানন্দ বুঢ়া গোঁহাইয়ে কথা বিষম হেন বুঝি স্বৰ্গদেৱত সুধিলে "পাইকেনো কি কৰিম"। মন্ত্ৰীৰ এই ইঙ্গিত বুজি স্বৰ্গদেৱে কেবল এই কথা মাত্ৰ কলে বোলে

* দেশত আকৌ তেতিয়া এনে হ'ল যে মোঁৱামৰীয়া মহন্তৰ শিষ্য বুলিলেই বধৰ পাত্ৰ হ'ল। নগাঁওত মোঁৱামাৰী কুড় নামে কলঙ্গ নদীৰ এক কুড় আছে। তাতে বুঢ়া গোঁহাই ডাঙ্গৰীয়াৰ আজ্ঞানুসাৰে ৰহীয়াল বড়ুয়াই বহু মোঁৱামৰীয়া কাটি বা আন প্ৰকাৰে প্ৰাণে মাৰি পেলাই দিলে। সেই কাৰণে সেই কুড়ৰ নাম "মোঁৱামাৰী কুড়" হ'ল।

"ডাঙ্গৰীয়াই যাকে ভাল পাইছে তাকে কৰোক।" ইয়াৰ দ্বাৰা এনে প্ৰতিপন্ন হয় যে বুঢ়া গোঁহাই ডাঙ্গৰীয়াই যাকে মনোনীত কৰিছে সিজনেই ৰজা হ'ব। স্বৰ্গদেৱে আৰু এই কথা কলে যে তেওঁৰ তিনটা কথা মনত যায়। প্ৰথম তেওঁৰ জীয়েক, আইদেৱক বিবাহ দিব নোৱাৰিলে। দ্বিতীয় নগাঁওৰ সিন্ধুৰাক বাপেকৰ মঙ্গহ পুতেকক আৰু পুতেকৰ মঙ্গহ বাপেকক খুৱাব নোৱাৰিলে তৃতীয় চাৰিটা মানুহে পাইকৰ পোৱা কৰিব নোৱাৰিলে। বুঢ়া গোঁহাইয়ে স্বৰ্গদেৱৰ এই হুমুনিয়াহে সইতে কোৱা কথা শুনি কলে যে তেওঁ ই তিনিওটি আজ্ঞা প্ৰতিপালন কৰিব। তাৰ পাছ দিনা অৰ্থাৎ ১৭১৭ শঁকৰ ২২ অগ্ৰহায়ণ, কৃষ্ণা চতুৰ্থীত স্বৰ্গদেৱ স্বৰ্গী হ'ল। সিংহাসনত উঠে এনে কোঁৱৰ নথকাত পূৰ্ণানন্দ বুঢ়া গোঁহাইয়ে স্বৰ্গদেৱৰ মৃত্যুৰ সংবাদ গুপুতে ৰাখিলে। পাছে তেওঁৰ প্ৰতিদ্বন্দ্বী বড় বড়ুৱাই কিবা কেলেঙ্কাৰ কৰে এই ভাবি বড় বড়ুৱাক ঘৰৰ পৰা স্বৰ্গদেৱৰ আজ্ঞাৰে মতাই আনি বড় চ'ৰাৰ মুখতে স্বৰ্গদেৱৰ আজ্ঞা বুলি বুঢ়া গোঁহাইৰ আজ্ঞাৰে বধ কৰা হ'ল। তাৰ পাছ দিনা কিনাৰাম গোঁহাইদেৱক বড় চ'ৰালৈ নি স্বৰ্গদেৱৰ মৃত্যু সংবাদ আৰু সেই গোঁহাইদেৱক স্বৰ্গদেৱে ৰজা মনোনীত কৰি গইছে, বুলি কই সকলোৱে ৰজা মানি সেৱা কৰিলে। গৌৰীনাথসিংহ স্বৰ্গদেৱৰ মুঠ ৰাজ্য ভোগৰ কাল বুৰঞ্জীত ১৪ বছৰ ৭ মাস ২২ দিন লেখিলেও ১৭০৯ শঁকৰ মাঘত মোঁৱামৰীয়াৰ উপদ্ৰৱত ভাগি যোৱা কালৰে পৰা আকৌ ১৭১৫ শঁকৰ চ'তত ৰঙ্গপুৰ নগৰলই সিংহাসনত উঠা কালখিনি এড়িলে মুঠকৈ সিংহাসনত থকাৰ কাল ৮ বছৰ ৪ মাহ ২২ দিন মাত্ৰ। ৬ বছৰ তিনি মাহ ভগনীয়া ৰূপে স্বৰ্গদেৱ আছিল। ই সময়ত দ্ৰোহী মোঁৱামৰীয়াবিলাকে উজনিত ৰাজত্ব কৰিছিল। গৌৰীনাথসিংহ স্বৰ্গদেৱ অতি উদ্ধত স্বেচ্ছাচাৰী অথচ দুৰ্ব্বল আছিল। তেওঁৰ বিবেচনা শক্তি নীচেই স্থিৰ নাছিল। তেওঁক মতিচ্ছন্ন বুলিলেও দোষ নাই। তেওঁ এনে স্বেচ্ছাচাৰী ও উদ্ধত আছিল যে কপাহ নেওঠি থকা মানুহ এজনীয়ে তেওঁক বাটেৰে যোৱা দেখি নেওঠনীৰ মাত তেলেৰে মাৰোঁতে তেওঁৰো কেতিয়াবা সেইজনী তিৰোতাই মাত মাৰিব এই ভাবি তাইৰ প্ৰাণদণ্ড কৰিলে। এদিন এজন তেওঁৰ পাৰিষদে এটা চাপড়

মাৰি নাও এখন ফলাত তেওঁকো সেইৰূপে কৰিব পাৰিব এই ভাবি সেই পাৰিষদক শাৰীৰিক কঠিন শাস্তি দিলে অথচ বেজবড়ুৱাবিলাকক এই আজ্ঞা দিলে সেই প্ৰিয় পাৰিষদক তদ্দণ্ডেই আৰোগ্য কৰে। এদিনা তেওঁ, তেওঁৰ সৰুকালৰ সখি এজনৰ প্ৰতি বিৰক্ত হই চকু কঢ়ালে। তাৰ পাছে আকৌ এক বিদেশীয় ভাষাৰে লিখা পত্ৰ এখন পঢ়িব লগা হোৱাত তেওঁৰ চক্ষুহীন প্ৰযুক্ত আঙ্গুলিৰে অক্ষৰৰ আকৃতি ধৰি পত্ৰৰ মৰ্ম্ম বুজাই দিলে। ইয়াতে ৰজাই তেওঁৰ চক্ষুদান কৰিবলৈ বেজবড়ুৱাসকলক আজ্ঞা দিয়ে। যদি মোঁৱামৰীয়াৰ উপপ্লৱ নহয়, আৰু সি লোকজনৰ মৃত্যু নহয়, তেন্তে স্বৰ্গদেৱে বা কি কৰিলেহেঁতেন তাক ঈশ্বৰেহে জানে। নাপিতৰ অধীন হ'ব লাগে এই বুলি স্বৰ্গদেৱে মূৰ খুৰাওঁতেও স্থিৰ হই নাথাকিছিল। এইজনা স্বৰ্গদেৱৰ অহঙ্কাৰ ইমান্‌হে প্ৰবল আছিল যে কাপ্তান ওৱেলস্ সাহাবক ৰজাৰ পাছফালে মাছীয়া দিহে সম্ভাষা কৰিছিল। এওঁ দানী আছিল হয় কিন্তু সিও স্বাৰ্থপৰতামূলক। ব্ৰাহ্মণসকলক দক্ষিণা আঁজলি ভৰাই দিব লাগে। কিন্তু ৰজাৰ ভঁড়াল তেওঁৰ মনৰ সমতুল নোহোৱাত মন্ত্ৰীয়ে চ'ৰতীয়া, তিনিৰতীয়া প্ৰভৃতি সৰু ধনৰ সৃষ্টি কৰে। কোন এজন বঙ্গালীলোকে তেওঁৰ ইষ্টদেৱতা বালগোপালৰ গীত শুনোৱাত তেওঁ আজ্ঞা দিলে বোলে যেন সেই বঙ্গালক আৰু স্বৰ্গদেৱে সিংহাসনৰ পৰা নেদেখাকৈ ধন দিব। স্বৰ্গদেৱৰ অনুগ্ৰহ আৰু নিগ্ৰহ কেতিয়া কাৰ ওপৰত হয় তাৰ একো নিদৰ্শন নাছিল। দুৰ্ব্বল লোক সকলেই প্ৰায় নিষ্ঠুৰ হয়। এওঁ স্বেচ্ছাচাৰী হয় কিন্তু মানসিক বড় দুৰ্ব্বল আছিল। তেওঁৰ যিজনা প্ৰধান মন্ত্ৰী সিজনাও স্বাৰ্থপৰ, ক্ষমতা প্ৰিয় আৰু লোভী আছিল। এতেকে ইজনা ৰজাৰ দিনত যে দেশৰ শ্ৰীহীন নহ'ব ও দেশত উপদ্ৰব হুলস্থুল নহ'ব ইয়াত সংশয় কি ?

এইজনা ৰজাৰ দিনৰ পৰাই দেশত কানিৰ ক্ষেতি আৰম্ভ হয়। এনে কথা কোৱা আছে বোলে ১৭১৫ শঁকত যেতিয়া কাপ্তান ওৱেলস্ সাহাব এই দেশলৈ আহে তেতিয়াৰ পৰা কানিৰ ক্ষেতি ইয়াত হ'ব ধৰিলে। ইয়াৰ প্ৰথম ক্ষেতি বেলতলাত হয়। সি সময়ত জহনী আৰু গ্ৰহণীত অনেক লোকৰ প্ৰাণ নষ্ট পালে। ব্ৰিটিশ সৈন্যৰ কাৰো কাৰো লগত আফিং থকাত

তাৰ দ্বাৰা অনেক লোক আৰোগ্য পালে। তাতে সেই কানি বড় উপকাৰী বুলি সি সৈন্যৰ কাৰো পৰা গুটি লই প্ৰথমে তাৰ ক্ষোত কৰা হয়। তেতিয়াৰে পৰা কানিৰ ব্যবহাৰ হবলৈ ধৰিলে। আদিতে ঔষধ বা দৰব বুলি ডাঙ্গৰ লোকে খাইছিল পিছে ক্ৰমে দেশৰ এটা ভোগৰ বস্তু বুলি সকলোৱে ব্যৱহাৰ কৰিবলৈ ধৰিলে। বেলতলাৰ কানি বড় উত্তম বুলি প্ৰসিদ্ধ আছিল। আৰু সেই কানিহে ৰজা ঘৰলৈ গইছিল। কানি এবিধ মাদক বস্তু। সি প্ৰথমে দেশত ৰোগ নাশক দৰব বুলি সোমাই এতিয়া আপুনিয়েই ৰোগৰ মূল হই দেশক অধিকাৰ কৰিছে। ব্ৰিটিশ সৈন্য আহিবৰ পূৰ্ব্বে বেপাৰ কৰা মানুহৰ পৰা বঙ্গাল দেশৰ কানি দেশত প্ৰকৃত ৰূপে দৰবৰ দৰে ব্যৱহাৰ হইছিল। ক্ষেতি নাছিল। সি সময়ৰ পৰাহে ইয়াৰ ক্ষেতি হবলৈ ধৰিলে।

## একাদশ অধ্যায়

১৭১৭ শঁকৰ ২৩ অগ্ৰহায়ণত কিনাৰাম গোঁহাইদেৱে ৰাজত্ব পালে। মোঁৱামৰীয়াৰ উপপ্লবৰ পাছত দেশৰ এনে দৈন্য দশা আছিল, যে এই-জনা স্বৰ্গদেৱে শিঙ্গৰী ঘৰত উঠি অভিষেক হ্ব নোৱাৰিলে, সেই কাৰণে এওঁৰ হিন্দুমতে কমলেশ্বৰসিংহ নাম হ'ল। আহোমমতে নাম নহল। এওঁৰ পিতৃ দাঘলা গোঁহাইদেৱক চাৰিঙ্গীয়া খেল দি চাৰিঙ্গীয়া ৰজা বিষয় দিয়া হ'ল। পূৰ্ণানন্দ বুঢ়া গোঁহাই ডাঙ্গৰীয়াৰ উদ্যোগত সিংহাসন প্ৰাপ্ত হোৱাৰ নিমিত্তে স্বৰ্গদেৱে সকলো ৰাজ কাৰ্য্যৰ ভাৰ তেওঁৰ গাতে দিলে। ভগাদেশ কেনেকৈ পাতিব লাগে বুঢ়া গোঁহাইৰ ই চিন্তা বড়কৈ হ'ব ধৰিলে। যিবিলাক মানুহ দেশৰ পৰা ভাগিল, সিসকলৰো যেয়ে আহিল বুঢ়া গোঁহাইয়ে সকলোকে আগৰ সেই ঠাই আৰু সেই খেলত পাতিলে। আৰু যিবিলাক বিদেশলৈ গইছিল তাকো দেশলৈ অনাবলৈ যত্ন কৰিছিল। প্ৰজাৰ ক্ষেতি কৃষি নোহোৱাত আৰু দেশৰ অবস্থা ভাল নথকাত পাইকৰ খাটনিৰ নিমিত্তে কেতবিলাক শিথিল নিয়ম চলাই দিলে। নগাঁৱৰ পৰা সিন্ধুৰা হাজৰীকাক সপুত্ৰে ধৰাই নি প্ৰাণদণ্ড কৰিলে আৰু গৌৰীনাথসিংহ স্বৰ্গদেৱৰ দুহিতা আইদেৱকো চিৰিঙ্গ ফুকনে সইতে বড় আড়ম্বৰেৰে বুঢ়া গোঁহাইয়ে বিবাহ দিলে। ৰজা ও প্ৰজাৰ আয় উৎপন্ন আৰু অবস্থা তেতিয়া এনেহে আছিল যে বুঢ়া গোঁহাই আৰু অন্যান্য কাৰ্য্যকাৰকসকলৰ সময় উজনিৰ ফালে দৃষ্টি কৰোঁতেই গ'ল। কামৰূপৰ অবস্থা তাদৃশ ভাল নাছিল। গৌৰীনাথসিংহ স্বৰ্গদেৱ গুৱাহাটীত থাকোঁতেই দৰঙ্গৰ কৃষ্ণনাৰায়ণ ৰজাৰে মিল হই কামৰূপৰ কেতবিলাক মুখ্য লোকে আহোমৰ প্ৰতি দ্ৰোহভাব দেখুৱাইছিল। কাপ্তান ওৱেলস্ সাহাব অহাৰ পাছত কৃষ্ণনাৰায়ণ ৰজাই সইতে সন্ধিনিবন্ধন হলত কৃষ্ণনাৰায়ণ দৰঙ্গলৈ গ'ল। কিন্তু কামৰূপৰ প্ৰজাৰ মনত দ্ৰোহভাব সুন্দৰে থাকিল। যিমান দিন ব্ৰিটিশ সৈন্য ই দেশত আছিল, তিমান দিন সি ভাব লুপ্তপ্ৰায় আছিল। যেতিয়া ব্ৰিটিশ সেনা ভটীয়াই গ'ল

আৰু উজনিৰ কাৰ্য্য চলাওঁতে চিন্তোঁতে ৰজা আৰু মন্ত্ৰীৰ সময় যাবলৈ ধৰিলে এবং গুৱাহাটীৰ গেন্ধেলা ৰাজখোৱা বড় ফুকনো নকৈ অহা বাবে বিশেষকৈ কামৰূপৰ অবস্থা জানিব নোৱাৰিছিলে তেতিয়া কামৰূপৰ হৰদত্ত আৰু বীৰদত্ত নামে ছুই ভায়েক মুখ্য হই অন্যান্য অনেকে সইতে লগ লাগি দ্ৰোহ আচৰিবলৈ ধৰিলে। হিন্দুস্থানী আৰু দাঁতিপাৰৰ অনেক কছাৰী মানুহে টাঙ্গোন দা আদি অস্ত্ৰ ললে। কিছুমান পঞ্জাবী মানুহকো সৈন্য লই সিহঁতে একেবাৰে ১৭১৭ শঁকৰ মাঘ মাহত দ্ৰোহভাৱ অবলম্বন কৰিলে। বিদ্ৰোহী হৰদত্তৰ এজনী জীয়েক আছিল। তাইৰ হাত ও ভৰিত পদ্মফুলৰ চিন থকা এবং খোজ দিলে ভৰিত মাটি নলগা প্ৰবাদ আছিল। এওঁৰ নাম পদ্মকুমাৰী থোৱা হ'ল আৰু এনে বিশ্বাস হ'ব ধৰিলে যে এওঁ ভবিষ্যৎ কালত ৰাজৰাণী হ'ব পাৰিব। এনে কথিত আছে বোলে বিজনীৰ ৰজা আৰু কোঁচবেহাৰৰ ৰজায়ো আহোমৰ পৰা পূৰ্ব্বাধিকৃত দেশ লবৰ নিমিত্তে পেটে হৰদত্তক সহায় কৰিছিল। কিন্তু ব্ৰিটিশ গবৰ্ণমেণ্টে আহোম ৰজাৰ সপক্ষ থকাত প্ৰকাশ্যে একো নকৰিলে। বেহাৰৰ নাজিৰদেৱ সাহাবৰ বংশৰ কোঁৱৰ এজনাৰ নিমিত্তে পদ্মকুমাৰীৰ বিবাহৰ স্থিৰ হ'ল আৰু তেওঁ হৰদত্তৰ ঘৰলৈ আহিল। পৰাজিত জাতি বুলি কামৰূপৰ লোকবিলাকক আহোমবিলাকে "ঢেকেৰি" বুলি হাঁহিছিল আৰু যিমান পাৰিছিল তিমান অবিশ্বাস আৰু অবজ্ঞা কৰিছিল। সেই আক্ৰোশতে হৰদত্ত আৰু তেওঁৰ লগৰীয়া দ্ৰোহীবিলাকৰ এনেভাব হ'ল যে আহোম দূৰৈত থাওক অসমীয়া কথাৰ প্ৰতিও বিজাতীয় বিদ্বেষ জন্মিল। কামৰূপৰ অনেক বড় বড় লোকৰ দ্ৰোহৰ ভাব হই হৰদত্তক প্ৰকাশ্যে সাহায্য কৰিবলৈ ধৰিলে। আৰু এইৰূপে দ্ৰোহীবিলাকে কামৰূপৰ প্ৰায় উত্তৰ কূল অধিকাৰ কৰিলে। গেন্ধেলা ৰাজখোৱাৰ আৰু এটি নাম কলীয়া ভোমোৰা আছিল তেওঁ এই দ্ৰোহ নিবাৰিবলৈ বিশেষ যত্ন কৰিলে। পঞ্জাব ও হিন্দুস্থানৰ কেতবিলাক মানুহক সৈন্য দলত নিযুক্ত কৰিলে এবং বেলতলা ডিমৰুৱা প্ৰভৃতি দাঁতি ঠাইৰ ৰজা কেইজনমানৰ সাহায্য লই দ্ৰোহ নিবাৰিবলৈ উদ্যোগী হ'ল আৰু সৈন্য পঠালে।

বুঢ়া গোঁহাই ডাঙ্গৰীয়ালৈ বড় ফুকনে ই বিষয় জনাই সাহায্য প্ৰাৰ্থনা কৰাত উজনিৰ পৰা কোনো বিশেষ সাহায্য নাপালে। নিজ জাতিৰ গৌৰৱ ৰক্ষা কৰিবলৈ বড় ফুকন নিজে আগ বাঢ়িবলগীয়া হ'ল। বড় ফুকনৰ সৈন্যে লুইত পাৰ হই উত্তৰ পাৰে গ'ল। যি যি ঠাইত দ্ৰোহী সৈন্য লগ লাগিছিল সি সি ফালে আহোমৰ সৈন্য গই দ্ৰোহী সকলক বিনষ্ট কৰিলে। দ্ৰোহীবিলাকৰ বিপক্ষে এই এটি উপায় হ'ল যে হৰদত্তে প্ৰথম কিছুমান দিন কামৰূপত জয় লাভ কৰাত আন আন চৌধুৰী বুজৰ বড়ুৱা বড় কায়স্থসকলক অধীন হেন ভাবি আজ্ঞা পঠাইছিল। ইয়াতে সিসকলে ঈৰ্ষান্বিত আৰু বিতুষ্ট হ'ল। বৰঞ্চ সিসকলৰ পেট আহোমৰ ফালেহে হইছিল। সমনীয়া লোকৰ অধীন হোৱাতকৈ বিজাতীয় এবং বিদেশীয় লোকৰ অধীন হোৱাকে মানুহে ভাল পায়। বড় ফুকনৰ সেনাৰ জয় বাৰ্ত্তা পাই হৰদত্ত কিছুমান সৈন্য সইতে পলায়ন কৰি ভোটানৰ ফালে যাব ধৰিলে। আহোমৰ সৈন্য পাছে পাছে খেদি গ'ল। হৰদত্তৰ মুখ্য সেনাপতি সকলে এই পৰামৰ্শ স্থিৰ কৰিলে যে পলাই পঞ্জাবলৈ গই সি দেশৰ পৰা সৈন্য আনি আহোমে সইতে যুদ্ধ কৰে। হৰদত্তৰ প্ৰধান ইচ্ছা এনে আছিল যে আহোমৰ হাতৰ পৰা কামৰূপ উদ্ধাৰ কৰি নিজে ৰখা হ'ব অথবা কোঁচবিহাৰৰ ৰজাৰ বংশৰ কোঁৱৰক আনি ৰজা পাতিব। তেওঁ পলাই গই ভিন্ন দেশীয় ৰজাৰ আশ্ৰয় লই সৈন্য আনি দেশ লোৱাটো অযুক্তি দেখিলে। তেওঁ দেখিলে যে সেইৰূপ সংকল্প বড় অসাধ্য। যদিওবা সাধ্য হয় তথাপি একেবাৰে বিদেশীয় কোনো ৰজাৰ হাতত তেওঁৰ দেশখান পেলাই দিয়াতকৈ পুৰণি চিনাকি আহোমৰ হাততে সি থকা ভাল। ইয়াকে স্থিৰ কৰি এক নিভৃত ঠাইত তেওঁ সপৰিবাৰে পলাই থাকিল। তেওঁৰ লগৰ সৈন্যসকল যুদ্ধত সম্পূৰ্ণৰূপে পৰাস্ত হ'ল। হৰদত্তৰ এটি পুতেক ইয়াৰ পূৰ্ব্বে আহোম সেনাৰ দ্বাৰা ধৃত হইছিল। সেই ল'ৰাটিয়ে বড় ফুকনৰ অঙ্গীকাৰক বিশ্বাস কৰি আপোন পিতৃ আৰু পৰিয়ালসকলক ধৰা পেলাই দিলে। কিন্তু দ্ৰোহী হেতুকে বড় ফুকনে সি সকলোকে

উগ্রদণ্ড কৰিলে। হৰদত্তৰ পদ্মকুমাৰী নামে কন্যাক বড় ফুকনৰ "কুমেদান বাঙ্গাল" নামে এজন সেনাপতিয়ে ধৰি নি বিবাহ কৰালে।* এইৰূপে হৰদত্তৰ বিবাদৰ শেষ আৰু নিবাৰণ হ'ল। এই বিদ্ৰোহকাৰীসকলক "ডুন্দীয়া" বুলিও কয়। কিয়নো ভাটীফালৰ পৰা পলাই বা আন ভাবে অহা সৈন্যই বিদ্ৰোহত লিপ্ত আছিল। কলীয়া ভোঁমোৰা বড় ফুকনে নিজ বুদ্ধি আৰু পৰাক্ৰমেৰে এই "ডুন্দীয়া" বিদ্ৰোহ নিবাৰণ কৰি কামৰূপ পৰিষ্কাৰ কৰাত স্বৰ্গদেৱে সন্তোষ পাই তেওঁক প্ৰতাপবল্লভ নাম দিলে। এই বিদ্ৰোহ নিবাৰণৰ অৰ্থে বড় ফুকনে ভাটীৰ পৰা কিছুমান সিপাহী আৰু বন্দুক বাৰুদ অনাইছিল। তাৰে কিছুমান উজনিলৈ পঠাই দিলে ভাটীৰ সিপাহীবিলাকৰ লগত আমাৰ দেশী কেতবিলাক মানুহকো যুদ্ধ বিদ্যা শিকোৱা হ'ল। আৰু বুঢ়া গোঁহাই পৰীয়া চন্দ্ৰা গোঁহাইক সেনাপতি নিযুক্ত কৰিলে। অভিনব যুদ্ধ শিক্ষাৰ প্ৰথম পৰীক্ষা খামতীবিলাকতে হয়। সিবিলাকে আমাৰ সীমা ঠেলি কেতবিলাক মানুহ ধৰি নিয়াত কিছুমান সিপাহী পঠোৱা হ'ল। আমাৰ সিপাহীয়ে পৰ্ব্বতত উঠি খামতীৰ বুঢ়া ৰজাক বন্দী কৰি আনিলে। তেতিয়াৰে পৰা খামতীবিলাকৰ উপদ্ৰব নিবাৰণ হ'ল। ১৭১৯ শঁকত চন্দ্ৰকান্ত গোঁহাই দেৱৰ জন্ম হয়। বুঢ়া গোঁহাই ডাঙ্গৰীয়াই দেশৰ কুশল ৰক্ষা কেবল সৈন্য দলৰ ওপৰত নিৰ্ভৰ কৰে, ইয়াকে দেখি সিপাহী শিকাবৰ প্ৰতিহে বড় মন আৰু উৎসাহ দিছিল। ১৭২১ শঁকত চাৰিঙ্গিয়া ৰজাদেৱ মৃত্যু হ'লত চন্দ্ৰকান্ত গোঁহাইদেৱ চাৰিঙ্গিয়া ৰজা হ'ল।

কছাৰীবিলাকে ইমান দিন নিস্তব্ধ হই আছিল। অতি সামান্য কথা এটাৰ পৰা সিহঁতে ক্ৰোধ কৰি আসাম দেশ আক্ৰমিবলৈ উদ্যোগ কৰে। নতুন শিক্ষিত কেতবিলাক সৈন্য ১৭২০ শঁকত কছাৰীৰ বিপক্ষে পঠোৱা হ'ল। লক্ষ্মীনাৰায়ণ ব্ৰহ্মচাৰী নামে দ্ৰাবিড় দেশৰ এজনা ব্ৰহ্মচাৰী গৌৰীনাথসিংহ স্বৰ্গদেৱৰ সখিক চক্ষু দান দিয়া সূত্ৰ লাগি

* হৰদত্তৰ দ্ৰোহ নিবাৰণৰ গীত এতিয়াও কামৰূপত চলিত, কোনোলোকে কয় বোলে পদ্মকুমাৰী আত্মঘাতী হ'ল।

মৰাণৰ দিনতে আহিছিল। তেৱোঁ সেনাপতি ফুকনে সইতে ই যুদ্ধলৈ গইছিল।* কছাৰী সৈন্য আগবাঢ়ি আহি অকস্মাৎ আমাৰ সৈন্যক আক্ৰমণ কৰাত আমালোকৰ সৈন্য হুঁহকিল। পাছে নৌকাৰ অভাবত সৈন্যবিলাকৰ অনেকে কপিলী নদী পাৰ হ'ব নোৱাৰি আন উপায় নাপাই সাঁতৰ মেলোঁতে বিস্তৰ সেনা আৰু বন্দুক হানি হ'ল। এই ৰণ ১৭২৫ শঁকত শেষ হয়। ইয়াত জয়লাভ হ'ল হয় কিন্তু যুদ্ধৰ সামগ্ৰী অনেক ক্ষতি হ'ল। এই ৰণত প্ৰধান সেনাপতি বুঢ়া গোঁহাইৰ ঘৰৰ হৰিপদ ডেকা ফুকন আছিল। এওঁৰ বুদ্ধি আৰু সাহসৰ পৰাহে আহোমৰ কথমপি জয় হ'ল। এই আপাহতে স্বৰ্গদেৱে ১৭২৫।২৬ শঁকতে ডেকা ফুকনক যুদ্ধ জয় হোৱা দেশৰ ওচৰতে চাৰি সীমাকৈ অনুমান ২০০০ দুহাজাৰ পুৰা মাটি নিষ্কৰ বৃত্তি দিলে।* কমলেশ্বৰসিংহ স্বৰ্গদেৱ মুখলাজুকা, কৃতজ্ঞ আৰু মৰমীয়াল আছিল। স্বাৰ্থপৰ বুঢ়া গোঁহাই ডাঙ্গৰীয়াই ক্ৰমে আপোনাৰ বংশৰ মাঝতে সকলো ডাঙ্গৰ বিষয় ৰাখিবলৈ ধৰিলে। আৰু তেওঁৰ যি মত ও অভিপ্ৰায় তাকে সকলো প্ৰকাৰে ৰক্ষা কৰিছিল। ৰাজমাৱ দেৱতা আৰু ৰজাৰ বড় বিশ্বাস ও সম্ভ্ৰম পোৱাত ডাঙ্গৰীয়াক কোনেও একো প্ৰকাশি ক'ব বা তেওঁৰ কাৰ্য্যত

---

* এই ব্ৰহ্মচাৰী ই দেশৰ বঙ্গাল হাটৰ অধ্যক্ষ দুৱৰীয়া বড়ুয়া হয়। এবং ছজন ব্ৰাহ্মণ বালকক পুত্ৰৰূপে প্ৰতিপালন কৰে। আৰু তাৰে পৰা ই দেশত এক উন্নতিশীল বংশৰ সংস্থাপন হয়। সেই ছজনা বালকৰ নাম (১) সীতাৰাম (২) পৰশুৰাম (৩) শম্ভুৰাম, (৪) ৰণৰাম (৫) অভিৰাম (৬) পটাভিৰাম আৰু এটি ব্ৰাহ্মণ কুমাৰীকো কন্যাৰূপে তেওঁ প্ৰতিপালন কৰে। এওঁৰ নাম পাতলী। এই সকলৰে দ্বিতীয় তৃতীয় আৰু চতুৰ্থ জনৰ পুত্ৰ সন্তান আছে। প্ৰথম আৰু পঞ্চম জনৰ জীয়াৰীৰ সন্তান আছে। ষষ্ঠজন অপুত্ৰক।

* এই নিষ্কৰ বৃত্তি এতিয়াৰ নগাঁও জিলাৰ চাপৰী মহলত আছে। ইয়াৰ নাম মোলান কামৰা, কিন্তু ৰণজয়ী ডেকা ফুকনৰ নাম চিৰস্মৰণীয় কৰিবলৈ ইয়াৰ নাম ডেকা ফুকনৰ খাত বুলি প্ৰসিদ্ধ হ'ল। ইয়াৰ পূৰ্ব্ব সীমা ভোঁমোৰাগছ, পশ্চিমে দলং বন্ধাৰ আঁসত গছ, উত্তৰে গা খজুৰা বিল, আৰু দক্ষিণে লতিমেৰোৱা শিমলু গছ। যুদ্ধত জয় হোৱাৰ অলপ পাছতে ডেকা ফুকনৰ এটি পুত্ৰ জন্মে। সেই ৰণৰ জয় সদাই মনত থাকিবলৈ সেই লৰাটিৰ নাম ৰণজয় থোৱা হইছিল।

প্ৰতিবাদ কৰিব নোৱাৰিছিল। তেওঁক সকলোৱে ভয় কৰিছিল। ভয় হলেই অভিসন্ধি ও নিষ্ঠুৰতাৰ উদয় হয়। পানীমুয়া প্ৰভৃতি কেতবিলাক লোকে ৰাতি ভকত সেবা কৰিবৰ ছলেৰে একেলগ হ'ল। সিহঁতে ৰাজমন্ত্ৰী আৰু সেই ফলীয়া মানুহবিলাকৰ প্ৰাণবধ কৰিবলৈ প্ৰতিজ্ঞা কৰে। দেশৰ কোনো কোনো ডাঙ্গৰ লোকেও পেটে পেটে এই গুপ্ত দ্ৰোহীসকলক সাহায্য কৰিলে। আপোনাৰ কাৰ্য্য সাধিবলৈ যাৰ ইচ্ছা অথবা দেশত শত্ৰু দমি প্ৰধান হই থাকিবলৈ যি বাঞ্ছা কৰে, সিসকলে চৰীয়াৰ সহায় ল'ব লাগে। চৰৰ চকুয়েই সিসকল লোকৰ চকু হয়। বুঢ়া গোঁহাই ডাঙ্গৰীয়াৰ চৰীয়াসকলে এই ষড়যন্ত্ৰৰ কথা কিছু প্ৰমাণিক-ৰূপে দেখুৱাই দিয়াত পানীমুয়াকে মুখ্য কৰি কেতবিলাক দ্ৰোহী ধৰা হয়। বুঢ়া গোঁহাইয়ে নিশ্চয় জানিলে এনে দুৰ্ব্বল লোকে যে ৰজা আৰু মন্ত্ৰাৰ বিৰুদ্ধে দ্ৰোহ আচৰিব ই অসম্ভব। এতেকে ইয়াত যি যি লোকে পেটে সহায় কৰিছিল সি সকলোকে ধৰিব লাগে। এই বুলি সি মানুহকেইটাক সুধি সিহঁতে যাৰ যাৰ নাম কলে সি সকলোকে মাৰিলে। এনে কথা প্ৰচাৰ আছে বোলে সি দুষ্ট প্ৰকৃতিৰ লোকবিলাকে সিহঁতৰ ইচ্ছামতে অনেক নিৰ্দ্দোষী লোকক সিহঁতৰ লগৰীয়া বুলি কোৱাত তাৰো প্ৰাণবধ বা অন্য কোনো দণ্ড কৰিলে। পৰিশেষত বুঢ়া গোঁহাই ডাঙ্গৰীয়াই সি দ্ৰোহীবিলাকৰ গুপ্তভাব বুঝি সিহঁতকো দণ্ড কৰিলে। এই গুপ্ত দ্ৰোহক "পানী মুৰাৰ খবৰ" বোলে। ১৭২৫ শঁকত কাকতীয়াৰ বলৰাম খঙ্গীয়া ফুকনক উকীল কৰি আৰু তেওঁৰ লগত ভূধৰ চাংকাকতী, তনুশ্যাম খাউন্দ আৰু মধু বড়াক কলিকাতাৰ গবৰ্ণৰ সাহাবলৈ পত্ৰে সইতে স্বৰ্গদেৱে পঠাই দিলে এবং কিছুমান শিক্ষিত সিপাহী বন্দুক, বাৰুদ আৰু গুলা অনোৱা হ'ল। যোৰহাটলৈ অহাৰ পাছত বুঢ়া গোঁহাইৰ এনে মন আছিল যে পুনবায় ৰঙ্গপুৰলৈ ঘূৰি যাব পাৰিব কিন্তু দেশৰ হুলস্থুল অবস্থা নিবাৰণ নোহোৱাত সেইটি নঘটিল। ইয়াতে থাকি যোৰহাট বাহৰকে ভালকৈ নগৰ কৰা হ'ল। জলৰ কষ্ট নিবাৰিবলৈ ভোগদই নদী খনালে। কেটামান আলিও নিৰ্ম্মাণ কৰা হ'ল। ১৭২৪ শঁকৰ পৰা দেশত উপদ্ৰব আৰু অমঙ্গল নোহোৱাকৈ কিছু দিন গ'ল।

১৭৩২ শঁকৰ শেষ ভাগত বসন্ত ৰোগ প্ৰবল ৰূপে দেশত হ'ব ধৰিলে। সেই ৰোগতে কমলেশ্বৰসিংহ স্বৰ্গদেৱ ৫ মাঘ কৃষ্ণা সপ্তমীত স্বৰ্গী হ'ল। এওঁৰ ভোগৰ কাল ১৫ বৎসৰ ৫ মাহ ১৩ দিন। কমলেশ্বৰ-সিংহ স্বৰ্গদেৱৰ ভ্ৰাতৃ চন্দ্ৰকান্ত চাৰিঙ্গীয়া ৰজাৰ তেতিয়া ১৩ বছৰ বয়স মাথোন আছিল। ১৭৩২ শঁকৰ ৬ মাঘত ইজনা সিংহাসনত উঠিল। সেই সময়ত স্বৰ্গদেৱে এনেহে শঙ্কিত হইছিল যে যেতিয়ালৈকে তেওঁৰ সমনীয়া লিগিৰা কেইজন মান ওচৰলৈ নগ'ল তেতিয়ালৈকে সিংহাসনত উঠিবলৈকে ভয় কৰিছিল। স্বৰ্গদেৱৰ কোমল বয়স হোৱাত পুনৰায় বুঢ়া গোঁহাইৰ হাতত সম্পূৰ্ণ ৰাজ্যভাৰ পড়িল। ৰাজমাৱ দেৱতা বড় বুদ্ধিমতী আছিল। তেৱোঁ বিষয় কাৰ্য্য পৰিচালনত সময়ে সময়ে বুদ্ধি মন্ত্ৰণা দিছিল। বুঢ়া গোঁহাই ডাঙ্গৰীয়াই এইৰূপ অপৰিসীম ভাৰ পাই বড় পৰাক্ৰমেৰে কাৰ্য্য কৰিবলৈ ধৰিলে। স্বৰ্গদেৱে আপোনাৰ সমনীয়া সকসে সইতে ক্ৰীড়া কৌতুকতে সময় খেদাবলৈ ধৰিলে। স্বৰ্গদেৱ বড় লাজুকা আৰু ভীৰু স্বভাৱৰ লোক আছিল। এই নিমিত্তে তেওঁৰ কৌতুকৰ অৰ্থে বুঢ়া গোঁহাইয়ে যিমান পাৰিছিলে তিমান উদ্যোগ কৰিছিল।

কলীয়া ভোঁমোৰা বড় ফুকন বড় প্ৰশস্তমনা আৰু বহুদৰ্শী মানুহ আছিল। ব্ৰিটিশ গবৰ্ণমেণ্টৰ পৰাক্ৰম যে শ্ৰেষ্ঠ আৰু সাহায্য যে আদৰণীয় ইয়াকে তেওঁ সুন্দৰে জানিছিল। কোঁচবিহাৰৰ দৰে ব্ৰিটিশ গবৰ্ণমেণ্টক "লালবন্দী" দি মিত্ৰতা কৰিবলৈ প্ৰস্তাব কৰি বুঢ়া গোঁহাই ডাঙ্গৰীয়ালৈ তেওঁ এবাৰ জনালে। ডাঙ্গৰীয়াই নিশ্চয়কৈ জানিছিল যে তেওঁ লোকপ্ৰিয় নহয় তাতে আকৌ "লালবন্দী" দিবলগীয়া হলে দেশখন ইংৰাজকে "বন্দী" কৰি দিয়াৰে অপবাদ পাব। ইয়াকে ভাবি তেওঁ সি প্ৰস্তাবত অসন্মত হ'ল। কিছুমান দিনৰ মূৰতে বড় ফুকনৰ মৃত্যু হ'ল। তেওঁৰ পদত বদনচন্দ্ৰ নিযুক্ত হ'ল। বুঢ়া গোঁহাই ডাঙ্গৰীয়াই ৰজাৰ মঙ্গলৰ অৰ্থে স্বৰ্গদেৱৰ নামে কাশীত এটা মন্দিৰ নিৰ্ম্মাণ কৰোৱাই দিলে। এই কাৰ্য্যত ডাঙ্গৰীয়াৰ বংশৰে আনন্দৰাম গোঁহাই আৰু পৰশুৰাম ডুৱৰীয়াৰ ঘৰৰ ৰণৰাম বা যোগাই বড়ুৱাক নিযুক্ত কৰিছিল।

এই মন্দিৰ ১৭৩৪ শঁকত আৰম্ভ হই ১৭৩৫ শঁকত শেষ হয়। ই মন্দিৰ আজিলৈকে আছে। এই কাৰ্য্যৰ পৰা ডাঙ্গৰীয়াৰ বড় কীৰ্ত্তি অদ্যাবধি স্থায়ী হই আছে।

ৰজাই সমনীয়াবিলাকে সইতে আমোদ কৰি দিন যাপন কৰিবলৈ ধৰিলে। সিসকলৰ মাঝত ভূত নামে কুকুৰাছোৱা বড়াৰ পুতেক সতৰাম স্বৰ্গদেৱৰ প্ৰধান বল্লভ হ'ল।* ৰজাই সতৰামক ক্ৰমে বিষয় বঢ়াই দি শেষত চাৰিঙ্গীয়া ফুকন পাতিলে। বয়সৰ তৰুণতাৰ নিমিত্তে স্বৰ্গদেৱে মন্ত্ৰীৰ কথাতকৈ চাৰিঙ্গীয়া ফুকনৰ কথাকেহে বড়কৈ মানিবলৈ ধৰিলে। অকস্মাৎ যি কোনো লোক ডাঙ্গৰ হয় বিশেষকৈ ৰাজবল্লভ হয়, তাৰ প্ৰকৃতি প্ৰায়েই উচ্ছৃঙ্খল। তাতে সতৰাম ফুকনৰ বয়স তৰুণ। তেওঁৰ আশা ইমান বলবতী হ'ল যে তেওঁ মন্ত্ৰিত্ব কৰে কিন্তু তাক কৰা বড় উজু নহয়। এই হেতুকে বুঢ়া গোঁহাইয়ে সইতে স্বৰ্গদেৱৰ মন ভাঙ্গিবলৈ উপক্ৰম কৰি ক্ৰমে তেওঁ ৰাজকাৰ্য্যত হাত দিবলৈ ধৰিলে। স্বৰ্গদেৱক ইয়াকে বুঝাই কলে বোলে শিঙ্গৰী ঘৰত সুঠিলে ৰজাৰ অভিষেক নহয় আৰু বুঢ়া গোঁহাইয়ে মন্ত্ৰণা কৰি দেশখন আপোনাৰ হাতৰ তলত ৰাখিবলৈ অভিষেক হ'ব নিদিয়ে। স্বৰ্গদেৱে এদিন বুঢ়া গোঁহাই ডাঙ্গৰীয়াত এই প্ৰস্তাব কৰাত ডাঙ্গৰীয়াই ইয়াকে কলে যে অভিষেকৰ নিমিত্তে যি পৰিমাণ অৰ্থ আৰু উপায় লাগে আৰু যি পৰিমাণে নহ'লে পূৰ্ব্বৰ নিয়মানুসাৰে কাৰ্য্য নহয় সি পৰিমাণে এই কালত হ'ব নোৱাৰে। কিয়নো মৰাণৰ দিনৰে পৰা দেশত হুলস্থূল লাগি থকাত ৰজাৰ ও প্ৰজাৰ সম্পত্তিৰ বল তেনে নাই। ই কথাত স্বৰ্গদেৱে সন্তোষ পালে হয় কিন্তু চাৰিঙ্গীয়া ফুকনে বিষমৰূপ বুজাই কলে। চাৰিঙ্গীয়া ফুকনে ৰজাৰ বল্লভ হই ভালৰূপে থাকিব নুখুজিলে। তেওঁৰ আশা ক্ৰমে বড় হ'ল। ডাঙ্গৰীয়াসকলকো কোনো কোনো সময়ত অবজ্ঞাৰ চিন দেখুৱালে। এনে প্ৰবাদ আছে বোলে এক সময়ত বুঢ়া

* এই সতৰাম দেখিবলৈ বড় সুশ্ৰী আছিল। এওঁৰ বুদ্ধি বড় প্ৰখৰ আৰু এওঁ চঞ্চল ও আমোদী আছিল। সেই দেখি বুঢ়া গোঁহাইয়ে সতৰামক স্বৰ্গদেৱৰ লিগিৰা কৰি দিলে। তেওঁৰ স্বভাব স্বৰ্গদেৱৰ তৰুণ স্বভাবে সইতে মিলিল।

গোঁহাই ডাঙ্গৰীয়া যোৱগু স্বৰ্গদেৱে সইতে সতৰাম একে আসনতে বহি আছিল তথাপি তাৰপৰা গাত্ৰোত্থান নকৰিলে। বুঢ়া গোঁহাইয়ে স্বৰ্গদেৱক সেৱা কৰিলে। ১৭৩৫ শকত বুঢ়া গোঁহাইয়ে আপোন হাতে কিনখাপৰ আঙ্গা চোলা এটা কৰি স্বৰ্গদেৱক দুৰ্গোৎসব পূজাত পিন্ধিবলৈ দিয়াত স্বৰ্গদেৱে তেওঁৰ প্ৰিয় ফুকনকে দিলে। পূজাত গধূলি সময় স্বৰ্গদেৱ দেবী ঘৰলৈ আহিবৰ অপেক্ষা কৰি বুঢ়া গোঁহাই প্ৰভৃতি সকলো লোক থকাত ফুকন সেই কাপোৰ পিন্ধি তালৈ যাওঁতে সকলোৰে স্বৰ্গদেৱ বুলি ভ্ৰম হ'ব ধৰিছিল। ইয়াতে দুই এক আশাৰ এনে কথা ফুকন আৰু ডাঙ্গৰীয়াৰ মাঝত হ'ল যাতে দুয়ো পেটে পেটে বিতুষ্ট হ'ল। তেতিয়াৰে পৰা দুয়োৰো অমিল ভাব প্ৰকাশ পালে।

চাৰিঙ্গিয়া ফুকনে নিশ্চয়কৈ জানিলে বুঢ়া গোঁহাই থকাত তেওঁৰ মঙ্গল নহয়। এবং বুঢ়া গোঁহাইও নিশ্চয়কৈ জানিলে যে ফুকনৰ পৰা তেওঁৰ কুশল আৰু শান্তি অসম্ভব। দুয়ো তলে তলে আপোনাৰ মতলৈ মানুহ আনিব ধৰিলে। চাৰিঙ্গিয়া ফুকনে কেতবিলাক তেওঁৰ স্বভাবৰ দৰে উচ্ছৃঙ্খল বুদ্ধিৰ মানুহে সইতে তলে তলে বুঢ়া গোঁহাইক মাৰিবলৈ মন্ত্ৰণা কৰিলে আৰু বুঢ়া গোঁহাই বুলি কলৰ গছকে কাটিলে। আন কি এওঁ বুঢ়া গোঁহাইক মাৰি দেশখন তেওঁৰ হাতৰপৰা ৰজাক দিবলৈ কিছুমান সিপাহীও সংগ্ৰহ কৰিবলৈ উদ্যোগ কৰিলে। এনে হল যে আকৌ দেশত ৰণ হয়। বুঢ়া গোঁহাই ডাঙ্গৰীয়াই ই সকল কথা বুঝ পাই স্বৰ্গদেৱ আৰু ৰাজমাৱ দেৱতালৈ কই পঠালে। কিন্তু একো প্ৰতিকাৰৰ আশা নাপালে। ৰাজ মাতৃ দেৱতাই স্বৰ্গদেৱক ভালকৈ বুঝাই কলে হয় কিন্তু স্বৰ্গদেৱৰ কপট নুগুছিল। পাছে বুঢ়া গোঁহাইয়ে আন আন ডাঙ্গৰীয়া ও ফুকন বড়ুৱা সকললৈ ইয়াকে কই পঠালে, বোলে গোজেই গছ হই এতিয়া দেশ উপান্ত কৰে। চাৰিঙ্গিয়া ফুকন যেনেকৈ বুঢ়া গোঁহাইক সেইদৰে আন আন লোককো অপমান আৰু অবজ্ঞা কৰি স্বৰ্গদেৱৰ অনুগ্ৰহক কুব্যবহাৰ কৰিছিল। সকলোৱে বুঢ়া গোঁহাইৰ মততে মত দিলে। পাছে ১৭৩৬ শকৰ আষাঢ় মাহত এদিন তিনিও-জনা ডাঙ্গৰীয়া বড় বড়ুৱা ফুকন প্ৰতি সকলো বড় চ'ৰালৈ গ'ল।

সতৰাম আৰু তেওঁৰ সঙ্গীসকলক দমন কৰাই তেওঁবিলাকৰ প্ৰধান সংকল্প। তিনিওজনা ডাঙ্গৰীয়া একেলগ হলে ৰজাকো ভাঙ্গিব বা পাতিব পাৰে। ইফালে ইমান ডাঙ্গৰ মেল হয় অথচ ৰজাই একো বুঝ নাপায় আৰু ৰজাক চ'ৰালৈ আহিবলৈ জনোৱা নহল। যেতিয়া ডাঙ্গৰীয়াসকল চ'ৰালৈ গ'ল, তেতিয়াহে ৰজা ঘৰত হুলস্থুল লাগিল যে আজি বা কি হয়। চাৰিঙ্গিয়া ফুকনে বিষম ভাবি ৰজাৰ চাঙ্গলৈ গ'ল। সকলোৱে আহি সভাত বহি স্বৰ্গদেৱলৈ জনাই পঠালে বোলে, চাৰিঙ্গিয়া ফুকনক দ্ৰোহী বুলি লোকে অপবাদ দিছে তাৰে বিবেচনাৰ নিমিত্তে ফুকনক চ'ৰালৈ আহিবলৈ আজ্ঞা কৰোঁক। স্বৰ্গদেৱে তাত অমান্তি হোৱাত পাছে সভাৰপৰা এনে অনুমতি হ'ল যে স্বৰ্গদেৱে যদি অনুমতি নিদিয়েও তথাপি তেওঁক ধৰিয়েই আনিব। বুঢ়া গোঁহাইৰ পুত্ৰ জগন্নাথ ঢেকিয়াল ফুকন, মৰাঙ্গয় খোৱা গোঁহাই আৰু চন্দ্ৰ গোঁহাইয়ে ই অনুমতি লই চাঙ্গলৈ গ'ল। যাবৰ সময়ত বুঢ়া গোঁহাইয়ে ইয়াকে সতৰ্ক কৰি কলে তুঙ্গখুঙ্গিয়া ফৈদৰ ৰজাৰ যেন অপমান নহয়। ৰাজ মাতৃ দেৱতাই ৰাজ্যৰ ভাব দেখি স্বৰ্গদেৱক বুঝাই কলে। স্বৰ্গদেৱে প্ৰথমে চাৰিঙ্গিয়া ফুকনক দিবলৈ অসন্মত হইছিল। ঢেকিয়াল ফুকনে স্বৰ্গদেৱক এই বুলি বুঝাই কলে বোলে ফুকনক এড়ি নিদিলে অগত্যা বলেৰে ধৰি নিব। ইয়াতে তেওঁক এড়ি দিলে হয় কিন্তু তেওঁৰ জীৱনৰ প্ৰতি বিষম নঘটাবলৈ স্বৰ্ণদেৱে ঘোৰ শপথ দিলে।

চাৰিঙ্গিয়া ফুকনক এড়ি দিয়াৰ পৰা ৰাজ মাতৃ দেৱতা আৰু আন আন হিতকাৰীৰ মনত দৃঢ় বিশ্বাস হ'ল যে ৰজাৰ প্ৰতি একো অত্যাচাৰ নঘটে। সভালৈ চাৰিঙ্গিয়া ফুকন আৰু তেওঁৰ সঙ্গী দ্ৰোহীসকলক নিয়া হলত বিচাৰ আৰম্ভ হ'ল। অন্যান্য ফুকন বড়ুৱা সকলোৱে আসনত বহিছিল কিন্তু চাৰিঙ্গীয়া ফুকনৰ নিমিত্তে আসন নোহোৱাত তেওঁ আপত্তি কৰিলে কিন্তু সভাৰ পৰা এইৰূপে বুঝাই কোৱা হ'ল যে এতিয়া তেওঁ পদকীয়া সুতৰাং আসনৰ অৰ্হ নহয়। তেওঁ আৰু তেওঁৰ সঙ্গীৰ বিৰুদ্ধে প্ৰমাণ লোৱা হল। যিসকলে প্ৰথমতে সতৰাম ফুকনৰ সঙ্গী আছিল তাৰে অনেকে তেওঁৰ বিপক্ষে

প্ৰমাণ দিলে। জগধৰ চাৰিঙ্গিয়া বড়ুৱা প্ৰভৃতি দ্ৰোহীবিলাকৰ কাৰো প্ৰাণদণ্ড কাৰো অন্যৰূপে দণ্ড কৰা হ'ল। সতৰামক নগা পৰ্ব্বতৰ ফালে পঠালে এবং তাতে তেওঁক কৌশলেৰে নষ্ট কৰিলে। এই দ্ৰোহ "ভূতৰ পুতেকৰ খবৰ" বুলি প্ৰসিদ্ধ। ইয়াতে বিস্তৰ লোকৰ প্ৰাণ নষ্ট নহলেও ইয়াৰ দ্বাৰা উজনি খণ্ডত কম উৎপাত নহ'ল। কিয়নো ৰজা ঘৰৰ মানুহবিলাক দুফলীয়া হোৱাত নগৰৰ বড় অনিষ্ট ঘটিছিল। কামৰূপত বদনচন্দ্ৰ বড় ফুকনে একাধিপত্য কৰি ৰাজ্য শাসন কৰিছিল। তেওঁ নীচেই সুশাসক নাছিল। কামৰূপী লোকৰ প্ৰতি বড় দ্বেষ ভাব আছিল। ফুকনৰ জন্মি আৰু পিয়লী নামে দুটি পুতেক আছিল। এই দুজনৰ অত্যাচাৰত কামৰূপী মানুহৰ ৰক্ষা নহ'ল। এনে কি তেওঁবিলাকে গুৱাহাটীত বালক দাস নামে হাতী এটাক ভাঙ্গ খুৱাই মতলীয়া কৰি নগৰত এড়ি দিছিল আৰু সেই হাতীয়ে যি অনিষ্ট কৰিছিল তাৰে আনন্দ কৰিছিল। বুঢ়া গোঁহাইৰ ওচৰলৈ ই সকল বাৰ্ত্তা সদাই গই আছিল। হঠাৎ একো কৰিব নোৱাৰিলে কিয়নো ভূতৰ পুতেকৰ উপদ্ৰবত বুঢ়া গোঁহাই নিজেই ব্যগ্ৰ আৰু ব্যাকুল আছিল।

ভূতৰ পুতেকৰ দোষ বিচাৰ কৰোঁতে এনেটো ওলাল বোলে বড় ফুকন তলে তলে দ্ৰোহীৰ ফাল হইছিল। তেওঁকো কৰ্ম্মচ্যুত কৰিবলৈ বা দণ্ড কৰিবলৈ বুঢ়া গোঁহাইৰ মনস্থ হ'ল। যেতিয়া বালক দাস হাতীৰ উপদ্ৰবৰ কথা বুঢ়া গোঁহাইয়ে শুনিলে তেতিয়া অৰ্থাৎ ১৭৩৭ শকৰ ভাদ্ৰত তেওঁ তাকে ছল পাই বড় ফুকনক ধৰি আনিবলৈ মহেশ্বৰ পৰ্ব্বতীয়া ফুকনক পঠালে। বদনচন্দ্ৰক ভাঙ্গি ঘনশ্যামক বড় ফুকন হবৰ স্থিৰ কৰি তেওঁকো এই লগতে গুৱাহাটীলৈ পঠোৱা হ'ল। আৰু এনে কঠিন আজ্ঞা দিলে যে তেনে ৰূপে তেওঁক ধৰি নগৰলৈ আনিব। বড় ফুকনৰ জীয়েক পিজো আইদেউক বুঢ়া গোঁহাই ডাঙৰীয়াৰ পুতেক ওৰেষানাথ ঢেকিয়াল ফুকনে বিয়া কৰাইছিল। তেওঁৰ বিবাহৰ যৌতুকত বিস্তৰ মহামূল্যবান বস্তু দিছিল। ইও এক বুঢ়া গোঁহাইৰ অসন্তোষৰ মূল আছিল, কিয়নো যৌতুকত এনেবিলাক বস্তু

দিছিল যিবিলাক ৰজাৰ জীয়েকৰ বিবাহৰহে যোগ্য। যদিচ বড় ফুকনক ধৰিবলৈ আত সংগোপনে মানুহ পঠাইছিল তথাপি ই কথা সংগোপনে নাথাকিল। বড় ফুকনৰ জীয়েকে বুঝ পাই বড় ফুকনলৈ এই বুলি এখান চিঠি অতি গোপনে পঠাই দিলে। তাৰ ভাব এই "দেৱতা সকলো মানুহ তোমাৰ বিপক্ষ, ঈশ্বৰ তোমাৰ সপক্ষ হওক। সাবধান হ'বা নতুবা সৰ্ব্বনাশ।" এই পত্ৰ ফুকনক ধৰি আনিবলৈ যোৱা লোকৰে কোনো এজনৰ হাতত গুপ্তভাবে পঠালে। ই কাৰ্য্যৰ দ্বাৰাই দেশৰ অমঙ্গল আৰু মঙ্গল বিশেষ কাৰ্য্যবিলাক হ'ল। পৃথিবীৰ নানা দেশত যিসকল মহৎ কাৰ্য্য ঘটিছে তাৰে অনেক স্ত্ৰী জাতিয়ে কৰা কোনো কাৰ্য্যৰ পৰাই ঘটিছে।* যিবিলাক লোকে বড় ফুকনক ধৰিবলৈ যায় সিসকলে আশ্বিনৰ ৯দিন যোৱাত সন্ধ্যা সময়ত গুৱাহাটীৰ ওচৰ পাই এনে পৰামৰ্শ কৰিলে বোলে কালি পুৱা গই স্বৰ্গদেৱৰ আজ্ঞা শুনাই বড় ফুকনক দোপদৰতে ধৰা যাব আৰু ঘনশ্যামক পতা যাব। সন্ধ্যাৰ পাছতে বড় ফুকনে সেই পত্ৰ আৰু পত্ৰবাহকৰ মুখে সকলো কথা বুঝি আপোনাৰ দুই পুত্ৰ জন্মি ও পিয়লীক লগত লই পাছ ফালৰ

---

* এনে এক কথাও প্ৰচাৰ আছে বোলে চন্দ্ৰকান্ত স্বৰ্গদেৱৰ বাইয়েক মাজিউ আইদেৱক বুঢ়া গোঁহাই ডাঙ্গৰীয়াৰ পুতেক একজনাই বিবাহ কৰাইছিল। তেওঁৰে সইতে বিবাদ লাগি বিচ্ছেদ হলত মাজু আইদেৱে ঢেকিয়াল ফুকনক পতিগ্ৰহণ কৰিলে। আহোমবিলাকে ককায়েকৰ ঘৈণীয়েকক পত্নী গ্ৰহণ কৰা নিয়ম অবলম্বন কৰে। বড় ফুকনৰ জীয়েকক বিবাহ কৰালত সতিনীৰ হিংসাৰ নিমিত্তে তেওঁক অপদস্থ কৰিবলৈকে হওক বা অন্য কাৰণৰ নিমিত্তেই হওক মাজু আইদেৱে বড় ফুকনলৈ তেওঁক ধৰি অনাৰ বাৰ্ত্তা চিঠিৰে লিখি পঠালে। কোনে পত্ৰ লিখে তাৰ নিশ্চয় নাই সেই চিঠিৰ ওপৰত ঢেকিয়াল ফুকনৰ ছাব মোহৰ ছলেৰে মাৰি দিলে। সেই নিমিত্তে সি চিঠিৰ প্ৰতি বড় ফুকনৰ বিশ্বাস হ'ল। এনেৰূপেও কোনো কোনো লোকে কয় যে বড় ফুকনক ধৰি অনাৰ প্ৰতিহে বুঢ়া গোঁহাইৰ বিশেষ মন আছিল। কিয়নো দুয়ো ঘৰৰ কুটুম্বিতা আছিল। সিসকলে আৰু কয় বোলে পিজৌ আইদেৱক বড় সমাৰোহ কৰি বিয়া দিয়াৰ কাৰণে চন্দ্ৰকান্ত স্বৰ্গদেৱে অপমানিত বোধ কৰিলে। আৰু সেই কাৰণেই বড় ফুকনক ৰজাই দণ্ড দিবৰ নিমিত্তে ধৰাই আনিবলৈ আজ্ঞা কৰিছিল।

বাটেৰে নদী ওলাই সৰু নাৱেৰেই ভটীয়াই গ'ল। যি পাছ বাটেৰে বড় ফুকন পলাল, সেই বাটক "ধোদৰ দুৱাৰ" বোলে। ৰাতিপুৱা বড় ফুকন পলোৱা বাৰ্ত্তা সৰ্ব্বত্ৰতে প্ৰকাশ হ'ল। ঘনশ্যাম বড় ফুকন হই বদনচন্দ্ৰক বিচাৰিবলৈ লোক পঠালে। মহেশ্বৰ পৰ্ব্বতীয়া ফুকনে বঙ্গাল হাটৰ পৰশুৰাম দুৱৰীয়াৰ সাহায্য লই বঙ্গাল দেশলৈকে গ'ল। চিলমাৰীত বড় ফুকনক পোৱা গ'ল আৰু তেওঁক মন্ত্ৰণা কৰি ধৰি আনিব লগা হইছিল কিন্তু তেওঁৰ পুতেক জন্মি আৰু পিয়লীয়ে গই চিলমাৰীৰ থানাত সম্বাদ দিয়াত থানাৰ দাৰোগাই বদনচন্দ্ৰক ৰাখিলে। বড় ফুকন কাৰ্ত্তিক মাসত কলিকতালৈ গ'ল। দেশখন বুঢ়া গোঁহাইয়ে ভাঙ্গিছে বুলি ৰজাৰ পক্ষে গবৰ্ণৰ জেনেৰেল সাহাবত সৈন্যৰ নিমিত্তে প্ৰাৰ্থনা কৰাত ব্ৰিটিশ গৱৰ্ণমেণ্টে আসাম দেশৰ আভ্যন্তৰিক কাৰ্য্যত কোনো প্ৰকাৰে হাত দিবলৈ অস্বীকাৰ কৰিলে।

বড় ফুকন পলাই যোৱাৰ বাৰ্ত্তা বুঢ়া গোঁহাই ডাঙ্গৰীয়াই পাই অলপ শান্তি পালে কিন্তু আকৌ বা তেওঁ কি কৰে ইয়াকে সময়ে সময়ে চিন্তা কৰিবলৈ ধৰিলে। ঘনশ্যাম বড় ফুকনলৈ দৃঢ়ৰূপে এই আজ্ঞা কৰিলে যে কামৰূপত সুশাসন কৰে। তেওঁ নিজে দেশৰ শাসনৰ আৰু সৈন্য শিক্ষাৰ প্ৰতি বিশেষ মনোযোগ কৰিবলৈ ধৰিলে। দাঁতী পৰীয়া ৰজা আৰু লোকসকলে সইতে বড়কৈ মিলিবলৈ ধৰিলে। আৰু পৰ্ব্বতীয়া লোকসকলে সইতে বেপাৰ চলিবলৈ সুবিধা কৰি দিলে। নগৰত যিসকল লোক আছিল সিসকলৰ উন্নতিৰ প্ৰতিও বড় যত্ন কৰিছিল।

সি সময়ত কলিকতালৈ ব্ৰহ্মা ( মান ) দেশৰ এজন উকীল আহিছিল। বদনচন্দ্ৰে সইতে সেই উকীলৰ সাক্ষাৎ হলত দেশৰ সকলো অবস্থা কলে। উকীলে তেওঁক সাহায্য দিয়াম বুলি লগতে ব্ৰহ্মালৈ লই গ'ল। বদনচন্দ্ৰ বড়ফুকন ঢাকা চট্টগ্ৰাম আৰাকানেৰে গই আৱা নগৰ পাই আসাম দেশৰ অবস্থা ৰজাত জনালে। ব্ৰহ্মা ৰজাই ভাই ৰজাৰ আৰু দেশৰ অবস্থা শুনি বুঢ়া গোঁহাইৰ হাতৰ পৰা দেশ উদ্ধাৰিবলৈ সৈন্য পঠাবলৈ আজ্ঞা কৰিলে। বড় ফুকনে মুঠে ৬০০০ হাজাৰ ব্ৰহ্মা দেশৰ সৈন্য লই অসম দেশলৈ আহিল। বাটত আঁহোতে প্ৰায় ৮০০০ মান

অন্য দেশী লোক লগ লাগিল। এইখিনি সেনাৰে বড় ফুকন আহি ১৭৩৮ ( ১৮১৬ খ্রীঃ ) শঁকৰ ফাল্গুনত অসম দেশৰ সীমা পালেহি। বুঢ়া গোঁহাইয়ে বড় ফুকনৰ আগমন বাৰ্ত্তা পাই যুদ্ধৰ নিমিত্তে সৈন্য পঠালে হয়, কিন্তু কোন মতে যুদ্ধত ব্ৰহ্মাৰ সৈন্য পৰাস্ত নহল। বৰঞ্চ জয়ী হই দেশ সোমালহি। এই সৈন্য উজনি ফালৰ পৰা আহিছিল। পাছে উত্তৰ আৰু দক্ষিণৰ পৰাও ব্ৰহ্মাৰ বা আন আন শত্ৰু আহে ইয়াতে বুঢ়া গোঁহাই বড় ব্যগ্ৰ হ'ল। ক্ৰমে শত্ৰু নগৰলৈ আহিল। আমাৰ সৈন্য পৰাস্ত হোৱাত বুঢ়া গোঁহাই ডাঙ্গৰীয়া বড় উদ্বিগ্ন হ'ল। এনে প্ৰবাদ আছে বোলে মানৰ সৈন্য নগৰৰ সমীপ পাওঁ পাওঁ হওঁতেই বুঢ়া গোঁহাই ডাঙ্গৰীয়া হীৰা খাই মৃত্যু হ'ল। বুঢ়া গোঁহাই ডাঙ্গৰীয়া বড় উদ্বিগ্ন হই ভয় খালে যে পাছে শত্ৰুৱে তেওঁক কষ্ট দিয়ে বা প্ৰাণ মাৰে। এই কাৰণে অকস্মাৎ তেওঁ সন্নিপাত ৰোগেৰে আক্ৰান্ত হই মৃত্যু হ'ল। এওঁ বড় উদ্যোগী বিদ্যানুৰাগী আৰু স্বাৰ্থপৰ আছিল। লোকপ্ৰিয় আৰু সাধাৰণৰ হিতকৰ কাৰ্য্য কৰে এইটি তেওঁৰ সদাই ইচ্ছা আছিল কিন্তু ক্ষমতা প্ৰিয় আৰু স্বাৰ্থপৰ হোৱাৰ নিমিত্তে তেওঁৰ সৎকাৰ্য্যবিলাকৰ পৰাও কেতিয়াবা বড় বেয়া ফল হয়। তেওঁৰ মতক প্ৰতিবাদ কৰা তেওঁৰ পক্ষে বড় অসন্তোষ-জনক কথা আছিল। সুযশস্যা পাবলৈ তেওঁৰ বড় ইচ্ছা থাকিলেও কেতিয়াবা তেওঁ তাৰ উপায় কৰাত কৃতকাৰ্য্য হ'ব নোৱাৰিছিলে।

তেওঁৰ জ্যেষ্ঠ পুত্ৰ ৰুচিনাথক স্বৰ্গদেৱে বুঢ়া গোঁহাই আৰু ৰাজমন্ত্ৰী পাতিলে। মান আহিবৰ শুনি দেশত মহা হুলস্থূল হ'ল। ক্ৰমে যেতিয়া ৰণত আমালোকৰ মানুহ ভাগিব ধৰিলে, তেতিয়া মানুহ পলাবলৈ ধৰিলে। বুঢ়া গোঁহাই ডাঙ্গৰীয়া বিশেষকৈ লোকৰ আশ্ৰয়ৰ স্থান আছিল। ৰজাৰ প্ৰতি তদৃশ বিশ্বাস নাছিল। যেতিয়া বুঢ়া গোঁহাই ডাঙ্গৰীয়াও মৃত্যু হ'ল তেতিয়াহে লোক হতাশ হ'ল। মানৰ সেনা নগৰৰ সমীপলৈ যেতিয়া একেবাৰে আহিল তেতিয়া ৰুচিনাথ বুঢ়া গোঁহাই ডাঙ্গৰীয়াই স্বৰ্গদেৱক জনোৱাত স্বৰ্গদেৱ ভটীয়াই যাবলৈ অসম্মত হ'ল। ইয়াতে "স্বৰ্গদেৱৰ মনস্থ মতে বড় ফুকনে আমাৰ ঘৰলৈহে মান আনিছে গই" হেন বুঝি ৰুচিনাথ ডাঙ্গৰীয়াই সপৰিবাৰে ভটীয়াই গুৱাহাটীলৈ গ'ল।

বদনচন্দ্ৰ বড় ফুকনে মানৰ সেনা লই নগৰ সোমাই স্বৰ্গদেৱে সইতে সাক্ষাৎ কৰিলে।

বুঢ়া গোঁহাইক দমন কৰাই তেওঁৰ প্ৰধান ইচ্ছা। ঘাইজনা বুঢ়া গোঁহাই মৃত্যু হোৱাত আৰু ন-জনা সপৰিবাৰে গুৱাহাটীলৈ যোৱাত বড় ফুকনে তেওঁবিলাকৰ ঘৰ লুৰি যি যি পালে সি সকলোকে মানৰ সেনাপতিক দিলে। স্বৰ্গদেৱে বড় ফুকনক মন্ত্ৰী ফুকন বিষয় দিলে। আৰু বুঢ়া গোঁহাই থকা বাহৰতে তেওঁ থাকিল। যিসকল লোক বুঢ়া গোঁহাইৰ ফলীয়া আছিল তাৰে অনেকক দণ্ড বন্ধ কৰিলে আৰু মহেশ্বৰ ফুকনৰ চক্ষু দুয়োটা বড় ফুকনে কঢ়ালে। বড় ফুকনৰ এইৰূপে একাধিপত্য হ'ল। তেওঁ লগত অনা ব্ৰহ্মা দেশৰ সৈন্যবিলাকক কেনেকৈ বিদায় কৰে, ই তেওঁৰ বড় চিন্তা হ'ল। কোনো এক সময়ত এওঁ অসম দেশলৈ মান অনা উপলক্ষ্যত এনে ৰূপে কইছিল বোলে ময় দেশলৈ জুইৰ চৰু এটা মূৰত লই আহিছোঁ। যদিচ মন্ত্ৰী ফুকনে ৰজাৰ প্ৰতি একো অত্যাচাৰ নকৰিলে তথাপি ৰজা ঘৰত এওঁ প্ৰিয় হ'ব নোৱাৰিলে। এইজনা স্বৰ্গদেৱ আৰু কমলেশ্বৰসিংহ স্বৰ্গদেৱক বুঢ়া গোঁহায়েই সিংহাসনত বহুৱাইছিল। তাতে থাকি ৰাজ মাতৃ দেৱতা বুঢ়া গোঁহাইৰ ওচৰত বড় কৃতজ্ঞ আছিল। ৰাজ মাতৃদেৱতাৰ বুঢ়া গোঁহাইৰ ফাললৈহে বড় অনুগ্ৰহ আছিল। এই নিমিত্তে মন্ত্ৰী ফুকনক বড় শ্ৰদ্ধা নকৰিছিল। বিশেষ বিদেশৰ সৈন্য অনাৰ নিমিত্তে বড় ফুকনলৈ সকলোৰে সভয় আছিল। মানৰ সৈন্য ঘূৰি দেশলৈ পঠোৱাৰ নিমিত্তে সকলোৰে অতিশয় ইচ্ছা হ'ল। ১৭৩৯ শঁকৰ বৈশাখৰ শেষত তুঙ্গখুঙ্গীয়া ফৈদৰ বগা কোঁৱৰৰ জীয়েকক স্বৰ্গদেৱে আপোনাৰ কন্যা বুলি সালঙ্কৃতা কই ব্ৰহ্মা ৰজালৈ দিলে। আৰু সেনাপতিসকলকো যথাযোগ্য বটা দি বিদায় দিয়াত ইয়াৰে পৰা মান ৰজাই সইতে মিত্ৰতাৰ সূত্ৰপাত হ'ল। এইবাৰ মান অহাকে প্ৰথম মানৰ আক্ৰমণ বোলে। এইবাৰ মানবিলাকে বড় দৌৰাত্ম্য কৰিবলৈ নাপালে। কিয়নো উজনিৰ পৰা আন ফালে মান নগল। বড় ফুকনে মানবিলাকক এক প্ৰকাৰ অধীনে ৰাখিছিল। যাবৰ সময়তো মানৰ সেনাপতিসকলেও আমাৰ ৰজাই সইতে মিত্ৰতা কৰিহে গ'ল।

মানক বিদায় দিয়াৰ পাছত ৰজা ঘৰত বড় ফুকনৰ বিপক্ষে মন্ত্ৰণা কৰা হ'ল। তলে তলে ৰাজমাতৃ দেৱতাই ৰুচিনাথ বুঢ়া গোঁহাইলৈ যোৰহাটলৈ ঘূৰি যাবলৈ সম্বাদ পঠোৱাত বুঢ়া গোঁহাই নগল। ৰাজমাতৃ দেৱতাই ই কথা শুনি বড় ফুকনক মাৰিবলৈ ইচ্ছা কৰিলে। এনে প্ৰবাদ আছে বোলে বড় ফুকনে ইমান কষ্টতো কেনেকৈ জীয়াই থাকিল, ই বিষয় তেওঁক ৰাজমাতৃ দেৱতাই প্ৰশ্ন কৰাত তেওঁ কলে যে তেওঁৰ হাতত কেইটামান বিৰী আছে। সেইবোৰ থাকে মানে কোন অস্ত্ৰ দ্বাৰাইও তেওঁৰ প্ৰাণ মাৰিব নোৱাৰে। এই কথা যদি সত্য হয় তেনেহলে তেওঁ কেবল আত্ম ৰক্ষাৰ নিমিত্তেহে ই কথা প্ৰকাশ কৰিছিল। মানৰ সৈন্য যোৱাৰ পাছতহে বড় ফুকনে জানিলে যে অন্যায় আক্ৰমণকাৰীৰ আসন কণ্টক মাত্ৰ। তেওঁ দেখিলে তেওঁৰ পক্ষৰ যিসকল লোক আছিল সি সকলো ক্ৰমে বিপক্ষ হ'ল। বিশেষ ৰজা আৰু ঘৰৰ পৰাও তেনে আন্তৰিক স্নেহ আৰু আদৰ নাপায়। অধিকন্তু ই দেশলৈ যে মান আনিলে এই দুৰ্যশটো তেওঁৰ গাত চন্দ্ৰ দিবাকৰ থাকে মানে থাকিব আৰু সিহঁতে অলপ ক্লেশেৰে আহি এই দেশ ল'ব পাৰিব। এইবিলাক চিন্তাতে তেওঁৰ শান্তি নোহোৱা হ'ল।

ৰাজমাতৃ দেৱতাই ধনী বড় বড়ুয়া প্ৰভৃতি লোকে সইতে পৰামৰ্শ কৰি বড় ফুকনক মৰোৱাটো ঠাৱৰ কৰি ৰজাৰ আগত জনালে। স্বৰ্গদেৱৰ মত অমত একো পোৱা নহ'ল। প্ৰায় "মৌনে সন্মতি লক্ষণং" মাত্ৰ জনালে। ৰূপসিংহ নামে ভোজপুৰীয়া এজন সুবেদাৰ ৰাজ সৈন্য দলত আছিল। তেওঁৰ দ্বাৰাই এই কাৰ্য্য কৰাব পাৰিব, এনে জানি সুবেদাৰক মন্ত্ৰণাকাৰীসকলে আদ্যোপান্ত কলে। সুবেদাৰ সহসা এনে গুৰুতৰ কাৰ্য্যত প্ৰবৃত্ত হ'বলৈ অনিচ্ছা কৰিলে। কিন্তু মন্ত্ৰণাকাৰীসকলে সুবেদাৰক ৰজাৰ চাঙলৈ লই গই স্বৰ্গদেৱৰ আজ্ঞা বুলি ৰাতি কোৱালে। তাৰ পাছ দিনা পুৱা ৰূপসিংহে অস্ত্ৰ লই বড় ফুকনে শৌচৰপৰা আহি মাটি পানী লবৰ সময়ত ভিতৰলৈ গ'ল। বড় ফুকনে ৰূপসিংহক তেনেভাবে যোৱা দেখি বড় আশ্চৰ্য্য হই আহিবৰ কাৰণ সুধিলে। সুবেদাৰ বড় ফুকনৰ ওচৰলৈ গই "সেলাম দিবলৈ আহিছো" বুলি কই আৰু ওচৰ চাপিল। বড় ফুকনৰ গাত তেতিয়া কাপোৰ নাছিল এবং তেওঁৰ মন্ত্ৰৰ বিৰীও নাছিল।

তৰোৱাল আৰু বিৰী ওচৰতে এখান শৰাইত আছিল। বড় ফুকনে সুবেদাৰৰ সাহসৰ কাৰ্য্যত শঙ্কা কৰি তৰোৱাল আৰু বিৰী লবলৈ হাত নিওঁতেই সুবেদাৰে তৰোৱালেৰে ওপৰাওপৰিকৈ দুই কোব মাৰিলে। তাতে বড় ফুকনৰ প্ৰাণ গ'ল। সুবেদাৰ ৰজাৰ গাৰদলৈ গ'ল। ইমান ডাঙ্গৰ লোক এজনৰ প্ৰাণ নষ্ট কৰা সেই সুবেদাৰক কোনেও ধৰিবলৈ বা কথা সুধিবলৈ কাৰো সাহস নজন্মিল। জন্মি আৰু পিয়লী দুই পুতেকে পিতৃ বৈৰীক বধিবলৈ বড় আস্ফালন কৰিছিল কিন্তু তাৰ অলপ পিছতে অন্য লোক গই বড় ফুকনৰ যথাসৰ্ব্বস্ব লুটি ৰজাৰ ভঁৰাললৈ নিলে। আৰু তেওঁবিলাকক আবদ্ধ কৰিলে।

এইৰূপে বদনচন্দ্ৰ বড় ফুকনৰ মৃত্যু হয়। এওঁক লোকে মান-অনা-বড় ফুকন বোলে। এওঁৰ স্বভাব প্ৰথমে বড় মৃদু আছিল। নিজৰ জাতি, দেশ আৰু বংশলৈ এওঁৰ অতি স্নেহ আছিল। তেওঁ মান আনিবৰ এইটোহে কাৰণ কইছিল যে বুঢ়া গোঁহাইয়ে নিজৰ ঘৰতে সকলো বিষয় ল'লে আৰু অন্য আহোমলৈ একো নথলে। ৰজাক পুতলাৰ দৰে নচুৱালে আৰু দেশত একাধিপত্য কৰিলে। সেই কাৰণেহে তেওঁ বুঢ়া গোঁহাইক সমকক্ষৰূপে প্ৰতিবাদ কৰিবলৈ মান আনিলে। এওঁৰো স্বভাব স্বাৰ্থপৰ আৰু ক্ষমতাপ্ৰিয় আছিল। একে চোঙ্গত দুটা বাঘ থাকিব নোৱাৰে। একে দেশত দুজনা ৰজা থাকিব নোৱাৰে। একে স্বভাবাক্ৰান্ত বড় ফুকন আৰু বুঢ়া গোঁহাই দুয়ো একে সমানে কেনেকৈ থাকিব? সেই দেখিহে দেশত এনে অমঙ্গল ঘটিল। এক প্ৰকাৰে চালে এওঁ যে মান আনিলে ই কেবল বাধ্য হইহে কৰিলে। এওঁৰ প্ৰতি জিঘাংসাবৃত্তি অতি প্ৰবল আছিল। কাৰণ মান আনি পেলাই অকাৰণ কথাত অনেক লোকক বিপক্ষ বুলি দণ্ড কৰিলে। এনে নাভাবিলে বুঢ়া গোঁহাইৰ কি ৰজাৰ কৰ্ম্মচাৰীসকলে যি কাৰ্য্য কৰিছিল, সি কাৰ্য্য তেওঁৰ বিপক্ষ হ'লেও ৰাজাজ্ঞানুমত হোৱাত দূষ্য নহ'ল।

## দ্বাদশ অধ্যায়

ৰুচিনাথ ডাঙ্গৰীয়াই উজনিব বাৰ্ত্তা পাই ভাবিলে যেতিয়ালৈকে বড় ফুকনৰ আধিপত্য আৰু চন্দ্ৰকান্ত সিংহ স্বৰ্গদেৱ থাকে তেতিয়ালৈকে তেওঁবিলাকৰ মঙ্গলৰ সম্ভাবনা নাই। এই হেতুকে ৰাজ্যত ৰজা পৰিবৰ্ত্তন কৰিবলৈ স্থিৰ কৰিলে। তেওঁ এইটোকে বড়কৈ বিশ্বাস কৰিলে যে বড় ফুকনৰ মৃত্যু হলেও পূৰ্ব্বৰ কথা স্মৰণ কৰি ৰজাৰে সইতে স্নেহ নাথাকিব। ভগ্নস্নেহত যি মিত্ৰতা সি কল্যাণদায়িকা নহয়। এজনা ৰজাক পদচ্যুত কৰি আৰু এজনা ৰজা পতা বড় কঠিন নহয়। এই ভাবি তেওঁ দিহিঙ্গীয়া ফুকন প্ৰভৃতি ভাগি গই গুৱাহাটীত থকা আৰু নগৰৰো অনেক ভাল ভাল লোকে সইতে মন্ত্ৰণা কৰিলে। ৰাজেশ্বৰ সিংহ স্বৰ্গদেৱৰ পুত্ৰ ৰত্নেশ্বৰ গোঁহাই আৰু তেওঁৰ পুত্ৰ বিজয় বড় মুড়া গোঁহাই। তেওঁৰ পুত্ৰ ব্ৰজনাথ গোঁহাই নিজ পুত্ৰ পুৰন্দৰে সইতে চিলামাৰীত ভাগি গই আছিল। ডাঙ্গৰীয়াই তেওঁবিলাকক ৰজা পাতিবলৈ মনস্থ কৰি জগন্নাথ ঢেকিয়াল ফুকনক চিলমাৰীলৈ পঠালে। ইফালে হিন্দুস্থানী আৰু দেশী সিপাহী কিছুমান সংগ্ৰহ কৰিলে। ব্ৰজনাথ গোঁহাইদেৱে যেতিয়া উজাই আহিল তেতিয়া জানিবলৈ পাৰিলে যে তেওঁৰ অঙ্গক্ষত হোৱাত ৰজা হ'ব নোৱাৰে। এতেকে পুৰন্দৰ গোঁহাইকে ৰজা পাতিবলৈ পৰামৰ্শ কৰিলে। ডাঙ্গৰীয়াই সিপাহী আৰু গোঁহাইদেৱ দুজনাক লই উজাই গ'ল। এনে জনৰব তুলি দিলে যেন চন্দ্ৰকান্ত স্বৰ্গদেৱৰ আজ্ঞাতহে তেওঁ উজাই গইছে। চন্দ্ৰকান্ত স্বৰ্গদেৱে অবান্তৰ সকলো বুঝিব পাৰি মনত শঙ্কিত হ'ল। যোৰহাটৰ চিকন তামুলীৰ ঘৰৰ লুকু গুৱাহটীয়া ডেকা ফুকনক থই স্বৰ্গদেৱ ৰঙ্গপুৰলৈ গ'ল।

যোৰহাটৰ সমীপবৰ্ত্তী হোৱাত বুঢ়া গোঁহাইক লুকু ডেকা ফুকনে বাধা দিবলৈ ধৰিছিল। এটি অতি সামান্য সংগ্ৰামতে ফুকন কটা গ'ল। বুঢ়া গোঁহাই বিজয়ী হই ১৭৩৯ শকৰ ৪ ফাল্গুনত নগৰ প্ৰবেশ কৰিলে।

তাৰ পাছদিনা পুৰন্দৰ গোঁহাইদেৱক সকলোৱে সেবা কৰি যুৱৰাজ পাতিলে। ব্ৰজনাথ গোঁহাইদেৱৰ সিংহাসন পাবৰ বড় অভিলাষ হ'ল। অন্য কি তেওঁৰ নামে মোহৰো মৰোৱা হ'ল। কিন্তু অঙ্গক্ষত দেখি তেওঁ ৰজা হ'ব নোৱাৰিলে।

ডাঙ্গৰীয়াই প্ৰথমতে চন্দ্ৰকান্ত সিংহ স্বৰ্গদেৱলৈ জনালে বোলে "আগ-পাছ" ভাবি পুৰন্দৰ সিংহক "যুৱৰাজহে পতা হৈছে, স্বৰ্গদেৱ আহোক।" কিন্তু স্বৰ্গদেৱ নাহিল। এই নিমিত্তে পুৰন্দৰ সিংহক ১০ ফাল্গুনত সকলোৱে ৰজা বুলি সেবা কৰিলে। চন্দ্ৰকান্ত স্বৰ্গদেৱক ৰঙ্গপুৰতে যোগান দি থ'লে। এইজনা ৰজাৰ এইবাৰৰ ৰাজ্যভোগ ৭ বছৰ একমাস পাঁচ দিন।

পুৰন্দৰ সিংহ সিংহাসনত উঠি আগৰ ফুকন বড়ুৱাৰ অনেকক ভাঙ্গি নিজৰ ফলীয়া লোকসকলক পাতি ল'লে। চন্দ্ৰকান্ত স্বৰ্গদেৱক সিংহাসনৰ পৰা একেবাৰে বঞ্চিত কৰিবৰ নিমিত্তে বুঢ়া গোঁহাইৰ ভায়েক মৰঙ্গি খোৱা গোঁহাইয়ে কৰ্ণক্ষত কৰিলে। পুৰন্দৰ ৰজাই এইৰূপে সিংহাসনত উঠি থাকোঁতেই চন্দ্ৰকান্ত সিংহৰ আৰু বড় ফুকনৰ ফলীয়া কোন মানুহে গই ব্ৰহ্মাদেশত সংবাদ দিয়াত ব্ৰহ্মা ৰজাই আলুঙ্গ মিঙ্গী বা কিৱামিঙ্গী বড় গোঁহাইক ৩০,০০০ সৈন্যেৰে চন্দ্ৰকান্তক ৰাজ্য দিয়াবলৈ পঠালে। পূৰ্ব্বে যি বাটেদি মান আহিছিল ১৭৪০ শকৰ ফাল্গুনত সি বাটেই মান সোমাল। পুৰন্দৰ সিংহ স্বৰ্গদেৱে কিছুমান সৈন্য পঠালে। মাছ খোৱাত মানে সইতে এক যুদ্ধ হোৱাত তাতে আমাৰ সৈন্য সম্পূৰ্ণৰূপে পৰাস্ত হ'ল। চন্দ্ৰকান্ত স্বৰ্গদেৱে মানৰ সৈন্যৰ লগলৈ গ'ল। পুৰন্দৰ সিংহে বুঢ়া গোঁহাই ডাঙ্গৰীয়া আৰু আৰু আন আন পাৰিষদসকলক লগত লই গুৱাহাটীলৈ গ'ল। মানৰ বড় গোঁহাইয়ে চন্দ্ৰকান্ত সিংহক ৰজা পাতিলে। পুৰন্দৰক ধৰিবলৈ কিছুমান সৈন্য মানে ভটীয়াই পঠালে। পুৰন্দৰে মানে সইতে যুদ্ধ কৰিবলৈ নগৈ বড় ফুকনক পঠালে। খাগৰিজানতে নৰীয়া পড়ি বৰ ফুকনৰ মৃত্যু হ'ল। পাছে ৰজাই ভীষ্ম ডেকা ফুকনক সেনাপতি বৰণ কৰি ৰণলৈ পঠালে। কিন্তু ভীষ্ম ফুকন মানেৰে ৰণ কৰাত পৰাস্ত হ'ল। এই বাৰ্ত্তা পাই পুৰন্দৰ সিংহ স্বৰ্গদেৱ সপৰিবাৰে ভটীয়াই চিলমাৰীলৈ গ'ল। এওঁৰ ৰাজ্য ভোগৰ কাল এক বছৰ চৈধ্য দিন মাথোন।

চন্দ্রকান্ত সিংহক সিংহাসন দি মানৰ সেনাপতিয়ে ২০০০ মান সেনা ই দেশত ৰাখি ব্ৰহ্মা দেশলৈ ঘূৰি গ'ল। এইবাৰ মানৰ আক্ৰমণকে "মাঝৰ বাৰ মান অহা" বোলে। এইবাৰো আক্ৰমণ কৰাত দেশৰ বড় অনিষ্ট নহ'ল। কেবল ৰজা ভগা পতা হোৱা গতিকে দেশত হুলস্থূল হোৱাত কিছু লোক ভাগিল। চন্দ্রকান্ত সিংহ স্বৰ্গদেৱে পুৰন্দৰ ৰজাক ধৰিবলৈ যি মান পঠালে, সিহঁত গুৱাহাটীলৈ গ'ল। সেইবিলাকে কিঞ্চিৎ দেশত উপদ্ৰব কৰিলে। যদিচ চন্দ্রকান্ত সিংহেই ৰজা আছিল তথাপি মানৰ সেনাপতি থকাত প্ৰায় ৰাজকীয় কাৰ্য্যত মানে হাত দিছিল। আন কি ধনী বড় বড়ুৱা নিৰ্ভয়নাৰায়ণ বড় পাত্ৰ ডাঙ্গৰীয়া প্ৰভৃতিকো মানে দ্ৰোহী বুলি সামান্যৰূপে মাৰিলে। খেৰেমীয়াল কছাৰীৰ পতালক স্বৰ্গদেৱে বড় বড়ুৱা পাতিলে। স্বৰ্গদেৱে এনে ভাবিলে যে দেশত যিবিলাক মান থাাকল, সিসকলক ইয়াত বশ কৰি ৰাখিব পাৰিব। কিন্তু আগলৈ মান অহাৰ বাধা জন্মাবলৈ জয়পুৰতেই সেই বড় বড়ুৱাই এক কোঠ পাতিলে। পুৰন্দৰ সিংহ স্বৰ্গদেৱ কলিকাতালৈ গই ১৮১৯ সনৰ সেপ্টেম্বৰত গৱৰ্ণমেণ্টত এই বুলি আবেদন কৰিলে যে তেওঁক কোম্পানীয়ে সৈন্য দি ৰাজ্য দিয়াওক, তেওঁ তেনেহলে সৈন্যৰ ব্যয় দিব আৰু কৰতলীয়া ৰজা হ'ব। এই প্ৰাৰ্থনা পত্ৰ গবৰ্ণমেণ্টে পূৰ্ব্বৰ কাৰণে অগ্ৰাহ্য কৰিলে। আলুঙ্গমিঙ্গী বড় গোঁহাই ব্ৰহ্মালৈ যাবৰপৰা ব্ৰহ্মা ৰজাৰ এই দেশ লবলৈ অভিলাষ হ'ল। চন্দ্রকান্তক ৰজা পাতি মানৰ সৈন্য থই যোৱাৰ পাছত দেশৰ অৱস্থা কেনে ইয়াকে জানিবলৈ ব্ৰহ্মা ৰজাই মিঙ্গিমাহা তিলোৱা বপুক সেনাপতি কৰি অসম দেশলৈ পঠালে। এওঁৰ লগত সৰহ সৈন্য নাহিছিল। জয়পুৰতে পতাল বড় বড়ুৱাৰ কোঁঠৰ প্ৰাৰম্ভ দেখি মানে বুদ্ধি ছলেৰে তেওঁক সৰালে। চন্দ্রকান্ত স্বৰ্গদেৱে ইয়াতে অমিলৰূপে মান আহিছে ভাবি ১৭৪২ শকৰ চ'তত গুৱাহাটীলৈ ভটীয়াই গ'ল। কলিবৰ বুঢ়া গোঁহাই নগৰ ৰক্ষা কৰিবলৈ থাকিল। ইফালে মানে আহি নগৰৰ ওচৰ পাই স্বৰ্গদেৱলৈ কটকি পঠাই নিৰ্ভয় দি মাতি পঠালে। স্বৰ্গদেৱ নাহিল। এনেতে মানে সইতে নগৰ ৰক্ষা কৰা সৈন্যৰ ৰণ হোৱাত ৰাজকীয় সৈন্য পৰাস্ত হ'ল। ইফালে চন্দ্রকান্ত

স্বৰ্গদেৱ ভটীয়াই গ'ল। এইবাৰ চন্দ্ৰকান্ত স্বৰ্গদেৱৰ ৰাজ্য ভোগ দুবছৰ আঠ দিন মাত্ৰ।

চন্দ্ৰকান্ত সিংহ স্বৰ্গদেৱ যোৰহাটৰ পৰা পলাই যাবৰে পৰা মানৰ ৰাজত্ব বুলিব লাগে। মিঙ্গিমাহা তিলুৱাই স্বৰ্গদেৱত নিৰাশ হই বগা কোঁৱৰৰ পুতেক যোগেশ্বৰ কোঁৱৰক লোক দৰ্শক ৰজা পাতি নিজে ৰাজত্ব কৰিবলৈ ধৰিলে। স্বৰ্গদেৱ ভাগি যোৱাৰ পূৰ্ব্বে আৰু পাছেও মানৰ অধিকাৰ যেতিয়া দৃঢ় হ'ব ধৰিলে লোকসকলে ক্ষেতি কৃষি ধন সম্পত্তি এড়ি যেয়ে যি পাৰিলে তাকে মাত্ৰ লই ভটীয়াই ভাগি গ'ল। যি অলপ লোক থাকিল সিও বড়কৈ ক্ষেতি কৃষিতকৈ মানৰ লগ লাগি লোকৰ অত্যাচাৰ কৰিবলৈ ধৰিলে। মানৰ সেনাপতিয়ে যেনেকৈ ৰজা, সেইৰূপে আন আন কিছুমান বিষয়াও পাতিলে। কিন্তু এইসকল কেৱল মানুহক দেখুৱাবলৈহে পতা হ'ল। সকলো কাৰ্য্যই সেনাপতিয়ে আপোনাৰ হাতত ৰাখিলে। সি সময়ত সকলোৱে সইতে মান সেনা দশ হাজাৰ মান আছিল। পাছে পৰ্ব্বতীয় আৰু ইদেশীয় অনেক লোকেও কোনোৱে মানৰ কোনো বিষয় লোৱাৰ বাবে কোনোৱে বা এনেই আপোনাৰ উপকাৰ বা পৰৰ অপকাৰ কৰিবলৈ মানৰ লগত মিল হ'ল। সিসকল লোকক যে প্ৰতিপালন কৰে, এনে আয়োজন দেশত নাছিল। বিশেষ দেশৰ সমুদায় ভাগ ল'ব নোৱাৰিলে ৰাজ্য স্থিৰ কৰিব নোৱাৰি সেই হেত্তকে সেনাপতিয়ে তেওঁৰ লগৰ অনেক সৈন্য দেশৰ নানা ঠাইলৈ পঠালে। পাছে চন্দ্ৰকান্ত সিংহ স্বৰ্গদেৱে গুৱাহাটীত থাকি সৈন্য সংগ্ৰহ কৰে এই ভাবি যোগেশ্বৰ সিংহ ৰজা আৰু মানৰ ও দেশৰ কিছুমান বিষয়া এবং সেনা উজনিতে থই আহি আপুনি ভটীয়াই আহিল। সেনাপতিয়ে সেনা তিনি ভাগে বিভক্ত কৰিলে অৰ্থাৎ এভাগ উত্তৰ কূলেৰে এভাগ দক্ষিণ কূলেৰে আৰু এভাগ ব্ৰহ্মপুত্ৰেৰে ভটীয়াই আহিল। যিফালেৰে আহিল সিফালে জয়ী হই আহিল। বাটত আহোঁতে মাজালীত লুইতে ভটীয়াই অহা সৈন্য বড় উপদ্ৰৱ কৰিলে। এনে কোনো ঠাই নাছিল য'ত মানে কোনো প্ৰকাৰ বাধা পালে। দৰঙ্গৰ ৰজাই মানৰ অধীনতা স্বীকাৰ কৰি কৰ দিবলৈ সন্মত হোৱাত তাত

বড় উপদ্ৰৱ নহ'ল। মানবিলাকে লুটিপুটি দেশ নষ্ট কৰিলে। ধন সম্পত্তি নিয়াই সিহঁতৰ প্ৰধান উদ্দেশ্য হোৱাত প্ৰায় যি বাটে গ'ল, সি বাটেই লোকশূন্য গ্ৰাম পাই সি ঠাইৰ সকলো বস্তু লুটি নিলে।

মান ভটীয়াই অহা বাৰ্ত্তা পাই গুৱাহাটী নগৰ ৰক্ষাৰ অৰ্থে ৰাজকীয় সৈন্য বড় পুৰুষাৰ্থ কৰিলে। চন্দ্ৰকান্ত স্বৰ্গদেৱেও আপুনি তাতে আছিল। মানবিলাকৰ আক্ৰমণত এইটো সচৰাচৰ নিয়ম দেখা গইছিল যে সিহঁতে প্ৰথমে গুপ্তভাবে অনুসন্ধান কৰি তাৰ পাছেহে আক্ৰমণ কৰে। গুৱাহাটী আক্ৰমণৰ পূৰ্ব্বে সেইৰূপে অহা গুপ্তসেনাৰ নৌকা কেইখনমান আমাৰ মানুহে ধৰি পানী চকীতে আক্ৰমণ কৰিলে। সেই লোকৰ মুখে স্বৰ্গদেৱে মানৰ ৬/৭ হাজাৰ সেনা অহা বাৰ্ত্তা পাই তৎক্ষণাৎ সপৰিবাৰে ভটীয়াই গ'ল। তাৰ পাছদিনা পুৱা মানে গুৱাহাটী নগৰ ললে। তাৰে কিছুমানে সেই নগৰ আৰু তাৰ সমীপৰ দেৱালয় ইত্যাদি লুৰি থাকিল, কিছুমান ভটীয়াই গ'ল। এতদ্দেশীয় সৈন্য ৰজা আৰু আন আন লোক গই বঙ্গাল হাট হাদীৰা চকীত কোঁঠ কৰি ৰ'ল গই। মান ভটীয়াই গ'ল। পৰশুৰাম ঢুৱৰীয়াৰ জ্যেষ্ঠ পুত্ৰ হলিৰাম ঢুৱৰীয়া তেতিয়া বঙ্গাল হাটত আছিল। তেওঁৰ অধীন প্ৰায় তিনি শ পঞ্জাবী শিখ সিপাহী আছিল। মানবিলাক যেতিয়া হাদিৰালৈ আহিল তেতিয়া দেশী আৰু শিখ সৈন্যে সইতে ঘোৰ যুদ্ধ হয় কিন্তু আমাৰ সিপাহী তাকৰ। মানে চাৰিওফালৰ পৰা বেড়ি ধৰাত চৈতন সিং সুবেদাৰ প্ৰভৃতি অনেক সৈন্য মৰে। হলিৰাম ঢুৱৰীয়াই বড় সাহস দেখুৱাইছিল বুলি কোৱা আছে আৰু বন্দুকৰ সঙ্গীন সোমাই তেওঁ আহত হই অতি কষ্টে গুৱালপাড়ালৈ আহি তাৰ পৰা ভটীয়াই গ'ল। ৰজা আৰু আমাৰ মানুহ বঙ্গাল পাৰলৈ গ'ল অৰ্থাৎ কোনোয়ে ব্ৰহ্মপুত্ৰ পাৰ হই গুৱালপাড়া কমাৰপোতা প্ৰভৃতি ঠাইলৈ কোনোয়েবা মানাহা পাৰ হই খুটাঘাট পৰগণালৈ গ'ল।

লগত থকা অসমীয়া মানুহৰ মুখে মানে ইয়াকে জানিলে যে হাদিৰাৰ সিপাৰে ব্ৰিটিশ ৰাজ্য। সেই কাৰণে মানৰ সেনা তাৰ পাৰ নহ'ল। বিশেষ কিছুমান ব্ৰিটিশ সৈন্য লই লেপ্টেনেণ্ট ডেবিডসন সাহাব

গুৱালপাড়াত সীমা ৰক্ষাৰ নিমিত্তে আছিল। সেই সাহাবৰ পৰা দৃঢ়ৰূপে ব্ৰিটিশ সীমালৈ নাহিবলৈ কোৱাত মানে কোম্পানিৰ সীমালৈ এৰেকা নকৰিলে।

হাদিৰ চকী লোৱাৰ পাছত মান আৰু তাত নাথাকিল। ব্ৰহ্মপুত্ৰৰ ছুয়ো পাৰে ঠাইয়ে ঠাইয়ে কিছুমান মান থাকি অধিক ভাগ উজাই গ'ল। যিফালে গ'ল সিফালেই দেশ লুৰি প্ৰায় উপান্ত কৰিলে। ১৭৪৩ শকৰ ভাদ্ৰত চন্দ্ৰকান্ত স্বৰ্গদেৱে কিছুমান শিখ, হিন্দুস্থানী ও আন আন অনেক দাঁতিপৰীয়া আৰু দেশী মানুহ সৰ্ব্বমোটে ছুহাজাৰমান লই যুদ্ধ কৰিবৰ আশয়ে উজাই গ'ল। ইফালে পুৰন্দৰ সিংহ স্বৰ্গদেৱ আৰু বুঢ়াগোঁহাইয়েও বিজনী ভোটান প্ৰভৃতি ঠাইৰ পৰা দেশ লবৰ অৰ্থে সৈন্য সংগ্ৰহ কৰিবলৈ ধৰিলে। ইয়াতে মানৰ সেনাপতি মিঙ্গীমাহা তিলোৱাই ব্ৰিটিশ গৱৰ্ণমেণ্টলৈ এনেৰূপে পত্ৰ লেখিলে বোলে চন্দ্ৰকান্ত আৰু আন আন অসমীয়া মানুহক গবৰ্ণমেণ্টে সাহায্য প্ৰদান নকৰিব বৰঞ্চ সিসকলে যেন দেশলৈ ঘূৰি আহি আপোনা আপুনি মানৰ সেনাপতিৰ ত'ত শৰীৰ সমৰ্পণ কৰে এনেটোহে উপদেশ দিব। কিন্তু ই কথাত গবৰ্ণমেণ্টে কৰ্ণপাত নকাৰলে। কিছু সৈন্যে লই চন্দ্ৰকান্ত সিংহ স্বৰ্গদেৱে উজাই গ'ল। আৰু যাওঁতে মানক পৰাস্ত কৰি খেদি লই গ'ল। ইতিমধ্যতে মানৰ দেশৰ পৰা অনেক সৈন্যে সইতে মিঙ্গীমাহা বান্দুলা বুঢ়া গোঁহাই সেনাপতি আহি কিছু সৈন্য বদলি কৰি পঠালে। ১৭৪৪ শকত জ্যৈষ্ঠত স্বৰ্গদেৱ ম'হগড়ত ৰ'ল গই। স্বৰ্গদেৱৰ জয় আৰু আগমনৰ বাৰ্ত্তা পাই পাঁচ হাজাৰ মান সেনা লই মিঙ্গীমাহা বান্দুলা ম'হগড়লৈ আহিল। ছুয়ো দলৰ ঘোৰ যুদ্ধ হ'ল। অসমীয়া সেনাৰ বাৰুদ নোহোৱাৰ নিমিত্তে স্বৰ্গদেৱ পৰাস্ত হ'ল। প্ৰায় ১৫০০ সেনা মানে বধ কৰিলে। শিখ আৰু হিন্দুস্থানী সিপাহীবিলাকে তৰোৱালেৰে অনেক মান বধ কৰিলে। এই যুদ্ধত চন্দ্ৰকান্তে "হতো বা প্ৰাপ্স্যতে স্বৰ্গং জিত্বা বা ভুক্ষতে মহীং" এনে প্ৰতিজ্ঞা কৰি আপোনা আপুনি সেনাপতিৰ কাৰ্য্য কৰিছিল। কালৰ গতি বিসদৃশ। চন্দ্ৰকান্ত স্বৰ্গদেৱৰ আশা ছুৰাশা মাত্ৰ।

স্বৰ্গদেৱক মানে খেদি নিলে। সৌভাগ্যৰ বিষয় এই যে মানৰ সৈন্যৰো অনেকে আঘাত পোৱাত আৰু বাৰুদ নোহোৱা গতিকে পাছে পাছে খেদি যাব নোৱাৰাত স্বৰ্গদেৱ নিৰ্ব্বিঘ্নে গুৱালপাড়া পালে গই। তাৰ পৰাও ভটীয়াই চিলমাৰীলৈ গ'ল।

মহগড়ৰ যুদ্ধত মানবিলাক যদিচ জয়ী হ'ল, তথাপি এই শিক্ষা পালে যে বিদেশত ৰাজ্যাধিকাৰ কৰা সামান্য নহয়। তাৰ পৰা কঠিনৰূপে লোকসকলক পীড়া দিবলৈ ধৰিলে। ইয়াতে যিসকল লোক দেশত থাকিল সিসকলে দুঃখ পাই দাঁতিয়ে দুৱাৰে পলাই গ'ল। কোন-বিলাকে বা ভটীয়াই গ'ল।

এই পৰ্য্যন্ত মানৰ প্ৰতি আমাৰ মানুহৰ ভয় আছিল। ক্ৰমে দৌৰাত্ম্য অধিক হোৱাত এক প্ৰকাৰে নিৰ্ভৰসা হোৱাৰ দৰে দেশীয় মানুহেও মৰণত শৰণ দি যুজিবলৈ ধৰিলে। এই প্ৰকাৰেও মানৰ অনেক প্ৰাণ নষ্ট হয়। কোনো কোনো ঠাইত অল্প সংখ্যক গ্ৰাম্য লোকসকলেই মাৰি ধৰি খেদালে। উত্তৰ পাৰে এই পৰ্য্যন্ত মানৰ বড় উপদ্ৰৱ হোৱা নাছিল। দেশীয় মানুহবিলাক তাতে আশ্ৰয় লই আছিল। আবৰ ডফলা প্ৰভৃতি লোকবিলাকে সইতে উত্তৰ পৰীয়া সকলে মানৰ বিপক্ষে ষড়যন্ত্ৰ কৰিলে। ১৭৪৪ শকৰ অগ্ৰহায়ণত যেতিয়া কিছুমান মান উত্তৰ পাৰলৈ গ'ল তেতিয়া উত্তৰ পৰীয়া লোকে সেই মানৰ অনেকক মাৰি খেদিলে। দৰঙ্গৰ ৰজাই সইতে যি মিত্ৰতা কৰে, তাৰ কাৰণে হওক বা দেশৰ আন আন ঠাই লোৱাৰ কাৰণে হওক মানে প্ৰথমে ই বিষয় একো কৰিব নোৱাৰিলে। তাৰ পাছৰ মাহত অৰ্থাৎ পৌষত বহু মানৰ সেনা উত্তৰ পাৰলৈ গ'ল। প্ৰথমবাৰ সেই অল্প সংখ্যক মানক পৰাস্ত কৰি উত্তৰ পৰীয়া সকলে এনে বিশ্বাস কৰিছিল যে আৰু মানে একো কৰিব নোৱাৰে। ঠাইয়ে ঠাইয়ে বাঁহৰ কোঁঠ মৰা হইছিল। কিন্তু মানৰ সেনা বিস্তৰ সংখ্যাৰে তালৈ গই সি সকলো গড় ল'লে, এবং বাধা দিওঁতা আৰু নিদিওঁতা অনেক লোকক নষ্ট কৰিলে।

ইয়াৰ পাছত মানে সম্পূৰ্ণ দেশ অধিকাৰ কৰি ললে। সিহঁতক

বাধা দিওঁতা আৰু ক'তো নহ'ল। চন্দ্ৰকান্ত স্বৰ্গদেৱে বিবেচনা কৰিলে বোলে আদিৰে পৰা মানে তেওঁৰ সইতে মিত্ৰতা দেখুৱাই-ছিল। বৰং তেওঁ পলাই অহাতো তেওঁক নিবলৈ বাৰ্ত্তা পঠোৱাত তেওঁ নগ'লত মাত্ৰ যোগেশ্বৰ সিংহক ৰজা পাতিছে। এতেকে মানৰ শৰণাপন্ন হলে তেওঁৰ একো হানি নকৰে। ইয়াকে ভাবি সি শকৰ মাঘত স্বৰ্গদেৱ গুৱালপাড়াৰ পগলা টেকৰ পৰা অকলে উজাই গ'ল।

উত্তৰ পৰীয়াক জয় কৰাৰ পাছত মানৰ এনে বিশ্বাস হ'ল যে অসম দেশত আৰু সিহঁতৰ একাধিপত্য হ'ল। বিশেষ নিজৰ দেশতো সৈন্যৰ আবশ্যক হ'ল এবং কাছাৰ মণিপুৰ আৰু জয়ন্তাৰ ফালেও আক্ৰমণ কৰিবলগীয়া হইছিল। কিয়নো ই দেশ বড় বুলি সিহঁতে পূৰ্ব্বৰে পৰা বিশ্বাস কৰিছিল। পিছে এইখনেই যেতিয়া অধিকাৰ হ'ল তেতিয়া সিহঁতে সেই সেই দেশ যে অকণ্টকে ল'ব পাৰিব এনে বোধ কৰিলে। মিঙ্গীমাহা বান্দুলাই সৈন্যৰ আৰু নিজৰ খৰচ বুলি খাটি থকা ভাল মানুহবিলাকত বাজে অপাইকান্ চমুৱাৰ ঘৰ মুৰি আৰু পাইকানৰ পোৱা মুৰি ৫ টকাকৈ বৰঙ্গণি লৈ ব্ৰহ্মা দেশলৈ গ'ল। ইয়াৰ পূৰ্ব্বে মানে আৰু কৰ বুলি একো লোৱা নাছিল। চন্দ্ৰকান্ত সিংহ স্বৰ্গদেৱ উজাই যাওঁতে কোনো প্ৰকাৰে বাধা নাপালে। যেতিয়া যোৰহাট পালে গই তেতিয়া মিঙ্গীমাহা তিলোৱাই তেওঁক ৰাজ্য নিদি ৰঙ্গপুৰতে যোগান দি থলে।

১৭৪৫ শকৰ আশ্বিনত মিঙ্গীমাহা তিলুৱা স্বদেশলৈ গ'ল আৰু তেওঁৰ পদত মিঙ্গীমাহানন্দ ক্যাডেঙ্গ মগাউন প্ৰধান সেনাপতি হ'ল। মিঙ্গীমাহা বান্দুলা অহাৰে পৰা মানে দেশ লুৰি ফুৰাতকৈ প্ৰকৃতৰূপে শাসন কাৰ্য্যৰ প্ৰতি মন দিলে। আগৰ য'ৰ যি বিষয়া আছিল সেই সেই বিষয়া পাতিলে। আৰু সিসকলক পূৰ্ব্বৰ দৰে বিচাৰ আৰু শাসনত নিযুক্ত কৰিলে। মানৰ প্ৰতি আক্ৰমণ নকৰিলে দেশীয় লোকৰ দণ্ড নকৰিছিল। কিন্তু যেতিয়া মানে দেশীয়লোকক আক্ৰমণ কৰে তেতিয়া তাক উপযুক্ত শাস্তি দিছিল। শাস্তি দিওঁতে হলে যিনান উগ্ৰ হব পাৰে তাত একো বিবেচনা নকৰিছিল। প্ৰায় অপৰাধীক দীঘলে পেট ফালি

প্ৰাণ নষ্ট কৰে। সিহঁতে অপৰাধীক যেনে এক প্ৰকাৰে বান্ধিছিল যে অদ্যাপি মানুহে "মানবন্ধা" বুলিলে কম্পমান হয়। প্ৰথমতে মানে বড় দৌৰাত্ম্য কৰিছিল হয় পাছলৈ সি সকলো গুছিল, কেবল ভগনীয়া দেশ আৰু শাসন স্থিৰ নোহোৱাত কিছু অমঙ্গল হইছিল। এনে প্ৰবাদ আছে বোলে মিঙ্গীমাহা বান্দুলাই গই ব্ৰহ্মা ৰজাৰ আগত মিঙ্গীমাহা তিলুৱাৰ দ্বাৰা দেশত সুশাসন নহই বড় অনিষ্ট হোৱাৰ বাৰ্ত্তা কোৱাত ৰজাই তেওঁক ই দেশৰ পৰা নিয়াই মিঙ্গিমাহানন্দ ক্যাডেঙ্গক পঠালে। কামৰূপতো পূৰ্ব্বৰ দৰে চৌধুৰী প্ৰভৃতি পতা হই বিষয় কাৰ্য্য চলোৱা হইছিল। এনে কথিত আছে বোলে মানে "খৰিকা টনা" নামে এবিধ কৰ গ্ৰহণ কৰিছিল। ঘৰ মুৰি একোডাল খৰিকা টানি সেই অনুসাৰে মানে মানুহৰ কৰ গ্ৰহণ কৰিছিল। ১৭৪৫ শকত ৰবৰ্ট ব্ৰুস নামে বেপাৰী সাহাব এজনা এই দেশলৈ আহে। তেওঁ ৰঙ্গপুৰ নগৰলৈকে গইছিল। তেওঁ বিশেষ অনুসন্ধান কৰি ইয়াকে জানিলে যে ই দেশত চাহগছ স্বাভাবিকৰূপে জন্মে। চাহৰ প্ৰথম আবিষ্কাৰৰ সোপান ইয়াৰে পৰা আৰম্ভ হয়। গুৱালপাড়াৰ সৈন্য দলৰ অধিপতি লেপটেনেণ্ট ডেবিডসন্ সাহাবৰ পৰা ব্ৰিটিশ সীমাত সোমাবলৈ মানক নিষেধ কৰাৰ পৰা মানে গুৱালপাড়াৰ ফালে ব্ৰিটিশ সীমা স্পৰ্শ নকৰিলে। কিন্তু কাছাৰৰ ফালে আক্ৰমণ কৰাত গবৰ্ণমেণ্টে ব্ৰহ্মাদেশে সইতে যুদ্ধ আৰম্ভিলে। ঢাকাৰপৰা ব্ৰিটিশ সৈন্য গই ১৭৪৬ শকৰ মাঘত অসম দেশ অধিকাৰ কৰিলে। ইয়াৰ সবিশেষ বিবৰণ তলৰ অধ্যায়ত লিখা যাব। ১৭৪২ শকৰ তুই চ'তত চন্দ্ৰকান্ত স্বৰ্গদেৱ ভটীয়াই যাবৰে পৰা ১৭৪৬ শকৰ ২১ মাঘ যিদিনা মানৰ সেনাপতি শ্যাম ফুকন আৰু নিবাৰু ফুকনে সইতে দেশত হুলস্থূল নকৰি নিজ দেশলৈ মান যাবৰ নিমিত্তে মেং ইস্কাট কমিশ্যনাৰ সাহাবে "একৰাৰ" লোৱালৈকে সৰ্ব্বমুঠে তিনি বছৰ দহ মাস ১৯ দিন মানে অসম দেশ অধিকাৰ কৰে।

এই সময়ত ই দেশৰ অৱস্থা যি হইছিল তাক লিখা অতি বাহুল্য। সংক্ষেপে ইয়াকে কব লাগে যে প্ৰজাৰ ধন প্ৰাণ মান একেবাৰেই স্থিৰ নাছিল। কৃষি, বাণিজ্য শিল্প প্ৰায় সকলো কাৰ্য্য

স্থগিত আছিল। অনেক অনেক স্ত্রীৰ সতীত্ব পর্য্যন্ত নষ্ট হইছিল। আৰু অনেক লোকে মানৰ ভয়ত আপোনাৰ প্রিয় পুত্র, পত্নী, কন্যাকো পৰিত্যাগ কৰিছিল। সিহঁতে অনেক দেবালয় ও গাঁও ভাঙ্গি আৰু পুড়ি ছাই কৰিলে। এবং দেবতালৈ দিয়া বস্তুকো অপহৰণ কৰিলে।

এই দেশীয় অনেক মানুহে ছদ্মবেশী মান হই অনেক উপদ্রব কৰিছিল। সি সকলোকে "দোৱনীয়া" বোলে। প্রকৃত যি মান তাতকৈ ইসকলৰহে অত্যাচাৰ প্রবল আছিল। দেশ জয় কৰা, নিজৰ আহাৰ সংগ্রহ কৰা আৰু ধনোপার্জ্জন কৰাই মানৰ মুখ্য উদ্দেশ্য আছিল। কিন্তু সেই নিষ্ঠুৰ দোৱনীয়াবোৰে হিংসা, লোভ প্রভৃতি ৰিপুৰ বশবর্ত্তী হই অনেক অত্যাচাৰ কৰিলে। এই কালৰ কোনো এটি লোকৰ বা এটি পৰিবাৰৰ জীবনচৰিত লিখিলেই এখনি সুন্দৰ পুথী হ'ব পাৰে। মানৰ উপপ্লবত ই দেশ প্রায় জনশূন্য হ'ল। লোকবিলাকৰ এনে হ'ল যে কেতিয়া ঈশ্বৰে এই অত্যাচাৰৰপৰা উদ্ধাৰ কৰে। অসম দেশৰ এনে দুৰবস্থা দেখি চিংফৌ, খামতী, প্রভৃতি পর্ব্বতীয়া লোকেও হিংসা, অসূয়া কৰিব ধৰিলে। এই উপদ্রবত থাকিব নোৱাৰি অনেক লোক দেশ এড়ি কোনো ভটীয়াই কোনো মণিপুৰ, জয়ন্তা ত্রিপুৰাৰ ফালে আশ্রয় পাবলৈ পলাই গ'ল।* যেনেকৈ কোনো এটি লোকৰ তেনেকৈ কোনো এখন দেশৰ অবস্থা চিৰকাল একেদৰে নাথাকে। এই দেশীয় লোক সকলে দৌৰাত্ম্যকাৰী ৰজা আৰু আক্রমণকাৰী আক্রমণত নিতান্ত ক্লান্ত ও শ্রান্ত হই যি আর্ত্তনাদ কৰিছিল, তাক পৰমেশ্বৰে শ্রবণ কৰি এই দেশলৈ ইংৰাজক প্রেৰণ কৰিলে, যি উপায়েৰে তেওঁৰ অভিপ্রায় কার্য্য সিদ্ধি হ'ল তাৰ বিবৰণ লিখিবলৈ এতিয়া আমি আৰম্ভ কৰিলোঁ।

---

* এই ভয়ানক উপদ্রবৰ কালত কোনোৱে আপোনাৰ ধন সম্পত্তিলৈ নাচাই প্রাণ মাত্র লই বিদেশলৈ গ'ল। এনে কি মানে খেদি আহি পাব, এই কাৰণে শিশু সন্তানৰ কান্দন নিবাৰিব নোৱাৰি আপোন পিতৃ মাতৃয়ে তাক বধ কৰিছিল !! এই সময়ত আমাৰ দেশৰপৰা ভাগি পলাই যোৱা অনেক লোকৰ সন্তান সন্ততি এতিয়াও বঙ্গাল দেশৰ নানা ঠাইত পোৱা যায়।

## ত্ৰয়োদশ অধ্যায়

ইউৰোপৰ লোকসকলৰ বহু কালৰ পৰা জলপথেৰে ভাৰতবৰ্ষলৈ আহি বেপাৰ কৰিবৰ বড় ইচ্ছা আছিল। ভাৰতবৰ্ষৰ পথ আবিষ্কাৰ কৰিবৰ উদ্দেশতে পৰ্ত্তুগল দেশৰ প্ৰসিদ্ধ নাবিক কলম্বসে আমেৰিকা প্ৰকাশ কাৰলে। পাছে ১৪৯৮ সনত সেই দেশৰে ভাস্কো ডি গামাই উত্তমাশা অন্তৰীপ ঘূৰি ভাৰতবৰ্ষৰ পথ উলিয়ালে। তেতিয়াৰে পৰা পৰ্ত্তুগাল, ফ্ৰান্স, ডেন্মাৰ্ক, হলেণ্ড, ইংলণ্ড প্ৰভৃতি দেশৰ বণিকসকলে জাহাজেৰে ভাৰতবৰ্ষলৈ আহি নানা ঠাইত কুঠি কৰি বেপাৰ কৰিবলৈ ধৰিলে। ইংৰাজী ১৬০০ সনত ইংলণ্ডৰ মহাৰাণী এলিজাবেথৰ পৰা সেই দেশৰ কেইজনমান বণিকে ভাৰতবৰ্ষত জাহাজেৰে বেপাৰ কৰিবলৈ অনুমতি পালে। সেই বেপাৰীবিলাককে ইষ্ট ইণ্ডিয়া কোম্পানী বোলে। এই কোম্পানীয়ে পৃথিবীত এক অতি অদ্ভুত কীৰ্ত্তি স্থাপিত কৰিলে। এই কোম্পানীয়ে কলিকাতা, মান্দ্ৰাজ, বম্বেই, সুৰাট, হুগলি, বালেশ্বৰ, কাশীমবাজাৰ, পাটনা প্ৰভৃতি ভাৰতবৰ্ষৰ নানা ঠাইত বেপাৰৰ কুঠি কৰিলে। আৰু কলিকাতা প্ৰভৃতি কোনো কোনো ঠাইত দুৰ্গ বা কিল্লাও কৰিলে। ইংৰাজবিলাকৰ বুদ্ধি আৰু জ্ঞানৰ নিমিত্তে ইউৰোপৰ আন আন দেশৰ বেপাৰতকৈ, তেওঁবিলাকৰ বড় উন্নতি হ'ল। ক্ৰমে তেওঁবিলাকে কাৰ্য্যৰ অনুৰোধত মুসলমান বাদসাহ আৰু নবাবৰ বিপক্ষতাচৰণ কৰিবলৈ ধৰিলে। পৰিশেষত ইংৰাজী ১৭৫৭ সনৰ ২৩ জুনত বঙ্গদেশৰ নবাব সিৰাজউদ্দৌলাৰে সইতে পলাশীত যুদ্ধ হোৱাত ইংৰাজ জয়ী হ'ল। সি যুদ্ধৰ প্ৰধান সেনাপতি ও কাৰ্য্যকাৰক লৰ্ড ক্লাইৱ নামে সাহাব আছিল। ইয়াৰ পাছত বঙ্গদেশত মুঠে নাম মাত্ৰ নবাব আছিল। ১৭৬৫ সনৰ ১২ আগষ্টত দিল্লীৰ বাদশাহা সাহা আলমে কোম্পানীক বঙ্গ, বেহাৰ আৰু উড়িষ্যা প্ৰদেশৰ দেওয়ানী সনন্দ প্ৰদান কৰিলে। তেতিয়াৰে পৰা কোম্পানী সেই সেই দেশৰ অধিপতিৰূপে বাচ্য হ'ল। সৌভাগ্য সূৰ্য্যৰ উদয় হলে তাৰ অস্ত হঠাৎ নহয়। ইয়াৰ

পাছত ক্রমে উত্তৰ পশ্চিম প্রদেশ অযোধ্যা প্রভৃতি দেশত কোম্পানীৰ অধিকাৰ হ'ল। পৰিশেষত ১৭৯৩ সনত লর্ড কর্ণওৱালিস্ সাহাবে কোম্পানীৰ পক্ষৰ ভাৰতবর্ষৰ গবর্ণৰ অর্থাৎ শাসনকর্ত্তা হই দেশ শাসন কৰিবলৈ ধৰিলে। এবং সেই সনতে বঙ্গদেশৰ জমীদাৰসকলে সইতে ভূমি চিৰকালৰ নিমিত্তে বন্দোবস্ত কৰা হ'ল। আৰু সেই সনতে দেশত সুশাসন হবলৈ প্রথমে বিধিবদ্ধ হই আইন চলিল। গৌৰীনাথ সিংহ স্বর্গদেৱ মোঁৱামৰীয়াৰ পৰা উপদ্রুত হই কোম্পানীৰ সাহায্য প্রার্থনা কৰাত ১৭৯২ সনৰ শেষত লর্ড কর্ণওৱালিস্ সাহাবে কাপ্তান ওৱেল্স্‌ক কিছুমান সেনাৰে ৰজাৰ সাহায্যৰ অর্থে পঠায়। কাপ্তান সাহাবে মোঁৱামৰীয়াৰ উপদ্ৰৱ নিবাৰণ কৰে আৰু ই দেশৰ প্রজাসমূহৰ উপকাৰৰ নিমিত্তে যথেষ্টৰূপে গবর্ণমেণ্টে ইয়াৰ কার্য্য পৰিচালনাৰ প্রতি দৃষ্টি ৰাখিবলৈ অনুৰোধ কৰে। কিন্তু ১৭৯৪ সনত সৰ্ জন্ শোৰ সাহাব গবর্ণৰ হোৱাত কাপ্তান সাহাব সসৈন্যে কলিকাতালৈ গ'ল। আৰু এই দেশৰ অবস্থা ক্রমে অতি অশুভ হ'ল। সি সময়তে যদি ই দেশ ইংৰাজ দ্বাৰা অধিকৃত হ'ল হয় তেনেহলে ইয়াৰ অবস্থা এতিয়াতকৈ শতগুণে ভাল হলহেঁতেন তাত কোন সংশয় নাই। পুৰন্দৰসিংহ স্বর্গদেৱ দ্বিতীয়বাৰ মান অহাত যোৰহাটৰ পৰা ভাগি কলিকাতালৈ গ'ল। তেওঁ এইৰূপে এক আবেদন পত্র ১৮১৯ সনত সেপ্টেম্বৰ মাহত দিয়ে যে কোম্পানীয়ে দেশখন মানক খেদাই তেওঁক দিয়ক, তেওঁ সৈন্যৰ ব্যয় দিব আৰু কৰদ ৰজা হ'ব। কিন্তু এই আবেদনৰ প্রতি দৃক্‌পাত কৰা নহল। সি সময়ত কোঁচবিহাৰ প্রদেশত মেং ইস্কাট সাহাব আছিল। মানৰ হুলস্থূলৰ সময়ত এইজনা সাহাবে পাৰিছিল মানে আমাৰ দেশৰ অবস্থা গবর্ণমেণ্টত জনাই আছিল। ১৮২১ সনত যেতিয়া পুৰন্দৰসিংহ আৰু চন্দ্রকান্তসিংহ দুয়ো দেশ উদ্ধাৰিবলৈ উদ্যোগ কৰিছিল তেতিয়া মানৰ মিঙ্গীমাহা তিলুৱা সেনাপতিয়ে গবর্ণমেণ্টলৈ চন্দ্রকান্তসিংহ প্রভৃতিক কোনো সাহায্য নিদিবলৈ পত্র লেখে। ইস্কাট সাহাবে সদাই গবর্ণমেণ্টত প্রকৃত অবস্থা জনাই থকাত গবর্ণমেণ্টে মানৰ সেনাপতিৰ পত্রৰ প্রতি বিশেষ মানোযোগ নকৰিলে। বিশেষতঃ সেই পত্রৰ মর্ম্ম ৰক্ষা কৰা ৰাজনীতিৰো বিপৰীত।

গাৰো প্ৰভৃতি পৰ্ব্বতীয়া জাতিক সভ্য কৰিবলৈ আৰু সিহঁতৰ দেশে সইতে কোম্পানীৰ অধিকাৰৰ সীমা নিৰ্দ্ধাৰণ কৰিবৰ নিমিত্তে ১৮২২ সালত এটি আইন গবৰ্ণমেণ্ট কৰ্ত্তৃক সংস্থাপিত হয়। সি আইন ১৮২২ সনৰ ১০ আইন নামে প্ৰসিদ্ধ। ই আইনৰ কাৰ্য্য কৰিবলৈ কোঁচবিহাৰৰ কমিশ্যনৰ ইস্কাট সাহাব গবৰ্ণৰ জেনেৰেলৰ উত্তৰ প্ৰদেশৰ এজেণ্ট নিযুক্ত হয়। পূৰ্ব্বে গুৱালপাড়া ভাটী ৰঙ্গপুৰ জিলাৰ এক অংশ মাত্ৰ আছিল কিন্তু সি সনৰ পৰা ই এক স্বতন্ত্ৰ জিলা হ'ল। অসম দেশত মানে অধিকাৰ কৰি থকাৰ হেতুকে গুৱালপাড়াত এক দল সৈন্যও থলে। আৰু তাৰ অধিপতি লেপ্টেনেণ্ট ডেবিসন্ সাহাব আছিল। এইজনা আৰু মেং ইস্কাট সাহাবে আমাৰ দেশৰ ভগনীয়া লোক সকলক বড় স্নেহ কৰিছিল। এই হেতুকে যেতিয়া ম'হগড়ৰ যুদ্ধৰ পাছত চন্দ্ৰকান্ত স্বৰ্গদেৱ ভটীয়াই গুৱালপাড়ালৈ আহিল, তেতিয়া মানৰ সেনাপতিবিলাকে সেই লেপ্টেনেণ্ট সাহাবলৈ ভয় প্ৰদৰ্শকৰূপে এখান পত্ৰ লেখে। এই চিঠিত এনে লেখে যে সিহঁতৰ ৪০ জনা ৰজাৰ অধীন ১৮০০০ যোদ্ধাৰু সেনা; সিহঁতৰ সকলো প্ৰকাৰ ইচ্ছা যে কোম্পানীয়ে সইতে মিত্ৰতা ৰাখে আৰু কোম্পানীৰ ৰাজ্যৰ সীমালৈ নাযায় কিন্তু যদি চন্দ্ৰকান্ত ৰজাক আশ্ৰয় দিয়া হয় তেনেহলে তেওঁ কোম্পানীৰ ৰাজ্যৰ য'তে থাকে ত'ৰে পৰা বলেৰে ধৰি আনিবলৈ ৰজাৰ আজ্ঞা পাইছে। এই চিঠি লেপ্টেনেণ্ট সাহাবে ইস্কাট সাহাবলৈ পঠালে। সেই সাহাবে গবৰ্ণৰ জেনেৰেল সাহাবলৈ মানৰ পৰা যে উপদ্ৰৱ পাবৰ আশঙ্কা, তাক জনোৱাত গবৰ্ণমেণ্টৰ পৰা ঢাকাৰ সৈন্যাধ্যক্ষলৈ এনে আজ্ঞা হ'ল যে ইস্কাট সাহাবে যি সেনা খোজে তাক দিয়া হব আৰু যদি সেই চিঠিত লেখাৰ দৰে মানে কোম্পানীৰ সীমা বলেৰে প্ৰবেশ কৰে তেনেহলে সিহঁতকো বলেৰে খেদাই দিয়া হ'ব। এই আজ্ঞা অনুসাৰে সেনা পঠিওৱা হ'লত মানে ইয়াৰে বাৰ্ত্তা পাই এই ফালে কোম্পানীৰ সীমাত নোজোকালে। তেতিয়া গুৱালপাড়া আৰু যোগীঘোপালৈ হাদীৰা চকিৰ পৰা মানে হাট বজাৰ কৰিবলৈ গইছিল হয় কিন্তু একো উপদ্ৰৱ নকৰিলে।

ইংৰাজী ১৮১৭ সনৰ পৰা কাছাৰৰ প্ৰাচীন ৰজা গোবিন্দচন্দ্ৰ

নাৰায়ণৰ পৰা গবৰ্ণমেণ্টে এনে আবেদন পাইছিল যে তেওঁ মণিপুৰৰ ফালৰ পৰা আক্ৰমণৰ আশঙ্কা কৰে। তাতে গবৰ্ণমেণ্ট সহায় কৰে। ১৮২০ সনত গোবিন্দচন্দ্ৰক মণিপুৰৰ পৰা অহা চৰজীত সিংহ, মনজীত সিংহ আৰু গম্ভীৰ সিংহ নামে তিনি ভায়েক আকৌ মানৰ দ্বাৰা সিহঁতৰ নিজ দেশৰ পৰা খেদা পাই আহি কাছাৰতে আছিল। গোবিন্দচন্দ্ৰ ৰাজ্যচ্যুত হোৱাৰ পাছত সি তিনি ভ্ৰাতৃৰ মাঝতে ৰাজসিংহাসনৰ নিমিত্তে বিৰোধ হোৱাত দেশত মহা উপপ্লব আৰু হুলস্থুল হ'ল। তাতে সেই ফালে কোম্পানীৰ সীমাৰ ওচৰত আমাৰ এই ফালৰ দৰে বড় উপদ্ৰৱ হ'ল। ইংৰাজী ১৮২৩ সনত চৰজীত সিংহে এইৰূপ এক আবেদন গবৰ্ণমেণ্টলৈ কৰিলে যে তেওঁ মানৰ পৰা আক্ৰমণৰ আশঙ্কা কৰে আৰু গবৰ্ণমেণ্টক কাছাৰ ৰাজ্য সমৰ্পণ কৰিব। এই দেশৰ ফালেও মানৰ আক্ৰমণৰ আশঙ্কা হোৱাত গবৰ্ণমেণ্টে সি প্ৰস্তাবৰ প্ৰতি বড়কৈ মন দিলে। কাছাৰ কেতিয়াও ব্ৰহ্মা দেশৰ অধীন নাছিল। মনজীত সিংহ ব্ৰহ্মা ৰজাৰ সাহায্যত মণিপুৰ দেশ যেতিয়া লইছিল আৰু ব্ৰহ্মাৰ অধীনতা স্বীকাৰ কৰিছিল, তেতিয়া এবাৰ মানে কাছাৰ আক্ৰমিছিল, কিন্তু সিহঁত শীঘ্ৰে কাছাৰৰ পৰা খেদা খালে। আৰু কেতিয়াবা যে সি দেশ ব্ৰহ্মাৰ অধীন হইছিল, তাৰ চিন মাত্ৰও নাছিল। কাছাৰৰ ফালৰ মান শীঘ্ৰে কোম্পানীৰ দেশলৈ আহিব পাৰে। ইকালে মানে আহি অসম দেশ আক্ৰমণ কৰিছে এবং কাছাৰকো আক্ৰমণ কৰিবলৈ উদ্যোগ কৰিছে সেই দেখি ৰাজ্যৰ কুশলৰ অৰ্থে কাছাৰ প্ৰদেশ গবৰ্ণমেণ্টে লবৰ সংকল্প কৰি কোম্পানীৰ আশ্ৰয় লই থকা ৰাজ্যচ্যুত হোৱা ৰজাক সি দেশত পাতিবলৈ ইচ্ছা কৰিছিল, এনেতে এই সংবাদ পোৱা গল যে মানে কাছাৰ আক্ৰমিবলৈ সৈন্য সংগ্ৰহ কৰিছে। উত্তৰ পূৰ্ব্ব কালৰ গবৰ্ণৰ জেনেৰেলৰ এজেণ্ট মেং ইস্কাট সাহাবে অসম দেশত থকা মানৰ সেনাপতি লই কাছাৰে সইতে কোম্পানীৰ যি সম্পৰ্ক তাক জনাই সেই দেশ আক্ৰমণ নকৰিবলৈ পত্ৰ লিখিলে। কিন্তু তাৰ বিশেষ ফল নহ'ল। অথচ এনেহে পালে যে ব্ৰহ্মাৰ অধীন মণিপুৰ আৰু অসম দেশৰ পৰা কাছাৰ আক্ৰমিবলৈ উদ্যোগ কৰিছে। অসম দেশ ও কাছাৰৰ মাঝতে

জয়ন্তীয়া বা জয়ন্তা নামে এখান সৰু দেশ আছে, সি দেশৰ ৰজাই কোম্পানীৰ আশ্রয় গ্রহণ কৰি আছিল। মানৰ সেনাপতিয়ে জয়ন্তাৰ ৰজালৈকো ব্রহ্মা ৰজাৰ অধীন হ'বলৈ চিঠি লেখিছিল আৰু তেনে নকৰিলে দেশ আক্রমিবৰ ভয় দেখুৱাইছিল। জয়ন্তাৰ ৰজাই সেইৰূপ কাৰ্য্য নকৰাত তেওঁৰ দেশত মানে আক্রমণ কৰিবলৈ ধৰিছিল কিন্তু কোম্পানীৰ কাছাৰত থকা সৈন্যৰ নিমিত্তে নোৱাৰিলে। অসম দেশত ক্রমে যেতেকে মানৰ আধিপত্য অধিক হই আহিল তেতেকে সিহঁতৰ সাহস বৃদ্ধি হব ধৰিলে। পাছে মণিপুৰ আৰু অসম দুয়ো ফালৰ পৰা মানৰ সেনা জয়ন্তা ও কাছাৰৰ সেনাই সইতে কোম্পানীৰ সেনাৰ বিক্রমপুৰ দুৱাৰৰ মুখতে শ্রীহট্ট সীমাতে সন্মুখাসন্মুখী হ'ল। কোম্পানী অধিকাৰৰ চট্টগ্রামৰ ওচৰত আৰাকান নামে যি প্রদেশ আছিল, তাকো মানে ললে। ইয়াতে সিহঁতে বড় গৰ্ব্বিত হই ১৮২৩ সনত চট্টগ্রামৰ সমীপবৰ্ত্তী সাহপুৰী নামে এটি ক্ষুদ্র দ্বীপ অধিকাৰ কৰিলে। কিন্তু সেই দ্বীপটি ইংৰাজৰ অধীন আছিল। গবৰ্ণৰ জেনেৰেল্ লৰ্ড আমহাৰষ্ট সাহাবে দেখিলে যে ব্রহ্মা দেশে সইতে বঙ্গ প্রদেশৰ সীমা সংলগ্ন হ'ল। বিশেষ সাহপুৰী দ্বীপো আক্রমণ কৰিলে এনে স্থলত যুদ্ধ নকৰিলে ব্রিটিশ পতাকাৰ সম্ভ্রম নাথাকে। ক্রমে সিহঁতে দুঃসাহসত নিৰ্ভৰ কৰি সীমান্তঃপাতী প্রজাৰ অত্যাচাৰ কৰিব। এই নিমিত্তে ব্রহ্মা দেশে সইতে ১৮২৪ সনৰ ফেব্রুয়াৰিত যুদ্ধ কৰাই মত হ'ল। গবৰ্ণমেণ্টৰ আজ্ঞাৰে ঢাকাৰ পৰা ইতিমধ্যতে সেনাপতি ব্রিগাডিয়েৰ মেকমৰিন্ সাহাব কিছুমান সৈন্যে সইতে গুৱালপাড়াত মানৰ অক্রমণ নিষেধিবলৈ আহি আছিল। ওপৰত কোৱা মানৰ আক্রমণৰ বাৰ্ত্তা পাই গুৱাল-পাড়াৰ সেনাপতিলৈ গবৰ্ণমেণ্টে এই আজ্ঞা দিলে যে কোম্পানীৰ সৈন্য আসাম দেশ প্রবেশ কৰি উজাই গই মানক সিহঁতৰ প্রধান ঠাইৰ পৰা খেদাই দিব। আৰু ব্রিটিশ ৰাজ্যৰ সম্ভ্রম লাভ আৰু খ্যাতি যিহতে হানি নহয় সেই কাৰণে যি প্রয়োজন তাক কৰিব এবং লাগিলে যুদ্ধও কৰিব। এই আজ্ঞাৰ লগে লগে ব্রহ্মাৰ দেশে সইতে যুদ্ধৰো আজ্ঞা ১৮২৪ সনৰ ৫ মাৰ্চ্চত প্রচাৰিত হ'ল। গবৰ্ণৰ জেনেৰেল উত্তৰ

পূৰ্ব্ব প্ৰদেশৰ এজেণ্ট মেং ইস্কাট সাহাবৰ ওপৰত এই ফালৰ যুদ্ধাদিৰ সকলো ভাৰ সমৰ্পিত হ'ল। আসাম আৰু জয়ন্তা দুইও ফালৰ পৰা মানক খেদোৱা যুক্তিযুক্ত বিবেচনা হ'ল। ইস্কাট সাহাবে স্থলপথে কিছুমান সৈন্য লই শ্ৰীহট্ট আৰু জয়ন্তা হই অসম দেশ প্ৰবেশৰ স্থিৰ কৰিলে। ব্ৰিগ্ৰাডিয়েৰ মেকমৰিন্ সাহাব জলপথে ব্ৰহ্মপুত্ৰেৰে উজাই সসৈন্যে দেশ সোমাল। মানে গুৱাহাটীত ভালকৈ কাঠ বাঁহেৰে গড় কৰিছিল। কোম্পানীৰ সেনা অহা বাৰ্ত্তা পাইয়েই মান উজাই গ'ল। কিন্তু হিংসাৰ বশবৰ্ত্তী হই অনেক লোকৰ কাকো কাটি কাকো অঙ্গক্ষত কৰি গ'ল। সি সনৰ ২৮ মাৰ্চ্চত ব্ৰিগাডিয়েৰ সাহাব গুৱাহাটী পালে। তাৰপৰা মান পলাই যোৱা বাৰ্ত্তা পাই আৰু উজাই যাবলৈ মন নকৰিলে। কিন্তু সন্মুখত বৰ্ষাকাল, দেশৰ দুৰবস্থা, খাদ্য সামগ্ৰীৰ কিজানি নাটনি হয়, এই ভাবি ব্ৰিগাডিয়েৰ সাহাব কিছুমান দিন তাতে থাকি ইস্কাট সাহাবলৈ প্ৰতীক্ষা কৰিলে। ইস্কাট সাহাব শ্ৰীহট্ট আৰু জয়ন্তাৰে ১৫ এপ্ৰিলত সসৈন্যে নগাঁও পালে। কিন্তু মূল সৈন্য দলে সইতে সকলো পৰামৰ্শ স্থিৰ কৰিবলৈ কাপ্তান হৰ্শবৰাক নগাঁওত থই গুৱাহাটীলৈ গ'ল। ইস্কাট সাহাব আহিবৰ বাৰ্ত্তা পায়েই মান নগাঁও এড়ি ম'ৰামুখলৈ গ'ল। পাছে তেওঁ ভটীয়াই যোৱা আৰু কাপ্তান হৰ্শবৰাৰ লগত অলপ সৈন্য থকা শুনি মান কলিয়াবৰলৈ আহিল। ইফালে কৰ্ণেল ৰিচাৰ্ডস্ সাহাব ২৩ সংখ্যক দেশীয় পল্টনৰ পাঁচ কোম্পানী সিপাহী ও কিছুমান যুদ্ধৰ নৌকা লই নগাঁওলৈ আহিল। এবং কাপ্তান হৰ্শবৰাই সইতে কলিয়াবৰলৈ গ'ল। মান উজাই ৰাঙ্গলীগড়লৈ গ'ল। ইয়াৰ মাঝত মানে সইতে এদিনো ৰণ হোৱা নাছিল। পিছে এক কোম্পানী পদাতিক আৰু কিছুমান অশ্বাৰোহী সেনা লই লেপ্টেনেণ্ট ৰিচাৰ্ডসন্ সাহাব আগুৱাই যোৱাত হাটবৰলৈ অহা মানে সইতে সাক্ষাৎ হোৱাত অলপ যুদ্ধ হয়। তাতে মান ভাগি পলায় কিন্তু অশ্বাৰোহী সেনাই ধৰি সিহঁতৰ সকলোবিলাককে কাটে। ইয়াতকৈ আগবঢ়াৰ নিমিত্তে কৰ্ণেল সাহাবৰ ইচ্ছা নাছিল। কোম্পানীৰ সেনাৰ মূল ভাগ কলিয়াবৰত থাকিল। কিছুমান হৰ্শবৰা

কাপ্তানৰ অধীনে হাটবড়ত আছিল। এদিন বাঙ্গলী গড়ৰ পৰা কেতবিলাক মান আহি কাপ্তান সাহাবক সসৈন্যে আক্ৰমণ কৰিছিল। কিন্তু মানে কৃতকাৰ্য্য হব নোৱাৰিলে। কিয়নো অশ্বাৰোহী সেনাই প্ৰায় সমুদায় মানকে কাটিলে। কেতবিলাক মান কলঙ্গ পাৰ হওঁতে পানীত পড়ি মৰিল। এইবাৰ পৰাস্ত হোৱাৰ পৰা মান উজাই ম'ৰা মুখলৈ গ'ল। তাত সিহঁতৰ বিস্তৰ সেনা নাছিল। বাৰম্বাৰ মানৰ এইৰূপ দুৰ্গতি দেখি আৰু সন্মুখ ৰণত সিহঁতৰ সাহ নেদেখি আমাৰ দেশীয় মানুহেও সিহঁতক পীড়া কৰিবলৈ ধৰিলে। কোম্পানীৰ সেনাৰ প্ৰতি আমাৰ মানুহৰ বড় বিশ্বাস হ'ল। আৰু খোৱা বস্তু ইত্যাদি যিমান পাৰিলে তিমান সাহায্য কৰিলে। কাপ্তান্ ওৱেল্স্ সাহাবে উত্তৰ পাৰে গই মানৰ কোঠ ভাঙ্গি দিয়াত মান উজাই উজনিলৈ গ'ল। সিপাৰে মানৰ বড় আধিপত্য নাছিল। মে মাহত ব্ৰিগাডিয়েৰ মেকমৰিন্ সাহাব মৃত্যু হলত কৰ্ণেল ৰিচাৰ্ডস্ সাহাব সেনাপতি হয়। সন্মুখত বৰ্ষাকাল। খাদ্য সামগ্ৰীৰ দুৰ্লভ হোৱাত কৰ্ণেল সাহাব ভটীয়াই গুৱাহাটীলৈ গ'ল। ইস্কাট সাহাব গুৱাহাটীলৈ গই অসমীয়া ভাগি যোৱা লোকসকলক দেশলৈ ঘূৰি আহিবলৈ অনুৰোধ কৰিলে। অনেক লোকে কোম্পানীৰ সেনা কৰ্ত্তৃক মানৰ পৰাস্ত হোৱা বাৰ্ত্তা পাই উজাই আহিল। অসম দেশত যে কোম্পানীৰ অধিকাৰ হ'ল এই কথা সেই ১৮২৪ সনৰ মে মাহত প্ৰকাশ কৰিলে। ই বৎসৰৰ যুদ্ধ যাত্ৰাৰ ফল এই হ'ল যে কলিয়াবৰলৈকে মানৰ আধিপত্য গুছি কোম্পানীৰ অধিকাৰ হ'ল।

মানে ম'ৰামুখৰ পৰা ভটীয়াই আহি কলিয়াবৰ, নগাঁও, ৰহা প্ৰভৃতি ঠাই আকৌ ললেহি। আৰু কেতবিলাক মান জয়ন্তালৈ গই সি দেশত ৰাজ্য আক্ৰমণৰ উদ্যোগ কৰিলে। সিহঁতে এই কথা নিশ্চয় জানিছিল যে ই দেশৰ পৰা সিহঁতে যাব লাগিব, সেই দেখি গ্ৰাম নগৰ ইত্যাদি লুৰি কেবল ধন লবলৈহে যত্ন কৰিছিল। সিহঁতে কৰ বুলিও অনেক ধন ললে। কৰ্ণেল ৰিচাৰ্ডস্ সাহাবে এই কথা শুনি এই দৌৰাত্ম্য নিবাৰিবলৈ কিছুমান সৈন্য পঠাই দি আপুনি ব্ৰহ্মপুত্ৰেৰে

উজাই গ'ল। এওঁৰ লগত সকলোৰে সইতে সুশিক্ষিত তিনি হেজাৰ-মান সেনা মাত্র আছিল। কোম্পানীৰ ফৌজ অহা বাৰ্ত্তা পাই আমাৰ মানুহে মানক আক্ৰমিব ধৰিলে। সিহঁতে ই ঠাই এড়ি উজনিলৈ যোৱাটোকে ঠাৱৰাই যাবৰ সময়ত নগাঁওৰ কাখৰি গাঁওত অনেক অস্ত্ৰধাৰী আৰু আন মানুহ ঘৰৰ ভিতৰত হাত ভৰি বান্ধি সুমাই জুই লগাই পুৰি মাৰিলে। সকলো ঠাইৰ পৰা মান গই যোৰহাটতে জুম বান্ধিলে গই। সিহঁত অত্যাচাৰী, অশিক্ষিত ও অদূৰদৰ্শী মানুহ। শাৰীৰিক বলেৰে যি পাৰে তাকেই মাত্ৰ কৰে। ইমান দিন তাতে অন্যায় কাৰ্য্য কৰি প্ৰবৰ্ত্তি আছিল। বিশেষ বিনাশৰ কালত লোকৰ বিপৰীত বুদ্ধি হয়। চাৰিও ফালৰ পৰা সিহঁতৰ পৰাজয় হোৱাত ইজনে সিজনক আৰু সিজনে ইজনক দোষ দিবলৈ ধৰিলে। তাতে থাকি সিহঁতৰ মাঝতে পৰস্পৰ বিৰোধ উপস্থিত হ'ল। এই দেশৰ মানৰ সৈন্যাধ্যক্ষ বুঢ়া ৰজাক শ্যাম ফুকনৰ অধীনস্থ কেতবিলাক মানে বধ কৰিলে। কোম্পানীৰ সৈন্য যেতিয়া উজাই যোৱা বাৰ্ত্তা পালে মানে নিৰুৎসাহ হই যোৰহাট এড়ি ৰঙ্গপুৰলৈ গ'ল। এবং যোৰহাটৰ কোঠত জুই লগালে।

কৰ্ণেল ৰিচাৰ্ডস্ গই ১৮২৫ সনৰ ২৫ জানুৱাৰীত গৌৰী সাগৰত ছাউনী কৰিলে। ২৭ জানুৱাৰীৰ দিনা পুৱা কেতবিলাক মান, কোম্পানীৰ আগবাঢ়ি থকা সৈন্যে সইতে ৰণ কৰে। সেই ৰণত অনেক মান মৰা পড়িল। ২৯ জানুৱাৰীৰ দিনা কৰ্ণেল সাহাবে ৰঙ্গপুৰলৈ কিছুমান সেনা পঠালে। মানে সইতে ৰঙ্গপুৰৰ ওচৰতে যুদ্ধ হোৱাত মানে একেবাৰে পৰাস্ত হ'ল আৰু সিহঁতৰ দল ছিন্ন ভিন্ন হ'ল। ৰঙ্গপুৰৰ কোঠতো সেনাপতিসকলৰ দুই ভিন্ন ভিন্ন মত হ'ল শ্যাম ফুকন ও বগলী বা নিবাৰু ফুকনৰ সন্ধি কৰিব মত হ'ল, কিন্তু আনবিলাকৰ মত হ'ল যে ৰণ কৰে। প্ৰধান প্ৰধান ফুকন দুজনাৰ মত ব'লী হ'ল। তেওঁবিলাকে সন্ধি কৰিবৰ মনস্থেৰে কৰ্ণেল সাহাবলৈ কটকী পঠালে। কৰ্ণেল সাহাবে ভাবিলে যে এই সুযোগ আশ্ৰয় কৰা অতীত কৰ্ত্তব্য কিয়নো সি বছৰতে মানক দেশৰ পৰা খেদাব নোৱাৰিলে কিজানি দেশৰ অবস্থাক লই মূল অভিপ্ৰায় সিদ্ধি নহয়। বিশেষ খাদ্য সামগ্ৰীৰো নাটনি হ'ব পাৰে। এই ভাবি

এনে স্থিৰ কৰিলে যে মানে আৰু দেশত একো উপদ্ৰৱ নকৰে। যিবিলাকে ব্ৰহ্মা দেশলৈ যাব খোজে সিবিলাক যাব পাৰিব। এবং যিবিলাকে থাকিব খোজে সিবিলাকে নিৰুপদ্ৰবে ইয়াতে থাকিব পাৰিব আৰু সেইসকলৰ বিষয়ে গবৰ্ণৰ জেনেৰেলৰ এজেণ্টৰ শেষ আজ্ঞা প্ৰচাৰ কৰিব। পিছে পিছে ফেব্ৰুয়াৰীত শ্যাম ফুকন আৰু বগলী ফুকনৰ পৰা সেই নিয়মেৰে একবাৰ লোৱা হয়। আৰু তেওঁ-বিলাকে ৭০০ মানে সইতে কৰ্ণেল সাহাবৰ হাতত আপুনি সমৰ্পিত হয়। প্ৰায় দুহেজাৰ মানৰ সেনা ও নহেজাৰ স্ত্ৰীপুৰুষ ব্ৰহ্মাদেশলৈ উলটি যায়। তাৰে কেতবিলাক আকৌ যাব নোৱাৰি এই দেশৰে পৰ্ব্বতৰ দাঁতি ফালে থাকিল। এনে প্ৰবাদ আছে বোলে মানে ই দেশৰ পৰা ত্ৰিশ হাজাৰ মানুহ লই যাব ধৰিছিল। কিন্তু কোম্পানীৰ ফৌজ আগবঢ়াত সেইটো কৰিব নোৱাৰিলে, তথাপি মুনিহে তিৰোতাই চাৰি পাঁচ হাজাৰমান মানুহ লই গ'ল। এই দেশ এড়ি একেবাৰে মান নগ'ল। চিংফৌহঁতেও আমাৰ দুৰবস্থা দেখি পীড়িবলৈ ধৰিলে। সিহঁতে সইতে মিলি, মানে অসম দেশ আকৌ আক্ৰমণৰ যত্ন কৰিলে। কিন্তু সিহঁতৰ সি উদ্যোগ একেবাৰে নিস্ফল হ'ল। কিয়নো কোম্পানীৰ ফৌজে সময়ে সময়ে দাঁতিৰ ফালে গই সিহঁতৰ উদ্যোগ ভঙ্গ কৰিছিল। পৰিশেষত সিহঁতে ই দেশ যে কেতিয়াবা লব পাৰিব এই আশা পৰিত্যাগ কৰি একেবাৰে ব্ৰহ্মাদেশলৈ গ'ল। ইস্কাট সাহাবে এই দেশৰ পৰা ভাগি যোৱা মানুহবিলাকক পাৰিলে মানে ইয়ালৈ অনাই পূৰ্ব্বৰ দৰে কৰ্ম্ম কৰিবলৈ দিলে। উজনিৰে পৰা কৰ্ণেল সাহাবৰ জয় বাৰ্ত্তা পাই ইস্কাট সাহাব উজাই গ'ল। শ্যাম আৰু বগলী ফুকন আৰু যোগেশ্বৰ ও চন্দ্ৰকান্ত ৰজাক উজনিত থকা অযুক্তি জানি কেইওজনাক ভটীয়াই পঠালে। যোগেশ্বৰ ৰজা যোগীঘোপালৈ গই ১৭৪৭ শকত মৃত্যু হয়। কিছুদিনৰ মূৰত কোম্পানীৰ পৰা ই কেইজনাক বৃত্তি দি দেশতে ৰাখিলে।

অত্যাচাৰী মানৰ হাতৰ পৰা দেশ লোৱাৰ পাছত দেশৰ কাম কাজ সকলো পূৰ্ব্বৰ দৰেই দেশীয় লোকৰ দ্বাৰাই হইছিল। পাছে ১৮.৬ সনৰ

২৪ ফেব্ৰুয়াৰীত ব্ৰহ্মাদেশে সইতে ইয়াণ্ডাবুত কোম্পানীৰ সন্ধি হয়। সেই অনুসাৰে আৰাকান, মটীবান, টেনাসৰীম, আৰু অসম এই কেইখান দেশ ব্ৰহ্মাৰজাই কোম্পানীক স্বত্ব ত্যাগ কৰি দিয়ে। সি সন্ধি পত্ৰ অনুসাৰেই ব্ৰিটিশ গবৰ্ণমেণ্টে এই দেশ অধিকাৰ কৰিছে। কিয়নো যেতিয়া এই দেশলৈ কোম্পানীৰ সেনা আহে তেতিয়া ই দেশৰ অধিকাৰী মানেই আছিল।

ইস্কাট সাহাব যে অকল এই দেশৰ পক্ষে গবৰ্ণৰ জেনেৰেলৰ এজেণ্ট আৰু কমিশ্যনৰ আছিল এনে নহয়, তেওঁৰ অধীনত মণিপুৰ ও কাছাৰ আছিল। তেওঁ কোঁচবেহাৰৰ আৰু ৰঙ্গপুৰৰ উত্তৰ পূৰ্ব্ব প্ৰদেশৰ কমিশ্যনৰ এবং শ্ৰীহট্টৰ জজ আছিল। এই নিমিত্তে তেওঁৰ পক্ষে সকলো কাৰ্য্য সুবিধাৰে কৰা বড় কষ্টদায়ক আছিল। দেশীয় পঞ্চায়তৰ দ্বাৰা বিচাৰ কাৰ্য্য হইছিল। ইস্কাট সাহাবে সিসকলৰ ওপৰত দৃষ্টি আৰু উচিত হ'লে সংশোধন কৰিছিল। অপৰাধ কৰিলে পূৰ্ব্বৰ দৰে চক্ষুকুংপাটন প্ৰভৃতি গুৰুদণ্ডৰ পৰিবৰ্ত্তে অৰ্থদণ্ড আৰু ফাটকত বন্দী কৰিছিল। গবৰ্ণৰ জেনেৰেলৰ এজেণ্টেই প্ৰাণদণ্ড পৰ্য্যন্ত কৰিব পাৰিছিল। পাছে এই দেশৰ কাৰ্য্য ভালকৈ চলাবলৈ এই দেশক উজনি আৰু নামনি বা জুনিয়ৰ আৰু সিনিয়ৰ খণ্ডত বিভাগ কৰা হ'ল। ইয়াৰ সীমা দক্ষিণ পাৰে ধনশিৰী নদী, আৰু উত্তৰ পাৰে ভৰলু নদী হ'ল। উজনি খণ্ডত কৰ্ণেল ৰিচাৰ্ডস্ সাহাব আৰু নামনি খণ্ডত ইস্কাট সাহাব কমিশ্যনৰ হ'ল। কিন্তু ইস্কাট সাহাব সকলোৰে প্ৰধান গৰাকী আছিল। গুৱাহাটী নগৰ সুবিস্তৃত আৰু পূৰ্ব্বে ইয়াত এজনা বড় ফুকন থকাৰ নিমিত্তে নগৰ আছিল। এই কাৰণে সেই নগৰকে অসম দেশৰ ৰাজধানী কৰা হ'ল। কমিশ্যনৰ সাহাব ইয়াতে আবাস কৰিবৰ নিমিত্তে স্থিৰ কৰিলে। উজনি খণ্ডৰ কৰ্ণেল ৰিচাৰ্ডস্ সাহাব ১৮২৫ সনৰ ৩১ অক্টোবৰত ভটীয়াই গ'ল আৰু তেওঁৰ সলনি কৰ্ণেল কুপৰ সাহাব নিযুক্ত হ'ল। কুপৰ সাহাব ভটীয়াই গ'লত কাপ্তান নিউবিল সাহাব উজনি খণ্ডত সেনাপতি আৰু প্ৰধান কাৰ্য্যকাৰক হ'ল। ইস্কাট সাহাবৰ ইমান কৰ্ম্মৰ ভাব আছিল যে তেওঁ অকলে নামনি খণ্ডৰ কাৰ্য্য ভালকৈ চলাবলৈ নোৱাৰিলে। গাড়ো পৰ্ব্বত,

খাশীয়া পৰ্ব্বত, ৰঙ্গপুৰ, কোঁচবিহাৰ, শ্ৰীহট্ট প্ৰভৃতি ঠাইত ফুৰি সেই সেই ঠাইৰ কাৰ্য্য কৰি থাকোঁতেই তেওঁৰ সময় গইছিল। বিশেষ এতিয়াৰ দৰে ডাকৰ বা গমনাগমনৰ সুপ্ৰণালী তেতিয়া নাছিল। দেশৰ বিচাৰ কাৰ্য্য দেশীয় পঞ্চায়তৰ হাতত সমৰ্পিত আছিল, এই নিমিত্তে গবৰ্ণমেণ্টলৈ আবেদন কৰাত নামনি খণ্ডত কাপ্তান্ এডাম হোয়াইট্ সাহাব ইস্কাট সাহাবৰ সাহায্যকাৰী নিযুক্ত হ'ল। প্ৰথমে এই দেশত পূৰ্ব্বৰ দৰে খেল অনুসাৰে পিয়ল কৰা হ'ল। আৰু দেশীয় বিষয়াবিলাকে লিক্চৌ পাইক আৰু মাটি পাইছিল।* ব্ৰহ্মাদেশৰ পৰা কাছাৰ আক্ৰমণ হোৱাৰ পাছত ১৮২৬ সনত কাছাৰৰ ৰজাৰে এক সন্ধি পত্ৰ হয় তাৰ দ্বাৰা তাৰ ৰজা কাছাৰৰ সিংহাসনত বহে কিন্তু সেই ৰজা ১৮৩০ সনত অপুত্ৰক হই মৰণ হোৱাত সেই সন্ধি পত্ৰ অনুসাৰে গবৰ্ণমেণ্টে কাছাৰ ৰাজ্য পায়। এবং তাৰ শাসনৰ ভাৰ ইস্কাট চাহাবৰ ওপৰত সমৰ্পিত হ'ল। ইস্কাট সাহাবে দেশৰ হিতকৰ অনেক উপায় কৰিবলৈ গবৰ্ণমেণ্টলৈ লিখিছিল। বেটী বন্দীৰ সংখ্যা কৰা আৰু কোনে কি ৰূপে তাৰ স্বামী হ'ল তাৰ নিৰাকৰণ কৰা, সমুদায় দেশ পিয়ল কৰি চাহ হোৱা আৰু নোহোৱা মাটিৰ নিৰ্ণয় কৰা আৰু মৌজা ভাগ কৰা, নিষ্কৰ ভূমিৰ অনুসন্ধান আৰু নিৰ্ণয় কৰা এবং উজনি খণ্ড দেশীয় ৰজাক লালবন্দী লই সমৰ্পণ কৰা প্ৰভৃতি অনেক বিষয় প্ৰস্তাব কৰিছিল। কিন্তু সেই সকলোৰে ফল তেওঁ দেখিবলৈ নাপালে।

গাড়ো পৰ্ব্বতৰে আৰু তাৰ সমীপবৰ্ত্তী জমীদাৰবিলাকৰ পৰগণাৰ সীমা ইস্কাট সাহাবেই কৰে। আৰু গাড়োবিলাকক বৰাই অনেক খেলক গবৰ্ণমেণ্টৰ অধীনলৈ আনিলে। এতিয়া গাড়োহিলস্ জিলাৰ প্ৰধান নগৰ তুৰা পৰ্ব্বতত ইস্কাট সাহাবৰ ঘৰ আৰু ফুলৰ বাড়ী আছিল। এই গাড়োবিলাকক দমন কৰোঁতে কেইবাবাৰো যুদ্ধ যাত্ৰা কৰিবলগীয়া হইছিল। খাশীয়া পৰ্ব্বতলৈকো ইস্কাট সাহাব গই সি পৰ্ব্বতৰ অধিকভাগ অধিকাৰ

---

* এই বন্দোবস্তত গুৱাহাটীৰ হলিৰাম ঢেকিয়াল ফুকনে ইস্কাট সাহাবক সাহায্য কৰিছিল। নগাঁওত হলে "ঢেকিয়াল ফুকনৰ বন্দোবস্তই" মূল "বন্দোবস্ত"। ইয়াকে খেলোৱাৰি বন্দোবস্ত বোলে।

কৰিলে।* এবাৰ তেওঁ প্ৰাণ সঙ্কটৰূপে আক্ৰান্ত হইছিল। ভোট, অকা, প্ৰভৃতি আন আন পৰ্ব্বতীয়া জাতিবিলাকেৰেও ইস্কাট সাহাবে মিত্ৰভাব সংস্থাপন কৰিলে। পাছে ১৮৩১ সনৰ আগষ্ট মাহত ইস্কাট সাহাব চিৰা-পুঞ্জীত মৃত্যু হ'ল। অতিৰিক্ত পৰিশ্ৰম কৰা আৰু আৰাম কৰিবলৈ সময় নোপোৱাৰ নিমিত্তেই ৰোগাক্ৰান্ত হই সাহাব মৃত্যু হ'ল। এইজনা সাহাব বহুদৰ্শী, দৃঢ়স্বভাব বিশিষ্ট, দয়ালু আৰু প্ৰশস্তমনা আছিল। এওঁৰ মৰণৰ বাৰ্ত্তাত কি দেশীয়, কি পৰ্ব্বতীয় সকলো লোকে বড় শোক কৰিলে। অধিক কি অনেকেই আপোনাৰ পৰিবাৰৰ মৃত্যুত যেনেকৈ, তেনেকৈ কান্দিলে। এই পৰ্য্যন্ত ইস্কাট সাহাবৰ নাম অতি সম্ভ্ৰমেৰে লোকে কই থাকে তেওঁৰ কবৰ চিৰাপুঞ্জীত এতিয়াও আছে। সেইজনা সাহাবক এতিয়াও লোকে "আমাৰ ইস্কাট সাহাব" বুলি কয়। মানৰ হাতৰ পৰা দেশ উদ্ধাৰ কৰি সুশাসনৰ বাটলৈ অনাৰ হেতুকেই তেওঁৰ ইমান সুখ্যাতিৰ মূল। ইস্কাট সাহাবৰ কৰ্ম্মত মেং টি, সি, ৰবেটসন্ সাহাব কমিশ্যনৰ হই এই দেশলৈ আহে। কাছাৰ আৰু শ্ৰীহট্টৰ যি কৰ্ত্তৃত্ব আমাৰ কমিশ্যনৰৰ গাত আছিল, তাক গুছোৱা হ'ল। আৰু তাৰ দ্বাৰা কমিশ্যনৰৰ আকৌ এই দেশৰ বিষয়ে চিন্তা কৰিবলৈ সময় হ'ল। সাহায্যকাৰী বিচাৰক নাথাকিলে যে কাৰ্য্য সুন্দৰৰূপে নহয় এইটি কথা তেওঁ সুন্দৰকৈ গবৰ্ণমেণ্টত জনোৱাত কেজনমান আশিষ্টাণ্ট নিযুক্ত হ'ল। তাৰ দ্বাৰা দেশৰ সুশাসনৰ উপায় মুকলি হ'ল। উজনি খণ্ড দেশীয় ৰজা পুৰন্দৰ সিংহে সইতে এইৰূপে নিয়ম কৰি দিয়া গ'ল যে তেওঁ ব্ৰিটিশ গবৰ্ণমেণ্টক ৫০,০০০ টাকা বাৰ্ষিক কৰ দিব। সদীয়া আৰু মটক প্ৰদেশ সেই পৰ্য্যন্ত ভালকৈ দৃঢ় শাসনৰ তললৈ অহা নাছিল সেই কাৰণে সি প্ৰদেশ ৰজাক দিয়া নহ'ল। বিশ্বনাথত এজনা পলিটিকেল এজেণ্ট থাকিল। তেওঁক দেশৰ শুভাশুভ দৃষ্টি কৰিবলৈ নিয়োজন কৰা হইছিল। যদিচ উজনি খণ্ড এইৰূপে দেশীয় ৰজাক দিলে তথাপি নামনি খণ্ডও সুবিস্তৃত হোৱাৰ নিমিত্তে কাৰ্য্য সুশৃঙ্খলা নহইছিল। নগাঁও আৰু দৰঙ্গতো কামৰূপৰ দৰে পঞ্চায়ত বিচাৰক

* সেই সাহাবেই চিৰাপুঞ্জী নগৰৰ সংস্থাপক।

আছিল আৰু তাৰ ৰাজস্ব তহসীলদাৰৰ দ্বাৰা লোৱা হইছিল। এইসকলৰ নিমিত্তে বিশেষ অসুবিধা হোৱা দেখি কমিশ্যনৰ সাহাবে গবৰ্ণমেণ্টৰ আজ্ঞাৰে ১৮৩২।৩৩ সনত কামৰূপ দৰঙ্গ আৰু নগাঁও এই তিনি জিলা বিভাগ কৰি একোজনা ইউৰোপীয়া কালেক্টৰ আৰু মাজিষ্ট্ৰেট ক্ষমতাৰে প্ৰধান এশিষ্টাণ্ট কমিশ্যনৰ নিযুক্ত কৰিলে। পাছত সিসকলৰ অধীনে দেশীয় আৰু ইউৰোপীয় বিচাৰক নিযুক্ত কৰিলে। দেশৰ কাৰ্য্যৰ পক্ষে কোনো নিয়ম নথকাত কমিশ্যনৰ সাহাবে কেতবিলাক নিয়ম কৰি দিলে। কমিশ্যনৰৰ ইসকল কাৰ্য্যত কলিকাতাৰ গবৰ্ণৰ জেনেৰেল, সুবিখ্যাত আৰু দেশহিতৈষী লৰ্ড উইলিয়ম বেণ্টিঙ্ক সাহাবে সদাই অনুমোদন কৰিছিল।

ৰবেৰ্টসন সাহাব ১৮৩৪ সনৰ আৰম্ভতে বদলি হই যায়। তেওঁৰ কাৰ্য্যত কাপ্তান জেন্‌কিন্‌স্ সাহাব ১৮৩৪ সনৰ ২৩ জানুৱাৰীত কমিশ্যনৰ নিযুক্ত হয়। লৰ্ড বেণ্টিঙ্ক সাহাবে জেন্‌কিন্‌স্ সাহাবৰ বিচক্ষণতা আৰু যোগ্যতা জানি এওঁক এই নতুন দেশৰ কমিশ্যনৰ পদত নিযুক্ত কৰিলে। তেওঁ ইয়াৰ পূৰ্ব্বে অৰ্থাৎ ১৮৩৪ সনত ই দেশত উৎপন্ন ইত্যাদিৰ বিষয়ে অনুসন্ধান কৰিবলৈ এই অঞ্চললৈ আহিছিল কিন্তু তেওঁ দেশৰ কাৰ্য্য কৰা নাছিল। তেওঁতকৈ অনেক দিন কাৰ্য্য কৰি থকা কেইবাজনো সাহাব দেশত আছিল। গবৰ্ণৰ জেনেৰেলৰ এনে বিশ্বাস আছিল যে এওঁৰ দ্বাৰা দেশৰ যেনে সুশাসন হব তেনে কাৰো দ্বাৰা নহব। জেন্‌কিন্‌স্ সাহাব কমিশ্যনৰ নিযুক্ত হই নামনি খণ্ডৰ জিলাবিলাকক পৰগণা আৰু মৌজা এইৰূপে বিভাগ কৰিলে। ইয়াৰে দেশৰ উন্নতিৰ বড় উপায় হ'ল। এই দেশৰ যিবিলাক লোকে নিষ্কৰ ভূমি ভোগ কৰিছিল, সিসকলৰ স্বত্বৰ বিষয় অনুসন্ধান এইজনাই কৰিবলৈ ধৰিলে।

ব্ৰিটিশ গবৰ্ণমেণ্ট এই দেশ মানৰ পৰা পাইছে মানহঁতে ই দেশৰ সকলো প্ৰকাৰ লোকৰ পৰা কৰ গ্ৰহণ কৰিছিল। সেইকাৰণে গবৰ্ণমেণ্টেও ইয়াৰ নিষ্কৰ বুলি ভোগ কৰা মাটিবিলাক অৰ্দ্ধ কৰত বন্দোবস্ত কৰি দিবৰ স্থিৰ কৰিলে। ইয়াৰ নিৰাকৰণ প্ৰায় ১৮৫০ সনত হে শেষ হয়। যাবতীয় লাখেৰাজ বা নিষ্কৰ স্বত্বৰ সিদ্ধান্ত পত্ৰত এনে লিখা আছে যে সদৰৰ

পৰা শেষ আজ্ঞা নহালৈকে অৰ্দ্ধ কৰত ভূমি বন্দোবস্ত কৰা হ'ল। দেশীয় পঞ্চায়তৰ সাহায্য ইয়াত গ্ৰহণ কৰা হইছিল।

এই দেশ পূৰ্ব্বে একেবাৰে ভাৰতবৰ্ষীয় গবৰ্ণমেণ্টৰ অধীন আছিল। কমিশ্যনৰ সাহাব দেশাধিপতি আৰু অতি উচ্চ বিচাৰক আছিল। ১৮৩৫ সনৰ ২ আইন অনুসাৰে এই দেশ সদৰ বোৰ্ড ৰেৱনিউ আৰু সদৰ আদালতৰ অধীন কৰা হ'ল। লৰ্ড উইলিয়ম্ বেণ্টিঙ্ক গবৰ্ণৰ জেনেৰেলৰ দেশীয় বিচাৰক নিয়োজনৰ নিয়ম অনুসাৰে ই দেশতো মুন্‌সেফ সদৰামীন পতা হ'ল। ইংৰাজী ১৮২৬ সনত জয়ন্তাৰ ৰজাই সইতে গবৰ্ণমেণ্ট এক সন্ধি পত্ৰ কৰে, তাৰ পৰা ৰজাই কোম্পানীৰ অধীনে দেশ শাসন কৰে। কিন্তু ১৮৩৫ সনত সি ৰজাক মাসিক ৫০০ টাকা পেন্‌শ্যন্ দিয়া হল আৰু জয়ন্তা প্ৰদেশ গবৰ্ণমেণ্টৰ নিজ অধিকাৰলৈ আনিলে। এইবিলাক ঘটনা দ্বাৰা স্পষ্ট বোধ হয় যে প্ৰায় একে সময়তে ই দেশ আৰু তাৰ সমীপবৰ্ত্তী দেশবিলাকৰ পূৰ্ব্বৰ ৰজা ৰাজ্য ভ্ৰষ্ট হয়। এই সনত গুৱাহাটী ৰাজধানীত এটি ইংৰাজী বিদ্যালয় দেশীয় ও ইউৰোপীয় ভদ্ৰলোকসকল আৰু গবৰ্ণমেণ্টৰ সাহায্যত সংস্থাপিত হয়। দেশৰ স্থানে স্থানে পাঠশালাও পতা হয়। ১৮৩৬ সনলৈকে দেশীয় আদালতবিলাকত দেশীয় ভাষাৰে কাৰ্য্য কৰ্ম্ম হইছিল কিন্তু পাছে ই দেশৰ ভাষা যে বাঙ্গালা ভাষা এনেটো ঠাৱৰ হোৱাত পাঠশালা আৰু বিচাৰালয়ত বাঙ্গালা ভাষা চলিবৰ নিয়ম হ'ল। এই দেশৰ বিচাৰ প্ৰণালীৰ নিমিত্তে কোনো আইন বা নিয়ম নথকাত ৰবৰ্টসন্ কমিশ্যনৰ সাহাবৰ দ্বাৰা অনুমোদিত এক নিয়মাবলী সদৰ আদালতৰ দ্বাৰা নিৰ্দ্ধাৰিত হোৱাত সেই নিয়মাবলী ১৮৩৭ সনত প্ৰচাৰিত হ'ল। ইয়াক "আসাম কায়দাবন্দী" বোলে। সেই অনুসাৰে প্ৰায় ১৮৬০ সনলৈকে ই দেশৰ বিচাৰ হইছিল। ১৮৩৮ সনত দেখা গ'ল যে পুৰন্দৰ সিংহ ৰজাই নিৰ্দ্ধাৰিত লালবন্দী দিবলৈ অক্ষম পাছে তেওঁৰ কাৰ্য্য প্ৰণালী আৰু দেশৰ অবস্থা অনুসন্ধান কৰাত ইয়াকেহে নিশ্চয়ৰূপে জনা গ'ল যে ৰজাদেৱে ৰাজ্য প্ৰতিপালন কৰিবৰ অসমৰ্থ। তেওঁৰ অধীনৰ কৰ্ম্মচাৰী আৰু তেওঁ প্ৰজাৰ সুখ দুঃখলৈ দৃষ্টি নাৰাখি কেবল অৰ্থ উপাৰ্জ্জনৰ প্ৰতিহে দৃষ্টি ৰাখিছিল। বিশেষ দেশৰ অনেক লোকৰ

প্ৰতি অত্যাচাৰ কৰাও প্ৰমাণ হোৱাত পুৰন্দৰ সিংহ ৰজাৰ হাতৰ পৰা উজনি খণ্ড কমিশ্যনৰ সাহাবৰ অধীনলৈ অনা হয় আৰু তাত শিবসাগৰ এবং লক্ষীপুৰ ই দুই জিলা সংস্থাপিত হ'ল।

চন্দ্ৰকান্ত সিংহ স্বৰ্গদেৱে মাসিক ৫০০ টাকা পেন্‌শ্যন্ পাই গুৱাহাটীতে আছিল। এই বছৰতে তেওঁ স্বৰ্গী হয়। এইজনা ৰজা অতি কোমল বয়সতে ৰাজ্য পোৱাৰ নিমিত্তে শাৰীৰিক অনিয়মৰ গতিকে মানসিক বড় দুৰ্ব্বল আছিল। এওঁৰ সাহস নীচেই নাছিল। আৰু লোকৰ গুণাগুণ ভালকৈ নাজানিছিল। এওঁৰ চকুলাজ বড় আছিল। এবং দমন শক্তি অতি কম। এই হেতুকেই দেশত বড় উপদ্ৰৱ হই পৰিশেষত ৰাজ্যচ্যুত হয়।

পুৰন্দৰ সিংহ স্বৰ্গদেৱ দৃঢ়প্ৰতিজ্ঞ আৰু অৰ্থলোভী আছিল কিয়নো এওঁ সৰু কালত বিদেশত থকাত অনেক কষ্ট সহ্য কৰিছিল। পুৰন্দৰ সিংহ স্বৰ্গদেৱে ৰাজ্য ভ্ৰষ্ট হই যোৰহাট নগৰতে থাকিল। পেন্‌শ্যন্ গ্ৰহণ নকৰিলে চন্দ্ৰকান্ত সিংহ স্বৰ্গদেৱৰ পুত্ৰ পৰিবাৰে গবৰ্ণমেণ্টৰ পৰা পেন্‌শ্যনকে লই প্ৰতিপালিত হই থাকিল।

এই সনৰ পৰাই প্ৰকৃত প্ৰস্তাবে চুকাফা ৰজাৰ বংশৰ হাতৰ পৰা অসম দেশ একেবাৰে অন্যৰ হস্তগত হয় কিয়নো মানৰ ৰাজ্যাধিকাৰতো লোক দৰ্শকৰূপে এজনা ৰজা আছিল। চুকাফা ৰজা সৌমাৰ দেশলৈ অহাৰ পৰা এই পৰ্য্যন্তে ৬১০ বৎসৰ তেওঁৰ সন্তানসকলে ই দেশ শাসন কৰিছিল। চুকাফা ৰজাই প্ৰথমে এই দেশৰ সৌমাৰ অৰ্থাৎ উজনি খণ্ড অধিকাৰ কৰে আৰু পুৰন্দৰ ৰজাই সি সৌমাৰৰ পৰা ৰাজ্যভ্ৰষ্ট হয়।

ক্ৰুস্ সাহাবে চাহ আবিষ্কাৰ কৰাৰ পাছত গবৰ্ণমেণ্টৰ পৰা উজনিৰ কেইবা ঠাইতো চাহ বাড়ী পতা হয়। ক্ৰমে ইয়াৰ কৃষিৰ বড় উন্নতি হ'ব ধৰিলে। কমিশ্যনৰ সাহাবৰ হাতত দেশৰ বিচাৰ আৰু শাসন সকলোৰে ভাৰ হোৱাত তেওঁ সুবিধা লগাই কৰ্ম্ম চলাব নোৱাৰাত ১৮২৯ সনত তেওঁৰ সাহায্যকাৰী এজনা কমিশ্যনৰ নিযুক্ত হ'ল। এওঁক তেতিয়া ডেপুটি কমিশ্যনৰ আৰু এতিয়া জুডিশিয়েল কমিশ্যনৰ বা জজ বোলে। এইজনা বিচাৰক নিযুক্ত হবৰ পৰা কমিশ্যনৰ সাহাব দেওৱানী

আৰু ফৌজদাৰী কাৰ্য্যৰ পৰা অপসৃত হ'ল। কমিশ্যনৰ সাহাবে দেশৰ উন্নতিৰ প্ৰতি বড় যত্ন আৰু মনোযোগ কৰিছিল। তেওঁ বিদ্যা শিক্ষাৰ প্ৰতি বড়কৈ উৎসাহ দিছিল। নিজ ব্যয়েৰে অনেক ছাত্ৰক বিদ্যাশিক্ষা কৰোৱাইছিল। অসম দেশৰ সমীপৰ পৰ্ব্বতবিলাকত নগা, খামতী, চিংফৌ মিসমী, গাড়ো, খাশীয়া প্ৰভৃতি যিবিলাক পৰ্ব্বতীয়া জাতি বাস কৰে, সিবিলাকে সময়ে সময়ে প্ৰজাৰ প্ৰতি উপদ্ৰৱ কৰি থকাত সময়ে সময়ে সিবিলাকৰ অত্যাচাৰ নিবাৰণ কৰা হইছিল আৰু যুদ্ধ যাত্ৰাও মাঝে মাঝে হইছিল। পৰিশেষত সিবিলাকে সইতে আমাৰ সীমা একেবাৰে পিয়লৰ দ্বাৰা নিৰ্দ্ধাৰ্য্য কৰা হ'ল। ১৮৩৮ সনত খ্ৰীষ্টিয়ান্ ধৰ্ম্ম প্ৰচাৰ কৰিবলৈ ই দেশত আমেৰিকান ব্যাপ্‌টিষ্ট মিশ্যনৰি সংপ্ৰদায় দ্বাৰা মিশ্যন সংস্থাপিত হয়। প্ৰথমে জয়পুৰত সেই মিশ্যনৰ প্ৰধান স্থান নিৰূপিত হয়। পিছে শিবসাগৰলৈ আহে। সেই মিশ্যনৰ পৰা ১৮৪৬ সনত অৰুণোদয় নামে এখন মাসিক সংবাদ পত্ৰ অসমীয়া ভাষাত প্ৰচাৰিত হই চলি আছে। ইয়াৰ দ্বাৰা দেশৰ শিক্ষাৰ প্ৰতি বিশেষ সাহায্য হইছে।* ইংৰাজী ১৮৪৩ সনত এটি আইন গবৰ্ণৰ জেনেৰেল কৰ্ত্তৃক সংস্থাপিত হয়। সি আইন অনুসাৰে কোনো মানুহে কাৰো প্ৰতি গোলাম বুলি সাধাৰণতকৈ অধিত স্বত্ব পাব নোৱাৰে। ই আইন প্ৰকাশিত হবৰ পাছত এই দেশত যিসকল লোকৰ গোলাম আছিল তাৰ প্ৰায় অধিকাংশেই মুক্তি লাভ কৰিলে। দেশীয় লোকসকলে ইয়াৰ দ্বাৰা বড় উপদ্ৰৱ হোৱা হেন অনুমান কৰিছিল আৰু এতিয়াও কৰে। কিন্তু ইয়াৰে দেশৰ উন্নতিৰ এটি সুন্দৰ উপায় হ'ল। এই বছৰতে "আসাম কোম্পানী" নামে প্ৰসিদ্ধ চাহৰ কোম্পানী সংস্থাপিত হয়।

১৮৪৬ সনত প্ৰথমে এই দেশলৈ গবৰ্ণমেণ্টৰ এখানি ভাপৰ জাহাজ আহে। ই এটি বিশেষ ঘটনা বুলিব লাগে। কিয়নো তাৰে দেশৰ আধুনিক উন্নতিৰ বড় উপায় সংস্থাপিত হইছে। এই দেশত ব্ৰিটিশ পৰাক্ৰম ক্ৰমে অধিক আৰু দৃঢ় হোৱাত গবৰ্ণমেণ্ট অসমীয়া লোকসকলৰ

* এই সম্বাদপত্ৰ এতিয়া অপ্ৰচলিত হইছে।

সুখ দুঃখ বুঝিব পাবিলে। ক্রমে বিদেশ সইতে গমনাগমনব সুবিধা হই অহাত বাণিজ্যব অনেক সহজ উপায় হবলৈ ধবিলে আৰু তাব নিমিত্তে কৃষিব প্রতিও লোকব মন হ'ল। যি যি বস্তুব বেপাব বা কৃষি কম আছিল তাবো উন্নতি হবলৈ ধবিলে। দেশব অনেক ঠাইত বেপাবব সুবিধা হ'ল।

ইংবাজী ১৮৪৯ সনত আনন্দবাম ঢেকিয়াল ফুকনে অসমীয়া ল'ৰাব মিত্র নামেৰে দুই খণ্ড পুস্তক অসমীয়া ভাষাত মুদ্রিত কবে। সেই কার্য্যত দেশীয় আৰু ইউৰোপীয় প্রায় সকলোৱেই সাহায্য প্রদান কৰে।

এই দেশত কোম্পানীৰ অধীন হবৰ পৰা যেনেকৈ কার্য্য চলিছে আৰু ই দেশীয় লোকৰ কি কি আবশ্যক আৰু কি উপায় কৰিলে উন্নতি হব পাৰে তাক দেখি অনুসন্ধান কৰি স্থানীয় গবর্ণমেণ্টক জনাবলৈ লর্ড ডালহাউসী সাহাবে সদৰ আদালতৰ বিজ্ঞবৰ জজ মিষ্টৰ মিলস সাহাবক পঠালে। তেওঁ ১৮৫২ সনত ই দেশৰ সমুদায় জিলা পৰিভ্রমণ কৰি গবর্ণমেণ্টলৈ এক ৰিপোর্ট কৰে। এইজনা সাহাব অহাৰ পৰা বিচাৰ কার্য্যাদিৰ যিবিলাক অনিয়ম আছিল, সি গুছিবলৈ ধৰিলে। আৰু গবর্ণমেণ্ট ই দেশৰ বিষয়ে অনেক কথা জানিলে। খাশীয়া আৰু জয়ন্তা প্রদেশ ইংৰাজী ১৮৫৪ সনত ঢাকাৰ কমিশ্যনৰৰ হাতৰ পৰা অসম দেশৰ কমিশ্যনৰ সাহাবৰ অধীন কৰা হ'ল। এবং সি এখন স্বতন্ত্র জিলাৰূপে পৰিগণিত হ'ল। ইয়াৰ পাছত কেবছৰমান আৰু কোন বিশেষ ঘটনা হোৱা নাছিল। ইংৰাজী ১৮৫৭ সনত যেতিয়া ভাৰতবর্ষত সিপাহী বিদ্রোহ হয় তেতিয়া অসম দেশৰ উজনি খণ্ডতো সেই বিদ্রোহৰ কোন কার্য্য হোৱাত পুৰন্দৰ ৰজাৰ নাতি কন্দর্পেশ্বৰ সিংহক ইয়াৰ পৰা কলিকাতালৈ পঠিওৱা হয়। নিয়মমতে বিচাৰ কৰাত কেজনমান লোকৰ ওপৰত দোষ সাব্যস্ত হোৱাত দুজনৰ প্রাণদণ্ড আৰু কেজনমানৰ অন্য প্রকাৰৰ দণ্ড হ'ল। এই বিদ্রোহৰ বিষয়ে অনেক লোকে পেটে কিছু সংশয় কৰিলেও যেতিয়া নিয়মানুসাৰে বিচাৰত দোষ সাব্যস্ত হ'ল তেতিয়া ইয়াত সংশয়ৰ কোন কাৰণ নাই। ইংৰাজী ১৮৫৮ সনৰ নবেম্বৰত ভাৰতবর্ষৰ শাসন ভাৰ শ্রীশ্রীমতী মহাৰাণীয়ে কোম্পানীৰ হাতৰ পৰা আপোনাৰ হাতলৈ

আনিলে। এই ঘটনাত অন্য দেশৰ দৰে ই দেশৰ সৰ্ব্ব সাধাৰণ লোকৰো সন্তোষ হ'ল। কিয়নো দেশৰ আৰু উন্নতি হ'ব এনেটো সকলোৰে আশা হ'ল।

ইয়াৰ পূৰ্ব্বে ই দেশত যিবিলাক দলীল বা নিদৰ্শন পত্ৰ হইছিল সি সকল ষ্টাম্প নোহোৱা কাকতত হইছিল। কিন্তু ১৮৫৮ ইংৰাজী সনৰ পৰা যি নিয়ম ৰহিত হই দেশত ষ্টাম্প প্ৰচলিত হ'ল। ইংৰাজী ১৭৯৩ সনৰ পৰা ই দেশত আফিঙ্গ বা কানী লোকে ব্যৱহাৰ কৰিবলৈ ধৰিলে। এবং তাৰ কৃষিও সৰ্ব্বত্ৰে ব্যাপ্ত হ'ল। ইয়াক ব্যবহাৰৰ পৰা দেশীয় লোক দুৰ্ব্বল আৰু অলস হই গ'ল। ইয়াৰ কৃষি নিবাৰণ কৰিলে তাৰ ব্যবহাৰ হ্ৰাস হ'ব অথচ ৰাজস্বৰো বৃদ্ধি হ'ব এই ভাবি ১৮৬০ সনত কানীৰ ক্ষেতি নিষেধ কৰা হ'ল। গবৰ্ণমেণ্টৰ পৰা যি আফিঙ্গ বিক্ৰয় হ'ব সিয়েই দেশত ব্যবহাৰ হ'বৰ আজ্ঞা প্ৰচাৰ কৰিলে। এই আজ্ঞাৰ পৰা এনে আশা কৰা গইছে যে এই কুব্যবহাৰ ক্ৰমে হ্ৰাস হ'ব। এই সনত দেওৱানী বিচাৰ কাৰ্য্যৰ নিমিত্তে ১৮৫৯ সনৰ ৮ আইন ই দেশত প্ৰচলিত হয়। তাৰ দ্বাৰা আসাম কায়দা বন্দীৰ সেই বিষয়ৰ নিয়মবিলাক অপ্ৰচলিত হ'ল।

ইংৰাজী ১৮৬১ সনৰ ফেব্ৰুয়াৰীত এই দেশৰ কমিশ্যনৰ কৰ্ণেল জেন্‌কিনস্ সাহাব নিজ পদৰ পৰা অবসৃত হোৱাত কাপ্তান হপ্‌কিন্‌সন সাহাব সি পদত নিযুক্ত হ'ল। জেন্‌কিন্‌স সাহাব অতি দয়ালু, পৰোপকাৰী আৰু বিদ্যোৎসাহী আছিল। এই দেশীয় আসামৰ সাধাৰণ সকলোৰেই এওঁৰ প্ৰীতিভাজন আছিল। তেওঁৰ সময়তে এই দেশৰ উন্নতিৰ বিষয়ে বহু পথ উলিওৱা হয়। এওঁ এই দেশক ইমান স্নেহ কৰিছিল যে কাৰ্য্যৰ পৰা অবসৃত হইও ইয়াতে থাকিল।* কানীৰ ক্ষেতি নিষেধ কৰাত অসম দেশৰ লোক-সকলে ভাল নাপালে। কিয়নো ইয়াৰ পৰা অলপ ব্যয়তে কানী পোৱাটো টান হ'ল। ১৮৬০ সনত ইন্‌কম্‌টাক্‌সৰ আইন প্ৰচলিত হোৱাত লোকসকলৰ উৎপন্নৰ অনুসন্ধান কৰিব ধৰিলে। নগাঁওৰ ঢেকেৰী অঞ্চলৰ প্ৰজাবিলাকে ইয়াতে অসন্তোষ পাই জিলাধিকাৰত জনালে। কিন্তু তেওঁৰ পৰা কোনো

* ১৮৬৬ সনৰ আগষ্ট মাহত জেন্‌কিন্‌স্ সাহাবৰ গুৱাহাটীতে মৃত্যু হয়।

সুফল নোপোৱাত নগাঁওৰ ফুলগুড়িতে ১৮৬১ সনৰ অক্টোবৰত অনেক লোক আপীল কৰিবৰ নিমিত্তে সমবেত হয়। আসিষ্টাণ্ট কমিশ্যনৰ লেপ্‌টেনেণ্ট সিঙ্গেৰ সাহাব সিহঁতৰ অভিপ্ৰায় জানিবলৈ যোৱাত এটা হুৰা-মূৰা লাগে। তাতে সিঙ্গেৰ সাহাবৰ বধ হয়। পাছে দোষীসকলৰ বিচাৰ হলত অনেকে যথোচিত শাস্তি পালে।

১৮৬২ সনৰ জানুৱাৰীৰ পৰা ফৌজদাৰীৰ দণ্ডবিধি আৰু কাৰ্য্যবিধি এই দেশত প্ৰচলন হয়। ই দেশ ব্ৰিটিশ গবৰ্ণমেণ্টৰ অধিকাৰ হ'বৰে পৰা কোনো উচ্চ কৰ্ম্মচাৰী ইয়ালৈ অহা নাই। পাছে মেং বিডেন সাহাব লেপ্‌টেনেণ্ট গবৰ্ণৰ হই এই সনৰ বৰ্ষত অসম দেশ পৰিভ্ৰমণ কৰিবলৈ আহে। এওঁৰ শুভাগমনৰ পৰা দেশৰ উন্নতিৰ আৰু উপায় হ'ল। কিয়নো তেওঁ আপোন চকুৰে দেশৰ অৱস্থা দেখিলে।

এই সনতে খাশীয়া আৰু জয়ন্তা পৰ্ব্বত জিলাত এক ভয়ানক বিদ্ৰোহ হয়। সি ঠাইৰ লোকবিলাকৰ পৰা এবিধ টাক্‌স্ গ্ৰহণ কৰাৰ আজ্ঞা গবৰ্ণমেণ্টে দিয়াত সেই আজ্ঞা প্ৰতিপালনৰ বিষয়ে কৰ্ম্মচাৰীসকলে উদ্যোগ কৰে। তাতে কেতবিলাক লোকে সি আজ্ঞাৰ বিপৰীতাচৰণ কৰিব খুজি বিদ্ৰোহ কৰে। সি বিদ্ৰোহ কিছু দিনৰ মূৰত নিবাৰণ কৰা হ'ল। কিন্তু ইয়াৰ পৰা দেশৰ বিশেষ অনিষ্ট নহ'ল।

আসাম কোম্পানী সংস্থাপন হ'বৰ পৰা চাহৰ ক্ষেতি বঢ়কৈ হ'ব ধৰিলে। এই দেশত যিমান অৰণ্য আৰু পতিত ভূমি আছে তাক আবাদ কৰিবলৈ আৰু দেশত কৃষিৰ সুবিধা কৰিবলৈ গবৰ্ণমেণ্ট এই নিৰ্দ্ধাৰণ কৰিলে যে কোনো কোনো নিৰ্দ্দিষ্ট পতিত ভূমি নীলামত বিক্ৰয় হ'ব বা দীৰ্ঘ কালৰ নিমিত্তে পাট্টা কৰি দিয়া হ'ব। ই নিয়ম প্ৰচলিত হ'লত ইউৰোপীয় উৎসাহপূৰ্ণ লোকসকলে চাহৰ ক্ষেতিৰ নিমিত্তে ইয়ালৈ ধনৰ স্ৰোত প্ৰেৰণ কৰিলে। অনেক ঠাইত চাহৰ বাড়ী হ'ল। সিসকলৰ উৎপন্ন ক্ৰমে উন্নত হ'বলৈ ধৰিলে কিন্তু ই দেশৰ প্ৰজা অতি কম। যিবিলাক আছে সিও আপোনাৰ কৃষি পৰিত্যাগ কৰিব নোখোজে। এই নিমিত্তে বিদেশৰ পৰা শ্ৰমজীবী মানুহ বা কুলী চাহ কোম্পানীয়ে আনিব ধৰিলে। ইসকলক অনা, ৰখা, ও কৰ্ম্ম কৰোৱাৰ নিমিত্তে বিশেষ আইন প্ৰচলন হ'ল। ১৮৬৬

সনত নানা কাৰণত চাহৰ অনেক কোম্পানী যোত্রহীন হ'ল এবং চাহৰ পৰা লাভৰ পথ কমিল। সকলো সময়ত সকলো বিষয়ৰ অবস্থা একেদৰে নাথাকে। এই কাৰণে সেই চাহৰ কৃষিৰ আৰু বাণিজ্যৰ উন্নতি লাহে লাহে হই আহিছে।

ইংৰাজী ১৮৬৪ সনত ভোটানৰ যুদ্ধ হয়। সেই যুদ্ধত ব্রিটিশ গবর্ণমেণ্টেই জয়ী হয়। এবং ভোটানৰ অধীন যি নামনি ঠাই আছিল আৰু যাক দুৱাৰ বোলে, সিসকলো ১৮৬৫ সনত সিঞ্চোলা নামে ঠাইত হোৱা সন্ধি পত্র অনুসাৰে আমাৰ গবর্ণমেণ্টৰ হস্তগত হ'ল। ইয়াৰ পূর্ব্বে গবর্ণমেণ্টৰ অধীন হোৱা বাস্কা প্রভৃতি দুৱাৰৰ নিমিত্তে ভোটৰাজ্যে গবর্ণমেণ্টৰ পৰা কিছু বার্ষিক বৃত্তি পাইছিল। এই সন্ধি পত্রৰ নিয়মানুসাৰে সেই বৃত্তি দিব নলগা হ'ল। গাৰো আৰু নগাবিলাকৰ অনেক গ্রামে আমাৰ গবর্ণমেণ্টক কিছু কিছু কৰ দি অধীনতা স্বীকাৰ কৰিছিল। কিন্তু অনেক স্বাধীন আছিল। সিহঁতে সময়ে সময়ে গবর্ণমেণ্ট প্রজাৰ প্রতি অহিতাচাৰ কৰে। বিশেষ সিহঁতক সভ্য কৰা নিতান্ত প্রয়োজনীয় হোৱাত আৰু সিহঁতৰ দৌৰাত্ম্য নিবাৰণ কৰা উচিত হোৱাত সেই সেই ঠাইত দুখনি জিলা ১৮৬৬ সনত পতা হ'ল। গাড়ো পর্ব্বতৰ ৰাজধানী তুৰা আৰু নগা পর্ব্বতৰ ৰাজধানী শ্যামাগুটিং হ'ল। এই দুই জিলা হোৱাৰ পৰা সিহঁতৰ অত্যাচাৰও কমিছে আৰু সিহঁতৰ সভ্য হ'বৰো অনেক উপায় হইছে। মৃত ইস্কাট সাহাবৰ দিনৰে পৰা গুৱালপাড়া জিলা আৰু গাড়ো পর্ব্বত অসম দেশৰ কমিশ্যনৰৰ অধীন আছিল আৰু কোঁচবিহাৰৰ কার্য্যৰ প্রতি দৃষ্টিৰ নিমিত্তে গবর্ণৰ জেনেৰেলৰ এজেণ্টৰ কর্ম্মও সি কমিশ্যনৰেই কৰিছিল। ই বছৰতে গুৱালপাড়া ও কোঁচবিহাৰ আমাৰ কমিশ্যনৰৰ হাতৰ পৰা গুছোৱা হই স্বতন্ত্র এজন কমিশ্যনৰ নিযুক্ত হ'ল।*

এই দেশত ব্রিটিশ সুশাসনৰ নিমিত্তে সকলো প্রকাৰে লোকৰ সুখ সন্তোষ হ'ল। ভিন্ন দেশীয় শত্রুৰ ভয় নাই। দুষ্টবিলাকৰ দমন

* এই সনতে গুৱাহাটীৰ ইংৰাজী স্কুলটিক হাই ইস্কুল পতা হইছিল পাছে সি লোপ পাই আকৌ সাধাৰণ শ্রেণীৰ ইস্কুল হ'ল।

হ'ল আৰু স্বাধীন ভাবে সকলোৱে কৰ্ম্ম কৰিব পাৰিলে। নানা দেশৰ লোকৰ গমনাগমন হোৱাত বাটৰ সুবিধা, প্ৰতিমাহে বিশেষকৈ ভাপৰ জাহাজ ই দেশলৈ অহা যোৱা কৰি থকাত আৰু ভাটীৰ ৰেলওৱে হই আৰু সুবিধা বৃদ্ধি হোৱাত বাণিজ্যৰ বড় উপায় হ'ল। প্ৰজাবিলাকে সামান্য পৰিশ্ৰম কৰে, তাৰ দ্বাৰা বিস্তৰ লাভ কৰে। অথচ গবৰ্ণমেণ্টক যি কৰ দিয়ে তাৰ নিৰিখ অতি কম। সি কাৰণে মাটিৰ খাজানা বৃদ্ধি কৰিলে। আৰু ৰাজস্ব গ্ৰহণ প্ৰভৃতি কাৰ্য্যৰ নিমিত্তে এক নিয়মাবলী কৰিলে, সি নিয়মানুসাৰে দেশৰ সেই কাৰ্য্য চলিছে আৰু এই কৰ বৃদ্ধিৰ পৰা দেশীয় ভূমিৰ ৰাজস্ব দ্বিগুণ হ'ল। এই নিয়মৰ দ্বাৰা দেশৰ উপকাৰ সম্ভাবনা। কিয়নো ইমান অল্প কালতে দেশৰ লোক সকল আগতকৈ শ্ৰমী হইছে। এবং বাণিজ্যাদিৰ বড় উপায় ওলাইছে। ১৮৭১ ইংৰাজীত বঙ্গ প্ৰদেশৰ লেপ্টেনেণ্ট গবৰ্ণৰ সবজৰ্জ্জ কাম্বল সাহাব ই দেশলৈ আহে। তেওঁ অসমীয়া ভাষা ই দেশৰ বিচাৰালয় আৰু বিদ্যালয় প্ৰভৃতিত চলিবলৈ আজ্ঞা প্ৰকাশ কৰে। সেই নিয়মানুসাৰে এতিয়া চলিব লাগিছে। ইয়াৰ পৰা যে কি উপকাৰ বা অপকাৰ তাক এতিয়াও বুঝিব পৰা নাই। কিয়নো তাৰ পৰীক্ষাৰ ফল জানিবলৈ আৰু অধিক সময় লাগিব।

ব্ৰিটিশ গবৰ্ণমেণ্টৰ সুশাসনৰ নিমিত্তে এই দেশৰ অবস্থা ক্ৰমে সকলো বিষয়তে উন্নত হবলৈ ধৰিলে। ই বঙ্গ প্ৰদেশৰ লগত থকাত গবৰ্ণমেণ্টে ইয়াৰ কাৰ্য্যৰ প্ৰতি বিশেষৰূপে মনোযোগ দিব নোৱাৰে। বিশেষ ই দেশৰ প্ৰধান অধিপতি এই দেশতে থাকিলে সৰ্ব্ব প্ৰকাৰে দেশৰ মঙ্গল। তাৰে উন্নতিৰ নানা বাট উলিওৱা হ'ব পাৰিব। ১৮৭৪ সনৰ ফেব্ৰুৱাৰীত কমিশ্যনৰ কৰ্ণেল হপ্‌কিন্‌সন্ কৰ্ম্মৰ পৰা অপসৃত হোৱাত অসম দেশ এজনা চীফ্ বা প্ৰধান কমিশ্যনৰৰ অধীন কৰা হই ইয়াৰ কৰ্তৃত্বভাৰ ভাৰতবৰ্ষৰ গবৰ্ণৰ জেনেৰেলে আপোনাৰ হাতত ল'লে। কৰ্ণেল কিটিং সাহাব এই প্ৰধান পদত অভিষিক্ত হই শাসন কৰিব লাগিছে। গুৱাহাটীতকৈ পাৰ্ব্বত্য শিলং নগৰ অপেক্ষাকৃত স্বাস্থ্যকৰ হোৱাত অসম দেশৰ ৰাজধানী গুৱাহাটীৰ পৰা তালৈ নিয়া হ'ল। গাড়ো পৰ্ব্বত আৰু গুৱাল-

পাড়া পুনৰায় অসমৰ অধীনলৈ আহিল এবং প্ৰথমে কাছাৰ আৰু পাছে শ্ৰীহট্ট জিলাও বঙ্গ প্ৰদেশৰ পৰা ফালি আনি চীফ্ কমিশ্যনৰৰ অধীন কৰি দিলে। এতিয়া আসাম দেশৰ সীমা পূৰ্ব্বতকৈ অনেক বাঢ়িল। কিন্তু ইয়াৰ পৰা যে কিবা অসুবিধা হ'ব এনে নহয় কিয়নো স্থানৰ ব্যাপকতাৰ লগে লগে প্ৰধান কমিশ্যনৰৰ ক্ষমতা আৰু কৰ্ম্মচাৰীবো সংখ্যা অধিক কৰা হ'ল।

এই প্ৰধান কমিশ্যনৰৰ অধীনে ৪৬৩৪১ বৰ্গ মাইল ভূমি আৰু ৪৮৮১৪২৬ জন প্ৰজা। এওঁৰ ওপৰত এই সকলো প্ৰজাৰ শুভা-শুভ নিৰ্ভৰ কৰে।

দৰঙ্গ জিলাৰ উত্তৰ ফালৰ পৰ্ব্বতত থকা ডফলা জাতিয়ে সময়ে সময়ে আমাৰ মানুহৰ পৰা পচা তুলি নি অনেক উপদ্ৰব কৰে। এবং কেতিয়াবা নামনিৰ পৰা মানুহ ধৰি নি বন্দি কৰি থয়। বিশেষ পৰ্ব্বতে সইতে আমাৰ সীমা ধাৰ্য্য কৰাতো ইহঁতে বাধা দিয়ে। এই বিলাক উপদ্ৰব নিবাৰিবলৈ ই বছৰৰ শীত কালত গবৰ্ণমেণ্টে ডফলাৰ বিৰুদ্ধে কিছুমান সৈন্য পঠায়। নাৰায়ণপুৰত এই সৈন্যৰ প্ৰধান ছাউনী হয়। ক্ৰমে আমালোকৰ সৈন্য ওপৰলৈ উঠি ডফলাৰ প্ৰধান প্ৰধান গ্ৰামসকলক বশবৰ্ত্তী কৰি ধৰি নিয়া বন্দী কিছুমানক মুক্তি প্ৰদান কৰে। গ্ৰামবিলাকৰ অনেক মেঠন গৰু ইত্যাদি বস্তু দি ব্ৰিটিশ গবৰ্ণমেণ্টৰ শৰণাগত হ'ল। সিহঁতৰ দেশ অনেক ভাগ প্ৰকাশিত, পীয়ল আৰু নক্সা কৰা হই এই যুদ্ধ যাত্ৰা শেষ হ'ল।

আজি দুবছৰমানৰ পাছৰে পৰা আমালোকৰ চাৰিওফালে সীমা ধাৰ্য্য আৰু তাৰ সাধাৰণ পীয়ল কৰা উচিত বোধ হোৱাত গবৰ্ণমেণ্টে প্ৰতি জাৰকালি বিশেষ কৰ্ম্মচাৰী, নগা পৰ্ব্বতলৈকো পঠাইছে। এই বছৰৰ শীত কালৰ আৰম্ভতে আকৌ জয়পুৰৰ ফালে লেপ্টেনেণ্ট হলকম্ব আসিষ্টাণ্ট কমিশ্যনৰ সাহাব ত্ৰিকোণ যন্ত্ৰৰ পীয়ল কৰা সাহাব এজনাই সইতে জয়পুৰৰ ফালে নগা পৰ্ব্বতত পীয়ল কৰিবলৈ আৰম্ভ কৰে। ১৮৭৪ সনৰ ১ ফেব্ৰুৱাৰীৰ দিনা তেওঁবিলাক নিলু গাঁওত থকাত কেতবিলাক নগাই লেপ্টেনেণ্ট হলকম্ব সাহাবে সইতে সাক্ষাৎ কৰিবলৈ

আহি বড় বিশ্বাসঘাতকৰূপে সেই সাহাব আৰু আন কিছুমান মানুহক কাটিলে। ১৯৭ জন লোকৰ মাঝত সেই সাহাব প্ৰমুখে সৰ্ব্বমুঠে ৮০ জন মানুহ বধ কৰে আৰু ৫১ জন লোকক প্ৰাণ সংশয়ৰূপে আঘাত কৰে। এই বিশ্বাসঘাতক কাৰ্য্যৰ শাস্তিৰ নিমিত্তে আমাৰ গবৰ্ণমেণ্টে বিশেষ উদ্যোগ কৰি সেই বিদ্ৰোহী অসভ্যবিলাকক যথোচিত শাস্তি দিলে।

ভাৰতবৰ্ষৰ গবৰ্ণৰ জেনেৰেল মহামান্য লৰ্ড নৰ্থব্ৰুক সাহাব ই বছৰৰ আগষ্ট মাহত এই অভিনব প্ৰদেশ সৃষ্টি কৰি তাৰ অবস্থা জানিবলৈ আহিল। শ্ৰীহট্ট, কাছাৰ, শিলং আৰু গুৱাহাটীত অবস্থিতি কৰি পুনঃ কলিকতালৈ গ'ল। গবৰ্ণৰ জেনেৰেলে আপুনি দেশৰ অবস্থা দেখি যোৱাত এনেটো আশা কৰা হইছে যে শীঘ্ৰ ইয়াৰ মঙ্গল আৰু উন্নতি হ'ব। প্ৰায় ১৮২৪ সনৰে পৰা আজিলৈকে অসম দেশত ব্ৰিটিশ শাসনৰ সময় পঞ্চাশ বৎসৰ হইছে। ইয়াতে দেশৰ সকলো প্ৰকাৰ উন্নতি হ'ব লাগিছে। ইয়াতে এনে বোধ হয় জগদীশ্বৰে এই দেশৰ মঙ্গলৰ অৰ্থেহে ইয়াক ব্ৰিটিশ গবৰ্ণমেণ্টৰ অধীন কৰিছে। আমাৰ এই আশা যে সফল হ'ব তাৰ প্ৰমাণ যি ফাললৈ চোৱা যায় সি ফালেই দেখিব পাৰি। এতিয়া ৰাজস্বখিনি দিব পাৰিলেই পৰম সুখে নিৰু-পদ্ৰবে প্ৰজাসকলে থাকিব পাৰে। সি কাৰণে লোকৰ সুখ সম্পত্তি ক্ৰমে বৃদ্ধি হই আহিছে। ৰাজস্ব দি সপৰিবাৰে খাই লই থাকি যি উৎপন্ন হয় তাক আপোনাৰ ভঁড়ালত থ'ব পাৰিছে। তাৰ প্ৰতি কোনো অত্যাচাৰ হ'ব নোৱাৰে। লোকসকলে এই সুশাসনত পৰম সুখে থাকি পৰমেশ্বৰক ধন্যবাদ কৰিছে।

আমাৰ শ্ৰীশ্ৰীমতী ভিক্টোৰীয়া মহাৰাণীৰ জ্যেষ্ঠ পুত্ৰ শ্ৰীযুক্ত যুবৰাজ এডৱাৰ্ড প্ৰিন্স অব ওয়েলস্ ১৮৭৫ সনৰ নবেম্বৰ মাহত ভাৰতবৰ্ষ ভ্ৰমণ কৰিবলৈ আহে। ভবিষ্যতলৈ এইজনাই আমাৰ ৰজা হ'ব। এওঁ ভাৰতবৰ্ষ আপুনি দেখাৰ পৰা ভাৰতৰ বহু উপকাৰৰ আশা। সেই হলে আমাৰ দেশৰো তাৰ লগে লগে উপকাৰ হ'ব এনে আমি বাঞ্ছা কৰোঁ। কৰ্ণেল কিটিং সাহাবে পদত্যাগ কৰি স্বদেশলৈ যোৱাৰ পাছত

সৰ ইষ্টুয়ার্ট বেলী প্ৰধান কমিশ্যনৰ হয়। এওঁৰ দিনত বিশেষ কোনো ঘটনা হোৱা নাই। নাগাহিলস্ জিলাৰ পলিটিকেল আফিসৰ মেং বটলৰ সাহাবক নগাই আঘাত কৰিছিল। কিছু দিনৰ পাছে মেং ডামাণ্ট পলিটিকেল আফিসৰক সেই জাতিয়ে কহিমাত বধ কৰে। পাছে আমদৰ নগৰে যুদ্ধ হয়। নগাই বড় বিক্ৰম দেখুৱালেও পৰাজিত হ'ল। কহিমালৈ জিলা নিয়া হ'ল। সৰ ইষ্টুয়ার্ট আন পদলৈ যোৱাত মেং এলিয়ট সাহাব প্ৰধান কমিশ্যনৰ পদত নিযুক্ত হই আছে। যি যি ঘটনা এই সময়ত হইছে সেইবোৰ ইমান নতুন যে তাক বুৰঞ্জীত লেখা অপ্ৰয়োজন।

## চতুৰ্দ্দশ অধ্যায়

যি যি জাতিৰ ভাষা সংস্কৃতমূলক নহয় আৰু যিবিলাক আমাৰ দেশৰ চাৰিওফালে বা দেশৰ ভিতৰত আছে সিসকল লোকৰ কথা ওপৰৰ অধ্যায়ত লিখা গইছে। এতিয়া যিসকলৰ ভাষা সংস্কৃতমূলক তাৰ বিবৰণ লিখা যাব। ই দেশৰ জাতি বিষয়ে ই বড় আশ্চৰ্য্য নিয়ম যে ইয়াত জাতিবন্ধন অতি শিথিল। বস্তুতঃ ব্যবসায় অনুসাৰে জাতি নিৰ্ণয় হইছে। কিন্তু ই দেশত এক জাতিৰ ব্যবসায় অন্য জাতিয়ে অনায়াসে কৰে। ভাৰতবৰ্ষৰ আন আন দেশৰ দৰে ইয়াত জাতিৰ বন্ধন টান নহয়। ইয়াৰ এই মাত্ৰ কাৰণ অনুভব হয় যে মাঝৰ সময়তে ই দেশত বৌদ্ধ ধৰ্ম্মৰ প্ৰাদুৰ্ভাৱ হোৱাৰ নিমিত্তে জাতি বন্ধন ক্ৰমে ঢিলা হই গ'ল। বিশেষ ব্যবসায় অবলম্বন কৰা বা শিল্পী মানুহৰ সংখ্যা কম হোৱাৰ হেতুকে জাতি বন্ধনৰ শিথিলতা অবলম্বন দৃষ্ট হয়। ইয়াৰ দ্বাৰা অনেকাংশে অপকাৰো হইছে। যেতিয়ালৈকে ব্ৰিটিশ শাসনৰ অনুযায়ী অবস্থা ইয়াতকৈ উন্নতি নহয় তেতিয়ালৈকে মূল দোষ গুণ বুঝিব পৰা নাযায়। এতিয়া এই দেশত স্বাধীন ব্যবসায় অবলম্বন কৰা লোকৰ সংখ্যা অতি তাকৰ। এক প্ৰকাৰে ক'ব লাগিলে প্ৰায় সকলো জাতিৰে মূল অবলম্বন কৃষি। আন আন যি ব্যবসায় অবলম্বন কৰা লোক দেখি সি অতি অল্প, এই ভাৰতবৰ্ষত অতি পূৰ্ব্বে যি নিয়ম চলিছিল তাৰ দ্বাৰা ই দেশৰ নিয়মানুসাৰে যে কৃষি ব্যবসায়েই প্ৰধান ইয়াৰ যথেষ্ট প্ৰমাণ পাব পাৰি। বশিষ্ঠাদি অনেক মুনিয়ে আপুনি হলাকৰ্ষণ কৰি ক্ষেতি কৰিছিল। এবং জনকাদি অনেক ৰজাই কৃষিকাৰ্য্যত উৎসাহী থকাৰ কথা পুৰাণাদিত পোৱা যায়। পূৰ্ব্বকালত মুদ্ৰা বা টাকা নাছিল। কেবল এক বস্তুৰ বিনিময়ে আন বস্তু পোৱাৰ নিয়ম আছিল। সুতৰাং সকলোৱে আপোন আবশ্যকীয় বস্তু আপুনি উপাৰ্জ্জন কৰিব লাগিছিল। সেই নিয়ম অসম দেশতো প্ৰচলিত থকাত আশ্চৰ্য্য বুলিব নোৱাৰি।

সংস্কৃত ভাষামূলক যি যি জাতিৰ ভাষা তাৰ সংক্ষেপে বিবৰণ এই। ব্ৰাহ্মণ বা বামুণ—ভাৰতবৰ্ষত যিমান জাতি আছে সকলোতকৈ ব্ৰাহ্মণ শ্ৰেষ্ঠ। এওঁবিলাকৰ মূল ব্যবসায় যজন, যাজন, দান, প্ৰতিগ্ৰহ, অধ্যয়ন আৰু অধ্যাপন। ব্ৰাহ্মণসকলে ই দেশত হলাকৰ্ষণ নকৰে। অন্যৰ সাহায্যেৰে কৃষি কৰে। অসম দেশলৈ প্ৰথম যেতিয়া আৰ্য্য জাতিৰ আগমন হয়, তেতিয়াই এই জাতি আহে। কিয়নো ভীষ্মক ৰজাৰ দেশত ব্ৰাহ্মণৰ নিবাস আছিল। তাৰ পাছেও অনেক ব্ৰাহ্মণ ই দেশলৈ সময়ে সময়ে আহে। বৌদ্ধ ধৰ্ম্ম প্ৰবল হোৱাত ইবিলাকৰ আচাৰ হীন হইছিল। শঙ্কৰ আৰু মাধবদেৱে যেতিয়া বৈষ্ণব ধৰ্ম্ম দেশত প্ৰবৰ্ত্তন কৰায় তেতিয়া ব্ৰাহ্মণসকলে অনেক বাধা দিলেও শেষত তেওঁবিলাকৰ সংস্থাপিত ধৰ্ম্ম অনেকেই আকৌ গ্ৰহণ কৰিলে। জাতি বিষয়ক পৌৰাণিক বন্ধন এই জাতিৰ মাঝত বড় শকত। ই জাতিৰ লোকেই অনেক মোহন্ত বা মহাজন এওঁবিলাকে ধৰ্ম্ম প্ৰবৰ্ত্তন কৰায়। ই দেশত বল্লালী মৰ্য্যাদাৰ ব্ৰাহ্মণ নাই। প্ৰায় সকলোবিলাকৰে যজুৰ্ব্বেদ আৰু কাম্ব শাখা। সামবেদী ব্ৰাহ্মণ অতি তাকৰ। এই দেশলৈ মিথিলা প্ৰদেশৰ ব্ৰাহ্মণ অধিক অহা অনুমান হয়। অনেক ব্ৰাহ্মণে কৌনজপুৰ বা কান্যকুব্জৰ পৰা অহা বুলি কয়।* সূৰ্য্যবিপ্ৰ গণক দৈবজ্ঞ, বা গ্ৰহবিপ্ৰ—ই সকলৰ ব্যবসায় জ্যোতিষ গণনা। এওঁবিলাকৰ আচাৰ ব্ৰাহ্মণৰ সদৃশ। ভাৰতবৰ্ষৰ আন আন দেশত ই জাতি যিমান অনাদৃত হেন দেখি, এই দেশত তিমান নহয়। ই জাতি বহুকালৰ পূৰ্ব্বে অসম দেশলৈ আহিছে। এনে অনুভব হয়, কিয়নো শুভাশুভ গণনা বৈদিক জাতিৰ প্ৰধান আদৰৰ বিষয়।

কায়স্থ বা কাইথ—এই জাতি "সচ্ছুদ্ৰ" অৰ্থাৎ ভাল শূদ্ৰ। ই জাতিৰ লোকেও নিজে হলাকৰ্ষণ নকৰে। যিসকলে কৰে, সিসকল কলিতা জাতিৰ অন্তৰ্গত হয়। এই জাতিৰো অনেক মোহন্ত আছে। কমতাপুৰৰ দুৰ্ল্লভ নাৰায়ণ ৰজাৰ দিনত ছঘৰ কায়স্থ ভূঁয়া নামে খ্যাত হই ই অঞ্চললৈ আহে। শঙ্কৰদেৱ তাৰে এঘৰৰ সন্তান। নৰনাৰায়ণ

* এই দেশলৈ বঙ্গ আৰু শ্ৰীহট্ট দেশৰো ব্ৰাহ্মণ আহে। ই সকলোৰে বৈদিক শ্ৰেণী।

ৰজাৰ দিনৰ পৰা অৰ্থাৎ যেতিয়াৰ পৰা দেশত পীয়ল পঞ্চক চলিবলৈ ধৰিলে তেতিয়াৰে পৰাহে এই দেশলৈ কায়স্থ আহে। আহোমৰ গদাধৰ আৰু ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ দিনতো কেইঘৰমান কায়স্থ অসম দেশলৈ আহে।

কলিতা—এই জাতি বহুকাল পূৰ্ব্বৰে পৰা অসম দেশত আছে। কৃষি ইসকলৰ প্ৰধান ব্যবসায়। শঙ্কৰদেৱৰ সমকালতে দেৱগোপাল দেৱৰ লগত পশ্চিম প্ৰদেশৰ পৰা অহা কেজনমান ক্ষত্ৰিয়ও ই জাতিৰ অন্তৰ্গত হইছে। কলিতাবিলাকৰ মাঝতো অনেক মহাজন আছে। সিসকলে আৰু আন আন কোনোবিলাকে কায়স্থ বুলি পৰিচিত হয়। প্ৰকৃতাৰ্থে জাতি মালাৰ প্ৰতি দৃষ্টি কৰিলে ই জাতি কায়স্থতকৈ শ্ৰেষ্ঠ। কিন্তু হাল বোৱা আৰু কৃষি ব্যবসায় কৰাৰ নিমিত্তে অনেকে হীন বিবেচনা কৰে।

কেওট—এই জাতি আদিৰে পৰা অহা জাতি। ইয়াৰ ব্যবসায় কৃষি। কেওটবিলাক কৈবৰ্ত্ত জাতিৰ অন্তৰ্গত, কিয়নো কৈবৰ্ত্তৰ ভিতৰত যেনেকৈ জালোৱা অৰ্থাৎ জাল বাই মাছ ধৰা কৈবৰ্ত্ত, আৰু হালোৱা অৰ্থাৎ হালবাই কৃষি কৰা কৈবৰ্ত্ত আছে, কেওটৰ মাঝতো তেনে। যি বিলাক কেওট জালোৱা কেওট বুলি প্ৰসিদ্ধ, সিসকলে মাছ ধৰি বিক্ৰয় কৰে। অথচ অসম দেশৰ প্ৰসিদ্ধ ডোম জাতিৰ অন্তৰ্গত নহয়। কোনো কোনো কেওটে সৰু কলিতা বুলিও অভিমান কৰে।

কোঁচ—ই জাতিৰ মূল দেশ কোঁচবিহাৰ অঞ্চলৰ কোনো প্ৰদেশ। এই জাতি আদি বাসী, বহুকাল পূৰ্ব্বে ইহঁতে হিন্দুধৰ্ম্ম গ্ৰহণ কৰে। এই জাতি অনাৰ্য্য হলেও ইহঁতৰ স্বতন্ত্ৰ ভাষা নথকা আৰু অনাৰ্য্য জাতিবিলাকে হিন্দুধৰ্ম্ম গ্ৰহণ কৰিলে এই জাতিৰ অন্তৰ্গত হোৱাত ই জাতিক সংস্কৃত ভাষামূলক জাতিৰ মাঝত পৰিগণিত কৰা গইছে। কছাৰী লালুং প্ৰভৃতি জাত হিন্দুধৰ্ম্মক আশ্ৰয় কৰিলে প্ৰথমে সিহঁতে সৰু কোঁচ হয় তাৰ পিছত সাধাৰণ কোঁচ জাতিৰ অন্তৰ্গত হই যায়। সেই কাৰণে কোঁচৰ মাঝত সৰু কোঁচ আৰু বড় কোঁচ ই দুই বিভাগ হইছে। কোঁচ-বেহাৰৰ ৰজা কোঁচ বংশৰ হোৱাৰ নিমিত্তে ভাটী অঞ্চলৰ কোঁচে ৰাজবংশী বুলি কয়। সেইফালৰ কোঁচতকৈ উজনি ফালৰ কোঁচবিলাক

২৩

কিছু সদাচাৰী। কিয়নো অনেক ৰাজবংশীৰ আচাৰ ম্লেচ্ছৰ আচাৰৰ নিচিনা দেখা গইছে। কোঁচৰ ব্যবসায় কৃষি।

নট—এই জাতিৰ লোক তাকৰ। কামৰূপৰ ফালে এই জাতিয়ে নাট্য ব্যবসায় কৰে। উজনিৰ ফালৰ অনেক নটে নাপিত বুলি কয়। এই জাতি বিশ্বসিংহ আৰু নৰনাৰায়ণ ৰজাৰ দিনত অসম দেশলৈ ভাটীৰ পৰা আহে। এই জাতিৰো সাধাৰণ ব্যবসায় কৃষিকে দেখা গইছে।

নাপিত—কামৰূপত এই জাতিৰ লোক স্বনামে প্ৰসিদ্ধ। কিন্তু উজনি অঞ্চলত নট বোলে। ওপৰত কোৱা সময়েই ই জাতি অসম দেশলৈ আহে। কামৰূপৰ নীলাচল পৰ্ব্বতত নৰনাৰায়ণ ৰজাই কিছুমান নাপিত ভাটীৰ পৰা আনি বসতি কৰায়। যিসকলে নাপিত বুলি পৰিচয় দিয়ে সিসকলে স্বজাতি ব্যবসায়ো কৰে আৰু কৃষিও কৰে।

পটীয়া—এই জাতিৰ আদি ব্যবসায় পাটী সজা, কিন্তু এতিয়া ইয়াত ইহঁতে কৃষি কৰিবলৈ ধৰিছে। এই জাতি শঙ্কৰদেৱৰ সময়তে ই দেশলৈ আহে এনে অনুমান হয়। পশ্চিমৰ ফালে বেতী বা পেটী নামে এই জাতিৰ সদৃশ এক জাতিৰ নাম পোৱা যায়।

কুমাৰ—কুমাৰবিলাকে কুমাৰ কলিতা বুলি কয়। অসম দেশত কুমাৰে নিজ ব্যবসায় আৰু কৃষি ছুয়োকো কৰে।

শুঁড়ি—শুঁড়ি বৈদিক শৌণ্ডিক জাতি। মদ প্ৰস্তুত আৰু বিক্ৰয় কৰা ইহঁতৰ প্ৰধান ব্যবসায় হলেও এই দেশত মদ্য পান অনাদৃত আৰু যিসকলে ব্যবহাৰ কৰে সিসকলে নিজে প্ৰস্তুত কৰাত শুঁড়িবিলাকে কৃষিকে অবলম্বন কৰিলে। এই জাতি নিচেই আধুনিক।

ধোবা—কোনো কোনো ধোবাই ধোবা কলিতা বুলি অভিমান কৰে। শঙ্কৰদেৱৰ পূৰ্ব্বে এই জাতি অসম দেশত থকাৰ প্ৰমাণ পোৱা নাযায়। এই দেশত সকলো লোকে নিজ ঘৰতে কাপোড় ধুই লোৱাত ধোবাবিলাকে ব্যবসায়চ্যুত হই কৃষি বৃত্তি অবলম্বন কৰিলে। এই জাতিয়ে এতিয়া বস্ত্ৰ ধৌত ব্যবসায় নকৰে।

শালৈ—এই জাতি এক প্ৰকাৰ শুঁড়ি বিশেষ। ইহঁতৰ কৃষিয়েই প্ৰধান উপজীব্য। কাৰো মতে শালৈ এক প্ৰকাৰ কেওট।

সুত বা বৰায়া বিধবা ব্ৰাহ্মণীৰ জাৰজ সন্তানেই এই জাতি। ইহঁতৰ আচাৰ ব্যবহাৰ আন আন হিন্দুধৰ্ম্মীসকলৰ সদৃশ হলেও ইহঁত আচৰণীয় জাতি নহয়। কালক্ৰমে এই শ্ৰেণীৰ লোক অনেক হোৱাত এটি স্বতন্ত্ৰ জাতি হই পড়িছে। ইহঁতৰ মুখ্য বৃত্তি কৃষি।

যুগী বা কাটনী—এই জাতিৰ মূল ব্যবসায় পাট-পলু পোষণ কৰা আৰু তাৰ বস্ত্ৰাদি নিৰ্ম্মাণ। কিন্তু ইহঁতৰ কোনো লোকে সেই কাৰ্য্য কৰে অধিকাংশে কৃষি কৰে।

ডোম বা নদীয়াল—এই জাতি অসম দেশত বহুকাল পূৰ্ব্বৰে পৰা আছে। ইহঁতৰ ব্যবসায় মাছ ধৰা আৰু তাক বিক্ৰয় কৰা, নৌকা বোৱা, চূণ প্ৰস্তুত কৰা আৰু বিক্ৰয় কৰা। এতিয়া ইহঁতে কৃষি ও আন আন ব্যবসায় কৰিবলৈ ধৰিছে। ব্যবসায়ত ইহঁত অতি হীন জাতি বুলি প্ৰসিদ্ধ। ডোম শব্দ ক'ৰ পৰা ওলাল তাৰ নিৰ্ণয় নাই। ভাটীৰ ফালে যি ডোম আছে সি অতি ঘৃণ্য জাতি। সেই ফালৰ ডোমে পাছি, খৰাহি সাজি বেচে। আৰু কেতবিলাকে শব দাহনাদি কাৰ্য্যও কৰে। এই ডোমৰ মাঝতে অনেক ব্যবসায়ী লোক পোৱা যায়। বৌদ্ধ ধৰ্ম্ম প্ৰচলিত থাকোঁতে চিৰকালৰ হীন জাতিবিলাকে সেই ধৰ্ম্মত জাতিভেদ নথকাত হিংসাৰ গুণে ব্ৰাহ্মণাদিৰ প্ৰতি বড় উদ্ভণ্ডালি কৰিলে আৰু পাছে যেতিয়া হিন্দু ধৰ্ম্ম পুনৰায় সংস্থাপিত হয় তেতিয়া যিসকলে হিন্দু ধৰ্ম্ম শীঘ্ৰে নললে বা পূৰ্ব্বৰ বৌদ্ধাচাৰ নেড়িলে সিসকলকে হিন্দু-সকলে ঘৃণা কৰি ডোম বুলিলে। এই নিমিত্তে সিসকলে কালক্ৰমে শ্ৰেণী হই এনে হ'ল যে ডোম শব্দে অহিন্দু নোহোৱা বুঝায়। মুঠকৈ হ'লে এতিয়া ডোম বুলিলে ওপৰত আমি যি ব্যাখ্যা দিছোঁ, সেইটোহে বুঝাইছে। অসম দেশত যেতিয়া বৌদ্ধ ধৰ্ম্ম চলিছিল তেতিয়া ই জাতিৰ লোকসকলেও সি ধৰ্ম্ম মানিছিল। পিছে যেতিয়া হিন্দুধৰ্ম্ম ক্ৰমে অসম দেশত পুনঃ আকৌ চলিবলৈ ধৰিলে তেতিয়াও ইহঁতে সেই আচাৰকে ধৰি আছিল। ব্ৰাহ্মণসকলে সিহঁতক শৰণ নিদিছিল। এই নিমিত্তে ইহঁতে কলিতাকে গুৰু বুলি মানিলে। যেতিয়া শঙ্কৰ আৰু মাধবদেৱে ধৰ্ম্ম প্ৰবৰ্ত্তাবলৈ ধৰিলে তেতিয়াৰ পৰা ডোমে ব্ৰাহ্মণ সাধুত শৰণ

লোৱা হ'ল। ডোমবিলাক এনে ঘৃণিত আছিল সিহঁত এতিয়া অন্য হিন্দুৰ দৰে ধৰ্ম্মচাৰী হোৱাতো সিহঁতে অনেক "হিন্দু" বুলি কয় এবং তাকে এনে-ভাবে কয় যেন সিহঁত হিন্দু নহয়। আহোম ৰজাসকলে এই জাতিৰ লোকবিলাকৰ কপালত ৰোহিত মৎস্যৰ প্ৰতিমূৰ্ত্তি অঙ্কিত কৰিছিল। কোনো ডোমে আন হিন্দুয়ে সইতে মিহলি হ'ব নোৱাৰে এই কাৰণেই সেই নিষ্ঠুৰ নিয়ম অবলম্বন কৰা হইছিল। ইয়াৰ দ্বাৰা অন্য হিন্দুক ডোমৰ পৰা পৃথক্ কৰা গইছিল। এই জাতি লোক ক্ৰমে উন্নত হবলৈ ধৰিছে কিয়নো ইহঁত বড় শ্ৰমী। ইহঁতৰ স্বতন্ত্ৰ ব্ৰাহ্মণ আছে। এই ব্ৰাহ্মণৰ সংখ্যা ইমান্‌হে তাকৰ যে সিহঁতে কেতিয়াবা কুমাৰী ডুমুনীৰ পাণি গ্ৰহণ কৰে আৰু ডোমকো নিজৰ কন্যা দান কৰে।

হাড়ী বৃত্তিয়াল—ই জাতিও বহুকাল পূৰ্ব্বে এই দেশলৈ আহে। ইহঁতৰ ব্যবসায় দুবিধ। এবিধ স্বৰ্ণালঙ্কাৰাদি নিৰ্ম্মাণ কৰা আৰু এবিধ মল মূত্ৰাদি পৰিষ্কাৰ কৰা। প্ৰথম ব্যবসায়হে প্ৰায় হাড়ীবিলাকে কৰে। ইহঁতৰ স্বতন্ত্ৰ ব্ৰাহ্মণ আছে। হাড়ীবিলাকে ডোমে সইতে কেতিয়াবা কন্যা দিয়া নিয়া কৰে। ডোমৰ দৰে ইহঁতো এই দেশৰ অনাদৃত জাতি। ইহঁতৰ কপালতো আহোম ৰজাবিলাকে বাঢ়নী অঙ্কিত কৰিছিল।

চঁড়াল বা চণ্ডাল—এই জাতি প্ৰাচীন জাতি। ইহঁতৰ ব্যবসায় ডোমৰ দৰেই। কেঁতবিলাক চঁড়ালে হিড়া বুলি কয়। ইহঁতৰ ব্যবসায় মাটিৰ বাসন নিৰ্ম্মাণ কৰি বিক্ৰয় কৰা। কুমাৰে যেনেকৈ চক্ৰ বা চাকত চৰু কলহৰ নাভি ছেদন কৰে হিড়াবিলাকে নকৰে। ডোম আৰু হাড়ীৰ দৰে ইহঁতৰো ব্ৰাহ্মণ স্বতন্ত্ৰ।

মুসলমান বা গড়ীয়া—ইংৰাজী ১২০৩ সনত যেতিয়া বখ্‌তিয়াৰ খিলিজি এই দেশ আক্ৰমিবলৈ আহে তেতিয়াৰ পৰা অসম দেশত এই জাতি মানুহ হ'ল। গৌৰ মহম্মদৰ অধীন আৰু দেশৰ পৰা অহা দেখি মুসলমান বিলাকক গড়ীয়া বোলে। বখতিয়াৰ খিলিজিৰ পাছতো অনেক মুসলমান অনেকবাৰ যুদ্ধলৈ আহে। তেতিয়াও অনেক অসম দেশত থাকি গ'ল। অতি হীনাচাৰী ও দুৰ্ব্বুদ্ধি কেতবিলাক মুসলমানক মড়িয়া বোলে। মড়িয়াবিলাক মদিৰা পানত বড় প্ৰিয়।

এইসকলেই অসম দেশৰ মুখ্য জাতি। ইয়াত বাহিৰেও বৈশ্য, ঝালো, মালো, শিখ প্ৰভৃতি কেতবিলাক জাতি এই দেশত ব্ৰিটিশ গবৰ্ণমেণ্টে যেতিয়া এই ৰাজ্য লয় তেতিয়া পোৱা যায়। সিসকলত বাহিৰে গমনাগমনৰ সুবিধা হোৱাত চাৰিওফালৰ পৰা নানাদেশৰ নানাজাতি আহি আছেহি। যিবিলাক হিন্দু সিবিলাকে আনজাতিৰ স্ত্ৰীৰে সইতে সংসর্গ কৰাত যি সন্তান উৎপন্ন হইছে তাৰ অনেকেই মাতৃৰ জাতিৰ অন্তৰ্গত হই অসম দেশত প্ৰবৰ্ত্তি আছে। জাৰজ সন্তান মাতৃজাতীয় হয়, এই যে ব্যবস্থাৰ মূল নিয়ম, ইয়াৰ এই দেশত সুন্দৰ দৃষ্টান্ত পাব পাৰি।

## পঞ্চদশ অধ্যায়

এই দেশৰ আদিবাসীবিলাক যে অনাৰ্য্য জাতিৰ লোক আছিল এই কথা ইয়াৰ পূৰ্ব্বে সিদ্ধান্ত কৰা হৈছে। মহাভাৰতৰ যুদ্ধৰ সময়ৰ পূৰ্ব্বেই যে আসাম দেশলৈ আৰ্য্যস্রোত প্ৰবাহিত হৈছে ইয়াকো আমি ইয়াৰ পূৰ্ব্বেই কইছো। যিবিলাক অনাৰ্য্য জাতি ইয়াত আছিল আৰু আছে সি সকলোৰে এটি এটি স্বতন্ত্ৰ ভাষা আছে। এই দেশত আৰ্য্য সন্তানসকল বসতি কৰাৰ পাছত সিসকলে সংস্কৃতমূলক ভাষা কবলৈ ধৰিলে। ক্ৰমে সেই ভাষাৰ উন্নতি অবনতি অনেক হই গইছে। আৰু নানাদেশীয় লোক বসতি কৰাত আৰু আন আন দেশে সইতে সমাগম হোৱাত ভাষাৰ অবস্থা পৃথক হ'ল। অনেকে এই দেশক বঙ্গদেশৰ উপনিবেশ, ই দেশীয় লোকক বঙ্গালীৰ সন্তান আৰু এই দেশীয় ভাষাক বাঙ্গালী ভাষা বা তাৰ অপভ্ৰংশ বোলে। এই কথা আমি সম্পূৰ্ণ স্বীকাৰ ও বিশ্বাস কৰিব নোৱাৰোঁ। এফালে উড়িষ্যাৰ দক্ষিণ সীমাৰ বাহিৰৰ মান্দ্ৰাজ ৰাজধানীৰ অন্তৰ্গত গাঞ্জাম, এফালে চট্টগ্ৰামৰ দক্ষিণ সীমা, এফালে সদীয়া আৰু এফালে শতদ্ৰু নদী, এই চাৰি সীমাৰ মাঝত অনাৰ্য্যজাতি আৰু অসংস্কৃতমূলক অনাৰ্য ভাষা এড়ি আৰ্য সন্তান আৰু সংস্কৃতমূলক ভাষা এটি মাত্ৰ। আৰ্য্যাবৰ্ত্ত ব্ৰহ্মাবৰ্ত্ত প্ৰভৃতি হিমালয় আৰু বিন্ধ্যাচলৰ মধ্যবৰ্ত্তী স্থানৰ যি ভাষা আৰু যি লোকে সেই ভাষা কয় সি সকলো উল্লিখিত সীমাৰ ভিতৰতে আছে। এই সকলোৰে আদিভাষা সংস্কৃতমূলক হিন্দী। সংস্কৃত ব্যাকৰণেই এই সকলো ভাষাৰ মূল। এবং তাৰ নিয়মেই ই সকলোৰে নিয়ম। এই নিমিত্তেই এই চাৰি সীমাৰ মধ্যবৰ্ত্তী হিন্দী, বাঙ্গালী, উড়িয়া আৰু অসমীয়া এই চাৰিও ভাষাৰ সাদৃশ্য দেখি। প্ৰথম দেশৰ বিজ্ঞ সমাজত যি ভাষা প্ৰচলিত আছিল সি ভাষা অসমীয়া।

এই দেশৰ বৰ্ণমালা সংস্কৃত আৰু সেই বৰ্ণমালা যে কেতিয়া চলিবলৈ ধৰিলে তাৰ নিৰূপণ কৰা দুঃসাধ্য। ধৰ্ম্মপাল আৰু নাগাক্ষ প্ৰভৃতি ৰজাই ব্ৰাহ্মণক কি দেবতাৰ উদ্দেশে ভূমি বৃত্তি প্ৰদান কৰি যি দানপত্ৰ দিছে

তাৰ অক্ষৰ প্ৰাচীন বাঙ্গলা অক্ষৰৰ দৰে কিন্তু তাৰ ভাষা সংস্কৃত। বৌদ্ধ ধৰ্ম্মৰ ধৰ্ম্মপালে ৰজাৰ যি দানপত্ৰ তাৰ সময় খৃষ্টৰ একাদশ শতাব্দীত, এতেকে সেই শতাব্দীত যে লিখিত ভাষা ইয়াত আছিল ইয়াক স্বীকাৰ কৰিব লাগে।* এতিয়াৰ দৰে তেতিয়া লেখাপঢ়াৰ চৰ্চ্চা নাছিল। শঙ্কৰদেৱৰ পূৰ্ব্বে প্ৰচলিত ভাষা অনাদৃতা আছিল। পণ্ডিত সমাজত সংস্কৃত ভাষাকেহে শিক্ষা কৰিছিল। আৰু কামৰূপীয় নিবন্ধ যোগিনী তন্ত্ৰাদি এই দেশৰ প্ৰচলিত পুস্তক এই অক্ষৰেৰেই সংস্কৃতত ৰচিত হইছিল। শঙ্কৰদেৱে বৌদ্ধাচাৰৰ ব্যাপকতা আৰু লোকৰ মানস ৰাজ্যত অজ্ঞানমূলক দুৰ্ব্বলতা দেখি যি ভাষা সাধুসমাজত ব্যবহাৰ আছিল, সি ভাষাত আৰু তাৰ লগত আন আন ভাষাৰ সুশ্ৰাব্য আৰু সুভাবৰ কথা সংযোগ কৰি পুস্তক ৰচনা কৰিলে। শঙ্কৰ আৰু মাধবদেৱৰ ৰচিত পুস্তক কেবল আমাৰ হে এনে নহয়, বঙ্গ, উড়িষ্যা, উত্তৰ-পশ্চিম প্ৰদেশ আৰু অসম এই কেইও দেশৰ সম্পত্তি। তেওঁৰ পুস্তকৰ ভাষা সকলোৱে অল্পায়াসে বুঝিব পাৰে।

ইয়াৰ পূৰ্ব্বে ব্ৰাহ্মণসকলে মাত্ৰ স্থানে স্থানে পাঠশালাত সংস্কৃত ভাষা শিক্ষা কৰিছিল। শঙ্কৰ আৰু মাধবদেৱে তেওঁবিলাকৰ ধৰ্ম্ম প্ৰবৰ্ত্তাবলৈ নানাবিধ পুস্তক ৰচি য'তে য'তে সত্ৰ কৰিছিল ত'তে ত'তে শিক্ষাৰ উপায় কৰিলে। নৰনাৰায়ণ ৰজাই কামৰূপত বিদ্যাশিক্ষাৰ বড় উৎসাহ দিলে কায়স্থ আৰু কলিতা জাতিৰ কোনো কোনো লোকে অঙ্ক ইত্যাদি শিক্ষাৰ নিমিত্তে পুস্তক ৰচনাৰ উদ্যোগ কৰিলে। শিবসিংহ স্বৰ্গদেৱৰ পূৰ্ব্বে উজনি খণ্ডত বিদ্যাশিক্ষাৰ এফেৰিও চৰ্চ্চা থকাৰ বিষয় জনা নাযায়। কোনো কোনো পণ্ডিত আৰু অধ্যাপকে আপনাৰ বা কোনো কোনো ডাঙ্গৰ লোকৰ সাহায্যত কোনো কোনো ঠাইত কোনো কোনো ছাত্ৰক শিক্ষা দিছিল। বড় ৰজাই এটি পাঠশালা কৰি দিয়ে। এইসকলতো কেৱল সংস্কৃত ভাষাৰ মাত্ৰ শিক্ষা দিয়া হইছিল। তাৰ পাছত আন আন ঠাইত সংস্কৃত পঢ়াৰ ছাত্ৰশালা হ'ল। চলিত ভাষা শিক্ষাৰ কোনো প্ৰকাশ্য পাঠশালা নাছিল। চলিত ভাষাত কেবল অঙ্কশাস্ত্ৰ মাথোন শিক্ষা দিছিল। তাকো যিসকলে মাটি পিয়ল কৰা ইত্যাদি ব্যবসায় কৰিব খুজিছিল সি সকলোৱেহে সি শাস্ত্ৰ

* এই সময়ৰ পূৰ্ব্বেও লিখিত ভাষা থকা অনুমান হয়।

শিক্ষা কৰিছিল। ব্রিটিশ গৱর্ণমেণ্টে এই দেশ লোৱাৰ অল্প পাছতে স্থানে স্থানে ইংৰাজী স্কুল সংস্থাপিত হ'ল। বাঙ্গালা ভাষাই যে ই দেশৰ ভাষা ইয়াকে নিশ্চয় কৰি বাঙ্গালা ভাষা শিক্ষাৰ পাঠশালাও অনেক ঠাইত সংস্থাপিত হ'ল। কিন্তু ইংৰাজী ১৮৭২ সনৰ পৰা ৰাজকাৰ্য্যালয় আৰু পাঠশালাত অসম দেশৰ প্ৰচলিত ভাষা শিক্ষা দিবৰ আজ্ঞা গবৰ্ণমেণ্টৰ পৰা হোৱাত ক্রমে সেইৰূপে কাৰ্য্য হ'ব লাগিছে, এই দেশৰ লোকসকলৰ সংস্কৃত মূলক ভাষাৰ লগত ইয়াৰ ওচৰ চুবুৰীয়া পৰ্ব্বতীয়া আদিবাসী লোকসকলৰ আৰু আহোমবিলাকৰ অনেক কথা বিশুদ্ধ বা অপভ্ৰংশ হই ইয়াত চলি আছে। ইয়াৰ মূল বিচাৰি পোৱা এতিয়া বড় টান হইছে। কিন্তু ইয়াৰ চৰ্চ্চা যিমান বাঢ়িব তিমান ই সকল কথা বিশেষকৈ প্ৰকাশিত হ'ব এনে আশা কৰোঁ। অসমীয়া ভাষাত যে প্ৰকৃতে মূল সাহিত্য গ্ৰন্থ অধিক আছে এনে বুলিব নোৱাৰি। শঙ্কৰদেৱ, মাধৱদেৱ, অনন্ত কন্দলা প্ৰভৃতি পণ্ডিতসকলে সেইকালৰ সাধুভাষাত দশম, কীৰ্ত্তন, ঘোষা, ৰত্নাবলী প্ৰভৃতি গ্ৰন্থ সংস্কৃত ভাগৱতাদি পুস্তকৰ পৰা সংগৃহীত কৰি ৰচিছে। আৰু ৰামায়ণ মহাভাৰত, প্ৰায় সংস্কৃত পুৰাণ এবং গীতা প্ৰভৃতি শাস্ত্ৰকো অনুবাদ কৰি ৰচনা কৰিছে। এইসকল পদ্য ছন্দত। গদ্য ছন্দৰ কথা ভাগৱত গুৰু কথা চৰিত্ৰ প্ৰভৃতি পুথিও আছে। ইয়াৰ ভিতৰত কেবল গদ্য গুৰু কথা চৰিত্ৰ মাথোন মূলগ্ৰন্থ। চাণক্য প্ৰভৃতি নীতি পূৰ্ণ ক্ষুদ্ৰ কাব্যকো অসমীয়া ভাষা ও অনুবাদ আছে। নাটক—শঙ্কৰদেৱ আৰু তেওঁৰ সমকালজ বা পাছে কোনো লোকে পৌৰাণিক কথাৰ কৃষ্ণজন্ম, সীতা স্বয়ম্বৰাদি কোনো কোনো বিবৰণৰ অনেক নাটক ৰচনা কৰিছে। সেইসকল নাটকৰ অভিনয় কোনো কোনো পৰ্ব্বাদিত সত্ৰ বা গাঁওত সদাই হই থাকে। তাকে ভাৱনা বোলে। এইবিলাক নাটকত অনেক হিন্দী শব্দ মিশ্ৰিত আছে।

ইতিহাস বা বুৰঞ্জী—গুৰু কথা চৰিত্ৰ গদ্য গ্ৰন্থত শঙ্কৰ আৰু মাধৱদেৱ এবং তেওঁবিলাকৰ শিষ্যসকলৰ বিবৰণ পোৱা যায় আৰু সেই কালৰ ৰজাসকলৰো কোনো কোনো বিশেষ ঘটনা জানিব পাৰি। এইদেশৰ প্ৰায় ভদ্ৰলোক সকলো একোখন বুৰঞ্জী লিখি ঘৰতে থইছিল। ৰাজেশ্বৰ সিংহ স্বৰ্গদেৱৰ দিনত এইৰূপ অনেক বুৰঞ্জী নষ্ট কৰা হয়।

তাৰ কাৰণ এই যে কি জানি কোন বুৰঞ্জীত ৰজাঘৰীয়া বুৰঞ্জীৰ বিপৰীত কথা লিখা আছে।*

অঙ্ক—অঙ্কশাস্ত্ৰৰ পুথিবিলাক অসমীয়া ভাষাত ৰচিত। প্ৰসিদ্ধ শুভঙ্কৰৰ মতৰ অঙ্কও ইয়াত প্ৰচলিত। কিন্তু এই দেশৰ হৰণ আৰু পূৰণাঙ্ক কৰিবৰ প্ৰণালী বঙ্গদেশৰ নিয়মানুযায়ী নহয়। এই দেশত প্ৰাচীন নিয়মে অধিক সংখ্যাৰ পৰা ক্ৰমান্বয়ে দক্ষিণাবৰ্ত্তে পূৰণ হই গই থাকে। তাৰ অঙ্কপাত পূৰক অঙ্কৰ তলত নহৈ যি অঙ্কক পূৰিব লাগে তাৰ ওপৰত হয়। আৰু তাতেই তাৰ মুঠ লিখা হয়। ই নিয়ম এতিয়া ক্ৰমে গুচি আহি বৰ্ত্তমান পঢ়াশালীবিলাকত ইংৰাজী নিয়ম প্ৰবৰ্ত্তিব ধৰিছে। মাটি পীয়লৰ জোখ অসম দেশত পৃথক আছিল কিন্তু এতিয়া বাঙ্গলা নিয়মৰ অনুকৰণ হ'ব লাগিছে। অসমীয়া অঙ্ক পুস্তকত লীলাবতীৰ কোনো কোনো আৰ্য্যা সূত্ৰবো অনুবাদ আছে।

ব্যাকৰণ—অসমীয়া ভাষাক ভাষা বুলি পূৰ্ব্বে শিক্ষা নিদিছিল। ভাষা বুলিলেই অনাদৃত কথা বুলি তাৰ প্ৰতিলোকে যত্ন নকৰিছিল। সংস্কৃতৰ প্ৰতিহে লোকৰ আদৰ আছিল। সি কাৰণে অসমীয়া ব্যাকৰণ নাছিল। অতি অল্প দিন মাত্ৰ হইছে এই ভাষাৰ দুখানি ব্যাকৰণ ৰচিত হইছে। আৰু গদ্য, পদ্য, এবং নাটক প্ৰভৃতিবো কেইখানিমান প্ৰস্তুত হইছে।

বৈদ্যশাস্ত্ৰ—সংস্কৃত নিদান শাস্ত্ৰ ভাষাত শ্ৰেণীবদ্ধৰূপে নহলেও কোনো কোনো অংশ অনুবাদিত হইছে। আসুৰিক চিকিৎসাৰ অনেক পুথি পদ্য আৰু গদ্যত আছে। ইয়াৰ অনেকত অনেক ৰোগৰ নাম লক্ষণ ঔষধ এবং চিকিৎসাৰ প্ৰণালী আছে। ইয়াত বাজে অনেক পুথিত নানা-ৰোগৰ মন্ত্ৰ দেশীয় ভাষাত ৰচিত আছে। মাৰণ, উস্থাটন, বশীকৰণ প্ৰভৃতিৰো মন্ত্ৰ, ভাষাত পোৱা যায়। এইসকল ঔষধ আৰু মন্ত্ৰৰদ্বাৰা অনেক লোকে দেশত প্ৰাণ প্ৰবৰ্ত্তাই আছে।

সংগীত—শঙ্কৰ-মাধৱ আৰু আন আন ধৰ্ম্ম প্ৰবৰ্ত্তকসকলে হিন্দু ধৰ্ম্মৰ অনেক গীত ৰচিছে। তাৰ ৰাগ ৰাগিনীবো নিয়ম নিবন্ধন আছে।

---

* প্ৰায় মহাজনবিলাকৰ একোখানি বংশাবলী বা চৰিত্ৰ আছে। তাত সেই সকলৰ বংশৰ চৰিত্ৰ গদ্য বা পদ্য ছন্দত লেখা আছে।

কৃষ্ণ মঙ্গল, দুৰ্গা মঙ্গল, প্ৰভৃতি গীত ভাষাত আছে। সংগাত বিদ্যাৰ ৰাগ ৰাগিনী ইত্যাদিৰ নাম আৰু নিয়ম দেশীয় ভাষাত লেখা পুথি আছে। অসমীয়া গীত প্ৰসিদ্ধ সংস্কৃত নিয়মৰ ৰাগৰাগিনীৰদ্বাৰা গ্ৰথিত হলেও তাৰ সুৰ সচৰাচৰ যিবিলাক সুৰৰ গীত হিন্দী বা বাঙ্গালী ভাষাত শুনি সেইৰূপ নোহোৱা হেন অনুমান হয়। সেইবিলাক সুৰ অতি প্ৰাচীন কালৰেপৰা চলিছে। এইবিলাকত বিনে আন কোনো বিষয়ৰ গ্ৰন্থ অসমীয়া ভাষাত থকা দৃষ্ট নহয়। ই সকলৰদ্বাৰা এনেটো নিশ্চয় জানিব পাৰি যে এই দেশৰ লোকসকলে অন্য কোন ভাষালৈ প্ৰতীক্ষা নকৰি আপুনি যি ভাষা ব্যবহাৰ কৰে বা যি ভাষা সাধু ভাষা জানে তাৰে শ্ৰীবৃদ্ধিৰ অৰ্থে এক কালত প্ৰচলিত ভাষাক কুভাষা আৰু এককালত সি ভাষা কোনো ভাষাই নোহোৱা বুলি অনাদৃত হই থকাতো যত্ন কৰিছিল এবং এতিয়াও কৰিব লাগিছে।

## ষোড়শ অধ্যায়

এই দেশত যিসকল লোক আছে তাৰ প্ৰায় সকলোৰেই প্ৰধান ব্যবসায় কৃষি। আন ব্যবসায় নিচেই অল্প মাত্ৰ। যিসকলে আন ব্যবসায় কৰে তাৰো অনেকৰে ক্ষেতি আছে। যিবিলাক লোক এই দেশত অন্য দেশৰপৰা আহি অৰ্থোপাৰ্জ্জনৰ নিমিত্তে বসতি কৰিছে তেওঁবিলাকৰহে কৃষি নাই। কৃষি ব্যবসায় ইয়াত সাধাৰণৰূপে চলিলেও ইয়াৰ লোকসকলে তাৰ উন্নতিলৈ বিশেষ দৃষ্টি নাৰাখে। শঙ্কৰদেৱৰ সময়ত কৃষিৰ যি প্ৰণালী আৰু আয়োজন আছিল সিয়েই এতিয়ালৈকে আছে। এতদ্দেশীয় কৃষক মাত্ৰেই কেবল স্বাভাবিক উপায়হে আশ্ৰয় কৰে। অতি বৃষ্টি বা অনাবৃষ্টিত কোনো অশুভ ফল কেতিয়াও নিবাৰণ নকৰে। কোনো দূৰস্থ জলাশয়ৰপৰা জল সেচন কৰি শুষ্ক ভূমিক উৰ্ব্বৰা নকৰে। অথবা জলমগ্ন ঠাইৰপৰা জল নিঃসাৰণ কৰি সি ঠাইক কৃষিৰ উপযোগী নকৰে। প্ৰায় মাটিতে একপ্ৰকাৰ মাত্ৰ শস্যোৎপাদন কৰে আৰু অসাৰ মাটিক সাৰ দি তাৰ উৰ্ব্বৰত্ব আৰু শস্যৰ গুণ বৃদ্ধিৰ প্ৰতি যত্নশীল নহয়। ইয়াৰদ্বাৰা দেশীয় লোকসকলক অলস বুলিব পাৰি কিন্তু প্ৰকৃতে সেইটো নহয়। অসমৰ মাটি উৰ্ব্বৰা। ইয়াত বেপাৰ বাণিজ্যৰ তাদৃক সুযোগ নাই। এই হেতুকে সিৰূপ আচৰণ কৰা হয়। ভূমিৰ উৰ্ব্বৰতা হোৱাত অতি দুৰ্যোগতো সাধাৰণ শস্য পোৱা যায়। অভাব নহলে প্ৰয়োজন নহয়। ইয়াত সাধাৰণ লোকসকলৰ তিমান অভাব নাই সেই কাৰণে অতিৰিক্ত শ্ৰম নকৰে। যদি ভাৰতবৰ্ষৰ আন আন ঠাইৰ দৰে ইয়াত প্ৰজাবিলাকে সেই পৰিমাণে কৃষিত যত্ন কৰিলে-হেঁতেন, তেনেহলে প্ৰজাৰ অবস্থা আৰু সৌভাগ্যশালিনী হলহেঁতেন।

কৃষিৰ যি যি যন্ত্ৰ সিসকলো সামান্য। আৰু সিসকল সমুদায় ক্ৰয় কৰিলে ৫।৬ টকাৰ অধিক ব্যয় নালাগে। এহাল বলদ গৰুৰে ১০।১২ বিঘা ভূমি কৰ্ষণ কৰিব পাৰি। বাৰ্ষিক সচৰাচৰ তিনিটাৰ অধিক শস্যৰ কৃষি নকৰে। শালিধান, আহুধান আৰু সৰিয়হৰ ক্ষেতিয়েই প্ৰধান। ইয়াত

বাহিৰেও শাক-পাচলি কুঁহিয়াৰ, মৰাপাট, মাহ, ধপাত প্ৰভৃতিৰো অল্প পৰিমাণে ক্ষেতি হয়। ইয়াৰ পাৰ্ব্বত্য প্ৰদেশৰ অনেক ঠাইত কপাহ প্ৰচুৰ জন্মে। গৰু আৰু ম'হ দুয়োৰো দ্বাৰা হাল বাহন হয়। কিন্তু ইয়াৰ প্ৰতি তাদৃশ যত্ন কৰা দৃষ্ট নহয়। গৃহপালিত অন্য যি পশু পক্ষী থাকে তাৰ প্ৰতিও তাদৃশ যত্ন নাই। পুৰুষ আৰু স্ত্ৰী উভয়েই এই দেশত কৃষি-কাৰ্য্য কৰে। যি কাৰ্য্যত কঠিন পৰিশ্ৰমৰ প্ৰয়োজন তাক পুৰুষে আৰু য'ত সামান্য পৰিশ্ৰমৰ প্ৰয়োজন তাক স্ত্ৰীজাতি দ্বাৰা সম্পাদন হয়। মুগা, এড়ি, পাট, লা প্ৰভৃতি কেতবিলাক বস্তু ইয়াত উপাৰ্জ্জন কৰা হয়। ইয়াৰে ই দেশীয় লোকৰ প্ৰয়োজন সাধন আৰু অৰ্থোপাৰ্জ্জন ই দুই প্ৰকাৰতে সাহায্য হইছে। এই দেশৰ প্ৰজা সংখ্যাতকৈ ভূমিৰ সংখ্যা অধিক সেই কাৰণে লোকসকলে কোনো প্ৰকাৰ ভূমিৰ প্ৰতি তাদৃশ আদৰ নকৰে। কৃষি কাৰ্য্যত বড় শ্ৰদ্ধা নকৰিলেও এই দেশীয় লোকে যি কাৰ্য্য কৰে তাত অদক্ষতা নাই।

আজি প্ৰায় পঞ্চাশ বৎসৰ হইছে আসামত চা বৃক্ষ থকা প্ৰকাশ হইছে। ক্ৰমে তাৰ কৃষি আৰু উন্নতি অধিক হ'ব লাগিছে। ইয়াৰ দ্বাৰা অনেক অৰণ্যময় পতিত ভূমি ফলবতী আৰু শস্যশালিনী হইছে। ইয়াৰ কৃষি আৰু নিৰ্ম্মাণৰ উপলক্ষে এই দেশত অনেক অৰ্থ বিক্ষিপ্ত হইছে। তাৰদ্বাৰা প্ৰজাসমূহৰ বিশেষ উপকাৰ হইছে। অনেক ইউৰোপীয় এবং অল্প পৰিমাণে এই দেশীয় লোকে এই চাহৰ কৃষি কৰিবলৈ ধৰি নিজেও সৌভাগ্যশালী হইছে। আৰু দেশৰো প্ৰকাৰান্তৰে উপকাৰ সাধিছে। এই চাহ এতিয়া আসামৰ এটি প্ৰধান উৎপন্ন দ্ৰব্য হইছে।

যি দেশত কৃষি সকলো লোকেই কৰে অথচ তাৰ অৱস্থা নিস্তেজ সি দেশত বাণিজ্যৰ বৰ্ত্তমান অৱস্থা তেজস্বিনী হোৱা অসম্ভব। ই দেশৰ লোকসকলে বাণিজ্যক অনাদৰ কৰিছিল। প্ৰায় সকলো লোকেই সকলো প্ৰকাৰ বস্তু আপুনি উপাৰ্জ্জন কৰে। বিদেশীয় লোকৰ সংখ্যা অতি কম। এই হেতুকে লোকৰ অভাৱ অধিক নাছিল। যাৰ কোন দ্ৰব্যৰ প্ৰয়োজন আছিল সি কোনো সৰহীয়া যা অপ্ৰয়োজনীয় বস্তু সলনি

কৰি তাক পাইছিল। এতিয়াও সি নিয়ম অনেক বিষয়ত প্ৰচলিত আছিল। স্বৰ্গনাৰায়ণ ৰজাৰ পূৰ্ব্বে এই দেশত কোনো টকা বা মুদ্ৰা নাছিল। আৰু বেহাৰ:তো বিশ্বসিংহ ৰজাৰ পূৰ্ব্বে কোনো টকা নাছিল। দেশৰ এঠাইৰপৰা অন্য ঠাইলৈ যাবৰ পথ তেনে সুগম নাছিল। আমাৰ নিচেই চুবুৰীয়া পৰ্ব্বতীয়া জাতিবিলাকৰ অৱস্থা তেনে নাছিল আৰু নহয়। সিহঁতে সময়ে সময়ে দাঁতি ফালে আহি অত্যাচাৰ কৰি লুটি-পুটি মাত্ৰ নিবলৈ যত্ন কৰিছিলে। পাছলৈহে অলপ অলপ বস্তু সলনি কৰিবলৈ আৰম্ভ কৰিলে। বঙ্গাল দেশে সইতে বাণিজ্যৰ তাদৃশ সুযোগ নাছিল। আসামৰ লোকে ভিন্ন দেশলৈ যাবলৈ বড় ভয় কৰে আৰু ভিন্ন দেশৰ লোকৰো তেনে অসূয়া ভাব আছিল। শঙ্কৰ-দেৱৰ দিনত অতি অলপ সংখ্যক লোকে নৌকা পথে বস্তুৰ বেপাৰ কৰিছিল। এইসকলক মুদৈ বুলিছিল। এইৰূপ অনেক মুদৈ এতিয়াও আছে। নগৰত পাহাৰীবিলাকে আন আন ঠাইৰপৰা বস্তু আনি বেচিছিল। আৰু মুদৈবিলাকৰপৰা কোনো বস্তু লই বিক্ৰয় কৰিছিল। মুসলমানৰ স্ত্ৰীসকলেই প্ৰকাশ্য ভাবে ঘৰতে দোকান দিছিল।

কাপ্তান ওৱালিশ সাহাব এই দেশলৈ অহাৰ পাছত বঙ্গালদেশে সইতে গমনাগমনৰ পথ উত্তমৰূপে মুকলি হ'ল। কমলেশ্বৰ ৰজাৰ দিনত কেঁয়া আৰু বঙ্গালী মানুহে এই দেশৰ কোনো কোনো ঠাইত দোকান কৰিলে। তাৰো সংখ্যা অতি কম। ভুতৰ পুতেকৰ খবৰৰ সময়ত যোড়হাট নগৰত তিনিখন দোকানহে আছিল। তাৰে দুখন পৰশুৰাম দুৱাৰীয়াৰ ঘৰৰ। গুৱালপাড়াৰ সিপাৰে হাদীৰা চকীক বঙ্গালহাট বুলিছিল। উজনি আৰু ভাটীৰ যাবতীয় বেপাৰৰ বস্তু তাতে একত্ৰিত হইছিল। আৰু তাৰে বস্তুবিশেষে কৰ গ্ৰহণ কৰা হইছিল। সেই কৰ প্ৰদান নকৰিলে ইফালে সিফালে বস্তু নিব নোৱাৰে এই দেশ ব্ৰিটিশ গবৰ্ণমেণ্টৰ অধীনলৈ অহাৰ পূৰ্ব্বে ই দেশলৈ লোণ, চেনি, যবক্ষাৰ, কাপোৰ, মণি প্ৰভৃতি বস্তু বঙ্গাল দেশৰ পৰা আহিছিল। আৰু এই দেশৰ পৰা হাতী দাঁত, মজাঠি, কপাহ, এড়ি, মুগা, পাট-সূতা প্ৰভৃতি বস্তু ভাটীৰ ফালে পঠোৱা হইছিল। তেতিয়া যিসকলে ইয়াত বেপাৰ কৰিছিল তেওঁবিলাকে এনেকৈ কইছিল

বোলে "শোকোতা দি মুকুতা পাইছোঁ।" এই দেশ ব্রিটীশাধিকৃত হলত নানাদেশৰ লোক ইয়াত বাণিজ্য কৰিবলৈ আহিল। কেঁয়া নামে প্রসিদ্ধ মাড়োৱাৰৰ আগৰওৱালা আৰু ওসোৱাল ঢাকাৰ মুসলমান বেপাৰী এবং কিছুমান অন্য বঙ্গালী বেপাৰী এই দেশৰ প্রধান বণিক। এই দেশীয় লোকৰ মাঝত বেপাৰ কৰা মানুহৰ সংখ্যা সৰহ হলেও বিখ্যাত কোনো বেপাৰী নাই। অসম দেশৰ বেপাৰ প্রায়েই হোলোং নৌকাৰ দ্বাৰা হয়। বঙ্গালী আৰু কেঁয়া মহাজনবিলাকে বঙ্গালী নাও আৰু ধোঁৱাৰ জাহাজেৰে বস্তু অনাই বেপাৰ কৰিছে। এতিয়া প্রতিমাহেই কেইবাবাৰো ধোঁৱাৰ জাহাজ এই দেশলৈ অহাৰ দ্বাৰা দেশত বাণিজ্য ক্রমে বৃদ্ধি পাব লাগিছে। দোকানৰ সংখ্যা ক্রমে বৃদ্ধি হ'ব লাগিছে।

অসম দেশত স্বাধীন বৃত্তি অবলম্বন কৰা ধনীৰ সংখ্যা নিচেই তাকৰ কিন্তু ক্রমে তাৰো সংখ্যা বৃদ্ধি হই আহিব লাগিছে। এই দেশীয় লোকে বাঢ়িতে সৰহ ধন প্রতি বৎসৰে দিব লাগিছে। কৃষকবিলাকে আপোনাৰ উৎপন্নেৰে ব্যয় নির্ব্বাহ কৰি অতি অল্পমাত্র সঞ্চয় কৰিব পাৰে। অন্য লোকৰ পক্ষেও সেইৰূপেই। প্রয়োজন সাধিবলৈ যি ঋণ কৰা যায় তাত বিস্তৰ বাঢ়ি দিব লাগে। এই নিমিত্তে দেশীয় লোকে সাধাৰণত স্বচ্ছন্দৰূপে থাকিব নোৱাৰে। এতিয়া অসম দেশত ধনোপার্জ্জনৰ নানা উপায় হ'ব লাগিছে আৰু অনেক ন ন ব্যবসায় হ'ব লাগিছে। সেইবিলাকৰ দ্বাৰা দেশৰ অবস্থা উন্নতিৰ পথলৈ আগ বাঢ়িছে। এনে আশা কৰিব পাৰি। কপাহ, সৰিয়হ, লা, চাহ, মুগা, এড়ি, পাটসূতা, হাতীদাঁত, কয়লা, মজাঠি, বেত আৰু ৰবৰ আঠা এই দেশৰ প্রধান উৎপন্ন দ্রব্য। আৰু এইবিলাক ইয়াৰ পৰা ভাটীলৈ বিস্তৰ পৰিমাণে যায়। ভাটীৰ পৰা লোণ, চেনি, কাপোৰ, বাসন, কাঠৰ দ্রব্য, নানাবিধ আমোদৰ বস্তু, গাঁজা, আফিঙ্গ, ইউৰোপীয় মদিৰা, অলঙ্কাৰ, সোণ, ৰূপ, কোৰ প্রভৃতি বস্তু আমালোকৰ দেশলৈ আহে। এবং অস্ত্র, তৈল, চাউল, তামাখু, লালী প্রভৃতি বস্তুও এই দেশলৈ আহে। আমি যি বস্তু ভিন্ন দেশলৈ পঠাওঁ তাতকৈ যি বস্তু ভিন্ন দেশৰ পৰা আমি পাওঁ তাৰ মূল্য অধিক। ভাটীৰ ভাল ভাল বস্তুৰ প্রতি দেশীয় মানুহৰ মন বড়কৈ যাব ধৰিছে। সেই দেখি আমালোকৰ

একপ্রকাৰে চাপে উৎপন্নতকৈ ব্যয় অধিক। সেই কাৰণে আমাৰ ঋণ আৰু বাঢ়িব সংখ্যা কিছু অধিক। কিন্তু সম্প্ৰতি অসম দেশৰ ধন প্ৰায় অসম দেশতে থাকে। সেই কাৰণে আমি তাৰ পৰা বড় অসুবিধা সদাই নাপাওঁ।

এই আসাম দেশক অৰণ্যময় বুলিলেও দোষ নাই। কিন্তু ইয়াৰ পৰাও আমাৰ উপকাৰ হইছে। পূৰ্ব্বে এই দেশৰ পৰা ভাটীলৈ বিস্তৰ শালকাঠ গইছিল। এতিয়া বনৰক্ষক বিভাগ সৃষ্টি হোৱাৰ পৰা সেইটিৰ অনেকাংশে বাধা হইছে। বন্যহস্তী ধৰাৰ বিষয়েও পূৰ্ব্বতকৈ কৰ বৃদ্ধি হইছে। তথাপি ইয়াৰ বেপাৰৰ পৰা অনেক অৰ্থলাভ হইছে। ইয়াত বাজেও গণ্ডাৰ বা গঁড়ৰ খড়্গ, মহিষ শৃঙ্গ, হৰিণ শৃঙ্গাদিৰো বেপাৰ অল্প পৰিমাণে আছে।

আসাম দেশত পূৰ্ব্বে শিল্পবিদ্যাৰ বিশেষ অনুশীলন আছিল, তাত বড় অপটুতা নাছিল। এই দেশৰ কোনো কোনো নদীৰ পৰা সুবৰ্ণ পোৱা গইছিল আৰু তাৰে বিস্তৰ সাহায্য হইছিল। নানাপ্ৰকাৰ কপাহ, মুগা, এড়ি আৰু পাটৰ কাপোৰ, তাম, পিতল কাঁহৰ বাসন, সোণ ৰূপৰ অলঙ্কাৰ, হাতী দাঁত, কাঠবাঁহৰ বস্তু অনেক এই দেশত প্ৰস্তুত হোৱাত দেশীয় লোকৰ প্ৰয়োজন সাধন হইছিল। এই সকল কাৰ্য্যৰ নিমিত্তে মানুহৰ খেল আছিল ; সেই সেই খেলৰ মানুহে সেই সেই কাৰ্য্যকে কৰিছিল। এই খেল কোনো বৈদিক জাতি ঘটিত নাছিল। ই খেল বিভাগ ব্যবসায়ানুসাৰে হইছিল। সেই সেই খেলৰ লোকসকলে নিজে ব্যবসায় কৰিছিল আৰু তাক উন্নত কৰিবলৈ সুযোগ পাইছিল। সি ব্যবসায়ৰ নিমিত্তে ৰাজকীয় বৃত্তিও সিহঁতে পাইছিল অৰ্থাৎ সি লোকসকলে নিজ ব্যবসায় ৰজাৰ সমীপত উৎসৰ্গ কৰাত ৰজাৰ পৰাও নিষ্কৰে ভূমিভোগৰ অধিকাৰ পাইছিল। তাৰ পৰা অন্যান্য লোকৰো উপকাৰ হইছিল। পাছে ব্ৰিটিশাধিকাৰ হোৱাত খেলৰ প্ৰণালী লোপ পালে। সকলোৱে নিজ নিজ ব্যবসায় কৰি তাৰ উৎপন্ন নিজে উপভোগ কৰিবলৈ আৰু ভূমিৰ কৰ দিবলৈ বাধ্য হ'ল। ইফালে বিদেশীয় বস্তু আহিবলৈ ধৰিলে। সুযোগ পাই লোকে বিদেশীয় বস্তুৰ প্ৰতি আদৰ কৰাত দেশীয় শিল্পকাৰ্য্য প্ৰায় লোপ হবলৈ ধৰিছে।

হিন্দুজাতিৰ অনুসাৰে যদি জাতিবন্ধন থাকিলহেঁতেন তথাপি শিল্প ব্যবসায়ীৰ অনুৎসাহ নহলহেঁতেন। সেই জাতিবন্ধন শিথিল হোৱাত সি সি ব্যবসায় লোপ পাবলৈ বহু উজু হল। এইৰূপ হোৱাত সময়ে সময়ে দেশত চলিত কাৰ্য্য সম্পাদনৰ পক্ষেই অনেক অসুবিধা হইছে।

বস্ত্ৰ নিৰ্ম্মাণ এই দেশীয়া স্ত্ৰী জাতিৰ এটি প্ৰধান কাৰ্য্য। কিন্তু বিদেশীয় সূতা আৰু বস্ত্ৰ সদাই ই দেশলৈ আহি থকাত অনেক স্ত্ৰীয়ে সি কাৰ্য্যৰ প্ৰতি তাদৃক শ্ৰদ্ধা নকৰে। ব্যবসায় আৰু পৰিশ্ৰম বিষয়ে অসমীয়া লোক সকলৰ মাঝত এক মহা হুলস্থুল হ'ব লাগিছে। কেতিয়া যে ইয়াৰ শেষ হই সমাজ বন্ধন স্থিৰ হ'ব তাক শীঘ্ৰে অনুমান কৰিব নোৱাৰি।

## সপ্তদশ অধ্যায়

যেতিয়া অসম দেশলৈ আৰ্য্যজাতিৰ আগমন হোৱা নাছিল তেতিয়া এই দেশত এক এনে ধৰ্ম্ম প্ৰচলিত আছিল যাক পৌত্তলিক বুলিলেও হানি নাই। সেই ধৰ্ম্ম জড়োপাসনা মাত্ৰ। সি সময়ৰ ধৰ্ম্মৰ চিহ্ন সেই ধৰ্ম্ম এতিয়াৰ অনাৰ্য্য কছাৰী, লালুঙ্গ, মিৰী, ডফলা প্ৰভৃতি জাতিৰ মাঝত পোৱা যায়। কিন্তু আৰ্য্যজাতি এই দেশলৈ অহাৰ পৰা সি জাতিৰ সৰ্ব্বপ্ৰকাৰ প্ৰাধান্য হোৱাত কালক্ৰমে অনাৰ্য্যজাতিৰ মাঝতো পৌৰাণিক আৰ্য্যসকলৰ উপাস্য মহাদেৱ বা বুঢ়াগোঁহাই; কালিকা বা কালী, বৰমানী বা ব্ৰাহ্মাণী প্ৰভৃতিৰ নাম পোৱা যায়। মহাভাৰতৰ যুদ্ধৰ পূৰ্ব্বেই যে এই দেশলৈ হিন্দুধৰ্ম্ম আহি সংস্থাপিত হইছে তাৰ প্ৰমাণ পোৱা যায়। কিন্তু বৈদিক কালৰ আৰ্য্য ধৰ্ম্ম ইয়াত সংস্থাপিত হোৱাৰ কোনো বিশিষ্ট প্ৰমাণ পোৱা নাযায়। পৌৰাণিক ধৰ্ম্মৰ প্ৰাদুৰ্ভাব ই দেশত যথেষ্টৰূপে আছে। ভগদত্ত, বাণ, ভীষ্মক প্ৰভৃতি ৰজাসকলে পৌৰাণিক হিন্দুধৰ্ম্ম মানিছিল। তেওঁ-বিলাকে সংস্থাপন কৰা দেবতাৰ স্থান এই পৰ্য্যন্তে দেদীপ্যমান আছে, ক্ৰমে আৰ্য্যবিলাকৰ ধৰ্ম্ম দেশত ব্যাপিল। এবং অনেক তীৰ্থ আৰু পুণ্যস্থান প্ৰতিষ্ঠিত হ'ল। প্ৰায় পঁচিশ শ বৎসৰ পূৰ্ব্বে শাক্যসিংহ মুনিয়ে মগধ দেশত বৌদ্ধধৰ্ম্ম প্ৰচাৰ কৰে। ভাৰতবৰ্ষৰ সৰ্ব্বত্ৰতে সি ধৰ্ম্ম কালক্ৰমে প্ৰচলিত হ'ল। সি সময়ত এই দেশলৈকো সেই ধৰ্ম্মৰ স্ৰোত প্ৰবাহিত হয়। ইয়াৰ অধিকাংশ লোকে সি ধৰ্ম্মকে আশ্ৰয় কৰি প্ৰবৰ্ত্তিছিল। স্বামী শঙ্কৰাচাৰ্য্য কৰ্ত্তৃক খ্ৰীষ্টৰ প্ৰথম শতাব্দীত বৈদিক ধৰ্ম্মক পুনৰায় দেশত সংস্থাপিত হ'ল। তাৰেপৰা আকৌ অসম দেশতো হিন্দুধৰ্ম্ম ক্ৰমে প্ৰতিষ্ঠিত হ'ল। পুনৰ্ব্বাৰ পূৰ্ব্বলোপ পোৱা তীৰ্থৰ আবিষ্কাৰ এবং বৈদিক পূজাৰ প্ৰচলন হ'ল। সেই সময়তে যোগিনীতন্ত্ৰ প্ৰভৃতি কেতখিনি পুস্তকও ৰচিত হয়। সি পুস্তকত এই অঞ্চলৰ তীৰ্থাদিৰ মাহাত্ম্য বিবৰণ আৰু পূজাৰ পদ্ধতি প্ৰভৃতি লিখিত আছে। দেবেশ্বৰ নামে এক শূদ্ৰ ৰজাই অসম দেশত হিন্দুধৰ্ম্ম প্ৰচলনৰ বিষয়ে বিশেষ যত্ন কৰে। যদিচ ভাৰতবৰ্ষৰ অন্যান্য

ঠাইৰপৰা বৌদ্ধধৰ্ম্ম ক্ৰমে বিলোপ হল তথাপি এই দেশত শীঘ্ৰে তেনে হোৱাটো অনুমান কৰিব নোৱাৰি। খ্ৰীষ্টৰ একাদশ শতাব্দীত এই অঞ্চলত বৌদ্ধ ৰজাৰ অধিকাৰ থকাৰ কথা জানিব পৰা গইছে। হিন্দুধৰ্ম্ম ক্ৰমে উজ্জ্বল হই চলিবলৈ ধৰাত বৌদ্ধধৰ্ম্ম ক্ৰমে তিৰোহিত হোৱাত লোকৰ আচাৰ-নীতি আৰু ধৰ্ম্ম ভাবত বৌদ্ধাচাৰ থাকিল অথচ হিন্দুধৰ্ম্মও ভালকৈ দেশত প্ৰবৰ্ত্তা নাছিল। ব্ৰাহ্মণাদি হীনাচাৰী হ'ল। কলিতা প্ৰভৃতি কেতবিলাক শূদ্ৰে ব্ৰাহ্মণৰ ব্যবসায়ৰ প্ৰতি আক্ৰমণ কৰিলে। শক্তি ও শিবৰ উপাসনাই প্ৰধান হিন্দুবিলাকৰ পক্ষে শ্ৰেষ্ঠ আছিল। ইতৰ জাতিয়ে সি উপাসনাৰ পূজা ইত্যাদি নাজানি যিৰূপে অনুমান কৰিছিল সেইৰূপেই উপাসনা কৰিছিল। সাধাৰণ মানুহৰ মনত একেবাৰে ধৰ্ম্মভাবৰ অভাৱ হইছিল। অধিক কি এই দেশৰ ধৰ্ম্মৰাজ্যত মহা হুলস্থূল হইছিল। সাধাৰণ লোকসমূহৰ এনে মানসিক ভাব হ'ল যেন কোন এজনে আহি সেই ভাব দূৰীভূত কৰি দিয়ে।

ইতিপূৰ্ব্বে লিখা হইছে যে বাৰভূঁয়াসকলে আহি বৰদোৱা গ্ৰামত অবস্থিতি কৰে। সি ভূঁয়াসকলৰ শিৰোমণি কুসুম্বৰ ভুঁয়াৰ ১৩৭১ শকত এটি পুত্ৰ জন্মে। তেওঁৰ নাম শঙ্কৰ ভূঁয়া বা শ্ৰীশঙ্কৰদেৱ। তেওঁ বয়ঃপ্ৰাপ্ত হোৱাত এবাৰ ভাটীলৈ গই নানা তীৰ্থাদি দৰ্শন কৰি আহে। কন্দলী গুৰুৰ মুখে এওঁ সংস্কৃত ভাষা শিক্ষা কৰে। তীৰ্থাদি দৰ্শন কৰি আহি শঙ্কৰদেৱে ভাগৱতাদি শাস্ত্ৰৰ পৰা কীৰ্ত্তন, দশম প্ৰভৃতি পুস্তক অনুবাদ আৰু সংকলন কৰে। অনেকে কয় শঙ্কৰে নবদ্বীপৰ চৈতন্য গোস্বামীৰ পৰা ধৰ্ম্মদীক্ষা আৰু শিক্ষা লাভ কৰে। শঙ্কৰৰ চৰিত্ৰত ইয়াৰ কোনো কথা উল্লেখ নাই। যি প্ৰকাৰেই হওক শঙ্কৰদেৱে দৈবকীনন্দন কৃষ্ণকেই উপাস্য দেৱতা কৰি অন্যান্য দেবদেবীৰ পূজা অকৰণীয়, ইয়াকে প্ৰচাৰ কৰিব ধৰিলে। কছাৰীৰ উপদ্ৰৱত উজাই গই বেলগুড়িত কিছুমান দিন থাকে। তেতিয়াও, দুজন বৌদ্ধমতীয়া টাটকীয়াক শঙ্কৰদেৱে নিজৰ উপদেশ দ্বাৰা প্ৰকাৰান্তৰে স্থানান্তৰিত কৰে। শঙ্কৰে পুস্তক আৰু গীত ৰচনা কৰি মুখৰ উপদেশেৰে আৰু পৌৰাণিক বিবৰণ ঘটিত নাটক অভিনয় কৰি বৈষ্ণৱধৰ্ম্ম প্ৰচাৰিলে। তেওঁৰ লগলৈ অনেক লোক গই

সেই উপদেশ স্বীকাৰ কৰিলে। বাণ্ডুকা দেশৰ দীঘলাগিৰিৰ পুত্ৰ মাধৱদেৱ ভাটীৰ পৰা আহি শঙ্কৰতে দীক্ষা গ্ৰহণ কৰিলে। প্ৰচাৰকাৰ্য্যত শঙ্কৰক সাহায্য প্ৰদান কৰিলে। অহিন্দু আহোমবিলাকেও বৈষ্ণৱ ধৰ্ম্ম প্ৰচাৰৰ প্ৰতি দ্বেষভাব কৰিলে। অতি সামান্য অপৰাধতে শঙ্কৰৰ জামাতা হৰিক আহোমে বধ কৰে। এবং মাধৱদেৱকো বন্দী কৰে। পাছে শঙ্কৰদেৱে আহোম দেশ পৰিত্যাগ কৰি কামৰূপৰ পাটবাউসীত বসতি কৰিলে। কিছুদিনৰ মূৰত মাধৱদেৱো বন্দিৰ পৰা মুক্ত হই শঙ্কৰৰ লগলৈকে গ'ল। তেতিয়া সাধাৰণ লোকৰ মনত যেনে ধৰ্ম্ম আছিল শঙ্কৰৰ ধৰ্ম্ম তাৰ উপযোগী হ'ল। সহস্ৰ সহস্ৰ লোকে সেই ধৰ্ম্ম গ্ৰহণ কৰিলে। ব্ৰাহ্মণ-সকলে দ্বেষ কৰি নৰনাৰায়ণ ৰজাত শঙ্কৰ মাধৱৰ বিৰুদ্ধে কেবাবাৰো অভিযোগ কৰে কিন্তু ব্ৰাহ্মণসকলেই বাৰে বাৰে লজ্জা প্ৰাপ্ত হ'ল।

শঙ্কৰ আৰু মাধৱৰ অনেক প্ৰধান প্ৰধান শিষ্য হ'ল। সিসকলে দেশৰ স্থানে স্থানে সত্ৰ কৰি ধৰ্ম্ম প্ৰচাৰ কৰিবলৈ ধৰিলে। ইতৰ লোকসকলেই প্ৰথমে সি ধৰ্ম্ম গ্ৰহণ কৰিলে কিয়নো সিহঁতেই পুস্তকাদিত লেখা কথা আৰু গোপনীয় হিন্দুধৰ্ম্ম ভালকৈ নাজানে। এই ধৰ্ম্মত জাতিভেদৰ বড় বান্ধনি নাই। গাড়ো, কছাৰী, যবন প্ৰভৃতি লোক ই ধৰ্ম্মত দীক্ষিত হ'ল। ক্ৰমে ৰজাৰ অনুগ্ৰহ হোৱাত বেহাৰলৈকো শঙ্কৰ আৰু মাধৱ গই ধৰ্ম্ম প্ৰচাৰ কৰিলে। দেশৰ অধিকাংশ লোকেই শঙ্কৰৰ ধৰ্ম্মকে আশ্ৰয় কৰিলে। কালক্ৰমে ১৪৯০ শকতে শঙ্কৰ পৰলোকলৈ গমন কৰে। মাধৱদেৱে তেওঁৰ ধৰ্ম্মকে প্ৰচাৰ কৰিলে। কিন্তু মাধৱদেৱৰ মতে নিৰাকাৰ ঈশ্বৰৰ উপাসনাই প্ৰধান।* মাধৱদেৱো কালক্ৰমে পৰলোকলৈ যায়। তেওঁবিলাকৰ পূৰ্ব্বে লোকৰ মনত যেনে ধৰ্ম্ম ভাবৰ অভাব আছিল তাত তেওঁবিলাকৰ প্ৰচাৰিত ধৰ্ম্ম উপযোগী ধৰ্ম্ম হোৱাত শঙ্কৰ আৰু মাধৱ অজ্ঞান মানুহৰ আগত ঈশ্বৰাবতাৰ বুলি প্ৰসিদ্ধ হ'ল। তেওঁবিলাকৰ প্ৰচাৰিত ধৰ্ম্মকে মহাপুৰুষীয়া ধৰ্ম্ম বোলে। অনন্তৰ তেওঁৰ মতকে কোনো কোনো প্ৰচাৰকে

---

* শঙ্কৰদেৱৰ প্ৰচাৰিত ধৰ্ম্মক মাধৱদেৱে উন্নত আৰু উজ্জ্বল কৰে। সেই কাৰণে মাধৱদেৱক শিষ্যসকলে মহাপুৰুষ গুৰু বোলে।

কিঞ্চিৎ ইতৰ বিশেষ কৰি ব্যাখ্যা কৰাত তাৰে এক শাখা ঠাকুৰীয়া মত বুলি প্ৰসিদ্ধ হ'ল। সি সময়তে দামোদৰ, হৰিদেৱ, দেৱ গোপাল প্ৰভৃতি ব্ৰাহ্মণসৰ্কলেও বৈষ্ণব ধৰ্ম্ম প্ৰচাৰ কৰিলে। ব্ৰাহ্মণসকলৰ-দ্বাৰা প্ৰচাৰ হোৱাৰ নিমিত্তে সি মতক বামুনীয়া মত বোলে। ফলে মহাপুৰুষীয়া আৰু বামুনীয়া মূল মতত একো বিভিন্নতা নাই। উভয় মতেই বিষ্ণুৰ উপাসনা প্ৰচাৰ কৰে, মহাপুৰুষীয়াসকলৰ কাৰো কাৰো মত নিৰাকাৰ ঈশ্বৰৰ উপাসনাৰ ফালে ঢাল খোৱা। কিয়নো তেওঁ-বিলাকে অন্যান্য দেব-দেবীৰ অস্তিত্ব স্বীকাৰ কৰিলেও মূৰ্ত্তি পূজা বড়কৈ নামানে এবং শ্ৰাদ্ধাদি বৈদিক ক্ৰিয়াও বড় নকৰে।

এই ধৰ্ম্ম প্ৰচাৰ হোৱাৰ পাছত লোকৰ ধৰ্ম্মভাবৰ অভাব পূৰণ হ'ল। মাধবদেৱ আৰু আন কোনো কোনো শিষ্যে অনেক পুথি ৰচনা কৰিলে। এতিয়া এনেহে হইছে যে সিসকল পুস্তকৰ পদ আৰু গীত নাজানে এনে লোক প্ৰায় নাই। মহাপুৰুষীয়া ধৰ্ম্ম মতে পূজাদিৰ আৱশ্যক নাই। হৰিৰ নামেই সকলো উপাসনা। এই হেতুকে সৰ্ব্বত্রে হৰি কীৰ্ত্তন কৰা প্ৰচলিত। এই ধৰ্ম্ম প্ৰচাৰৰ নিমিত্তে দেশত অনেক ধৰ্ম্মালয় বা সত্ৰ আছে। তাত অধিকাৰী আৰু ডেকা মহন্ত-সকল আছে। ইসকলে ধৰ্ম্ম প্ৰচাৰ কৰে। এবং শিষ্যৰপৰা কৰ গ্ৰহণ কৰি প্ৰতিপালিত হয়। শিষ্যৰ পক্ষে এই কৰ অবশ্য দিবলগীয়া। নিদিলে সমাজচ্যুত হ'ব লাগে। মহাপুৰুষীয়া আৰু বামুনীয়া মতক এৰিও তান্ত্ৰিক দীক্ষা প্ৰণালী ই দেশত আছে। ৰজাৰ গুৰু পৰ্ব্বতীয়া গোসাঁই, নাতী গোসাঁই, নগোসাঁই, আৰু মুকলী মুৱীয়া ভট্টাচাৰ্য্য প্ৰভৃতি কেইবা ঘৰো ভট্টাচাৰ্য্য আছে। সিসকলে তান্ত্ৰিক দীক্ষা দিয়ে। তান্ত্ৰিক দীক্ষা গ্ৰহণৰ প্ৰথা শিৱসিংহ স্বৰ্গদেৱৰ দিনৰ পৰাহে বিশেষৰূপে দেশত চলিবলৈ ধৰিলে।*

এই দেশত প্ৰধান সত্ৰ এই এই। আউনী আটী, দক্ষিণ পাট,

* অৰাতিয়া বা পূৰ্ণ সেৱা নামে এক প্ৰকাৰ আচাৰ ই দেশত গোপনে চলিছে। ইয়াৰ ভকতসকলে জাতিভেদ নামানে। সকলো জাতিয়ে একত্ৰিত হই মদ্যমাংসাদি সকলো ভক্ষণ কৰি কীৰ্ত্তন কৰে। ই সেৱাত ভক্তি মাতৃ নামে এটি স্ত্ৰীৰ প্ৰয়োজন।

গড়মূৰ, কুকুৰাবাহী, নৰোৱা, কোৰামৰা দীঘলী, শ্যামগুড়ি, কমলাবাড়ী, বিয়াকুচী, বড়পেটা, বড়দোৱা, পাটবাউসী, মোৱামৰা আৰু দিহিঙ্গ আৰু ইয়াত বাহিৰেও এলেঙ্গী, শ্ৰীহাটী, জখলাবন্ধা প্ৰভৃতি অনেক সত্ৰ আছে। ৰুদ্ৰসিংহ স্বৰ্গদেৱৰ দিনত ১৬ পোনৰ এটকা সত্ৰ আছিল। এতিয়া অনেক সত্ৰ বাঢ়ি তাৰ সংখ্যা বৃদ্ধি হৈছে। কোনো কোনো সত্ৰত উদাসীন ব্ৰত অবলম্বনৰ নিয়ম আছে। এই সকল সত্ৰৰ মহন্তসকলৰ শিষ্যৰ ওপৰত বড় ক্ষমতা। তেওঁবিলাকৰ শাসনৰদ্বাৰা দেশত অনেক আচাৰ ব্যবহাৰ আৰু নীতি সজৰূপে চলি আছে। কিন্তু এতিয়া তাৰ অনেক ব্যতিক্ৰম অংশে হ'ব লাগিছে। পাপৰ লঘুগুৰু অনুসাৰে প্ৰায়শ্চিত্তৰ নিয়ম এই দেশত হিন্দু ব্যবস্থা মতেই চলিত। কোনো লোকে কোনো দুষ্‌ক্ৰিয়া কৰিলে যিমান দিনলৈকে প্ৰায়শ্চিত্ত নহয় আৰু গুৰুজাতি এবং সমাজক দণ্ড নিদিয়ে তিমান দিনলৈকে সি পতিত হই থাকে। তাৰ লগত কোনেও ব্যৱহাৰ নকৰে। এইৰূপে নিলগ কৰিবৰ ক্ষমতা গুৰু আৰু সমাজ দুইৰো আছে।*

ই দেশৰ মুসলমানবিলাকৰ সকলোৱেই শূন্নী মতাবলম্বী। কিন্তু হিন্দু-ধৰ্ম্মচাৰী ৰজাৰ অধীন আৰু হিন্দু ৰজাৰ মাঝত থকাত সিহঁতৰ অনেকেই বিশেষকৈ গ্ৰাম্য মুসলমানবিলাকে কিছুমান হিন্দু আচাৰ প্ৰবৰ্ত্তাইছে আৰু কোনো কোনো ঠাইৰ মুসলমানবিলাকে বিষহৰি প্ৰভৃতি হিন্দু-

---

তেৱেঁই সকলোৰে পূজ্য। ই তান্ত্ৰিক বামাচাৰী সেৱাৰ অনুকৰণ মাত্ৰ। অৰ্বাচীন ভকতসকলে শঙ্কৰদেৱৰ পূৰ্ণ ধৰ্ম্ম পোৱা বুলি অভিমান কৰে। সেই কালৰ তান্ত্ৰিক শিক্ষা আৰু শঙ্কৰদেৱৰ প্ৰচাৰিত ধৰ্ম্মই দুইৰো অপভ্ৰংশ এই মত। সকলো লোকে ইয়াক আচৰিব পাৰে। ইয়াৰ স্বতন্ত্ৰ আলয় নাই।

* কোনো কোনো মহন্তসকলে তেওঁবিলাকৰ এই ক্ষমতা বড়কৈ কুব্যবহাৰ কৰিবলৈ ধৰিছে। পূৰ্ব্বে এই দণ্ডৰ দ্বাৰা সমাজৰ উপকাৰ হোৱাটো উদ্দেশ্য আছিল। এতিয়া মহন্তৰ কোনো কোনোজনে নিজৰ উপকাৰহে বাঞ্ছে। এতিয়া ধৰ্ম্ম প্ৰচাৰ কাৰ্য্যৰ প্ৰতি তেনে সৰল আশা নেদেখি। ধৰ্ম্মৰ নিমিত্তে ধৰ্ম্ম প্ৰচাৰ গুচি কেৱল তেওঁবিলাকৰ উপাৰ্জ্জনৰ অৰ্থেহে ধৰ্ম্ম প্ৰবৰ্ত্তোৱা হেন অনুমান হ'ব লাগিছে। সেই কাৰণে লোক সকলৰ অনেক অশ্ৰদ্ধা দেখি।

দেৱতাক পূজা কৰে। অসম দেশত এক কালত বৌদ্ধধৰ্ম্ম চলিলেও বৌদ্ধধৰ্ম্ম মান্য কৰা লোক ইয়াত নাই। কোন সময়ত যে সি ধৰ্ম্ম চলিছিল ইয়াৰ প্ৰমাণ কেবল কোনো কোনো মন্দিৰ বা তাৰ ভগ্নাবশেষ এবং মানুহৰ সামাজিক অবস্থাতহে জানি। আসাম দেশ ব্ৰিটিশাধিকৃত হোৱাৰ পাছত ইয়ালৈ নানা ধৰ্ম্মৰ লোক আহিছে। খ্ৰীষ্টীয় মিশ্যনৰীসকলে খ্ৰীষ্ট ধৰ্ম্ম প্ৰচাৰ কৰিব ধৰিছে আৰু সেই ধৰ্ম্ম অতি অল্প সংখ্যক লোকে গ্ৰহণো কৰিছে। সুপবিত্ৰ সহজ একেশ্বৰবাদী ব্ৰাহ্ম ধৰ্ম্মও এতিয়া ক্ৰমে অসম দেশত প্ৰবৰ্ত্তিব ধৰিছে। এই ধৰ্ম্মৰ নিমিত্তে শঙ্কৰ আৰু মাধৱে পথ মুকলি কৰি থই গইছে, আৰু এনে আশা কৰা যাব পাৰে যে এই নিৰ্ম্মল ধৰ্ম্ম সেই পৰিস্কৃত পথেৰে প্ৰবেশ কৰি সত্বৰে আসাম দেশ উজ্জ্বল কৰিব।

## অষ্টাদশ অধ্যায়

আসাম দেশৰ বিবাহ প্ৰণালী ভাৰতবৰ্ষৰ অন্যান্য দেশতকৈ কিঞ্চিৎ বিভিন্ন দেখি। ব্ৰাহ্মণ আৰু কোনো কোনো শূদ্ৰৰ মাঝত মনু প্ৰণীত ব্ৰাহ্ম-বিবাহ অৰ্থাৎ কুমাৰী কালতে বৰক আহ্বান কৰি কন্যাদানৰ নিয়ম প্ৰচলিত। আন জাতিৰ মাঝত ই বিবাহ বড়কৈ নচলে। শূদ্ৰাদি জাতিত ৰজস্বলা হই গলেও কন্যাৰ বিবাহ হ'ব পাৰে। ব্ৰাহ্মণৰ মাঝতহে বিধবা বিবাহ অপ্ৰচলিত। সাধাৰণতঃ বিধবা বিবাহ ব্ৰাহ্মণ ভিন্ন সকলো জাতিতে প্ৰচলিত আছে। এই দেশত প্ৰাচীন গান্ধৰ্ব্ব বিবাহৰ সদৃশ এক প্ৰকাৰ বিবাহ পদ্ধতি হিন্দু সমাজৰ শূদ্ৰাদিৰ মাঝত প্ৰচলিত। কোনো প্ৰাপ্ত বয়স্কা কুমাৰী বা বিধবাক তেওঁৰ পিতৃমাতৃ বা অন্য অভিভাবকৰ সন্মতি অনুসাৰে অলঙ্কাৰাদি পিন্ধাই যথাযোগ্যৰূপে সামাজিক লোকসকলক আহাৰ কৰোৱাই পুৰুষে আপোন ঘৰলৈ আনে। তাইৰে সইতে স্বচ্ছন্দে গৃহবাস কৰে। তাৰপৰা যি সন্তান উৎপন্ন হয় সি সন্তানেই বিবাহিতা স্ত্ৰীগৰ্ভজাত পুত্ৰৰ ন্যায় ধনাধিকাৰী হয়। কোনো কোনো সময়ত এইৰূপ পৰিণয়ত দৰা কন্যাক আয়তীসকলে দুৰ্ব্বা আৰু ধানেৰে নিৰ্মঞ্জন কৰে। ইয়াকে "আগ চাউল দিয়া" বোলে। কোনো কোনো সময়ত কোনো পুৰুষ আৰু স্ত্ৰীৰ এক প্ৰকাৰ স্বয়ম্বৰ বিবাহ হোৱাৰো নিয়ম দৃষ্ট হয়। অৰ্থাৎ কোনো স্ত্ৰী কি পুৰুষ ইচ্ছানুসাৰে কোনো পুৰুষ বা স্ত্ৰীৰ ঘৰলৈ গই তাতে তেওঁৰে সইতে ভাৰ্য্যাস্বামীৰূপে সহবাস কৰে। এই বিষয়ত সহসা সামাজিক লোকৰ পৰা বাধা দিয়া নাযায়। এই স্বয়ম্বৰ বিবাহ পদ্ধতি কেতিয়াবা প্ৰকৃত সীমাকো অতিক্ৰম কৰে।* হিন্দুধৰ্ম্মানুসাৰে ভাৰ্য্যা

---

* এই স্বয়ম্বৰ প্ৰথাৰ দ্বাৰা অনেক সময়ত অনিষ্ট ঘটে। কিয়নো অনেক যুবক আৰু যুবতী কন্যাই হঠাৎ বিবাহ কৰে আৰু তাৰ পাছে অনেক সময়ত অনেক দুৰ্ঘটনা ঘটে। কেতিয়াবা এনেও হয় যে পিতৃ-মাতৃয়ে কন্যাদানৰ অঙ্গীকাৰ কৰি অনেকৰ পৰা উপঢৌকন লয়। তাৰে এজনে কন্যা পায়। ইবিলাকে ক্ষতি পূৰণ মাত্ৰ পাব পাৰে। বিধবা স্ত্ৰীৰ দেবৰ প্ৰভৃতিয়ে কেতিয়াবা সেই স্ত্ৰী আনক দি পূৰ্ব্বৰ বিবাহৰ ব্যয় লয়।

স্বামীৰ মাঝত সম্বন্ধ ত্যাগ নাই কিন্তু সেইৰূপ ভাৰ্য্যা স্বামীৰ মাঝত সম্বন্ধ ত্যাগৰ নিয়ম ই দেশত আছে। কোনো কোনো সময়ত এনেও দৃষ্ট হয় কোন স্ত্রীয়ে এক স্বামীক পৰিত্যাগ কৰি অপৰ স্বামী গ্রহণ কৰে এবং এইৰূপে পতিপত্নীৰ মাঝত বিচ্ছেদ হই থাকিলেও কোনো স্ত্রী বা পুৰুষে কোনো এক পুৰুষ বা স্ত্রীয়ে সইতে যেতিয়াই ইচ্ছা তেতিয়াই বিবাহ সংস্কাৰ সম্পাদন কৰে। এই বিবাহ কেবল শৰীৰ শুদ্ধিৰ নিমিত্তেই কৰা হয়। ইয়াৰ দ্বাৰা পূৰ্ব্বতকৈ সম্বন্ধ দৃঢ় বা গুৰুতৰ নহয়। কোনো সময়ত এনেও হয় যে কোনো স্বামীহীনা নাৰীয়ে সেইৰূপে অস্থি শুদ্ধিৰ নিমিত্তে কোনো পুস্তক বা শিলাখণ্ড ৱা কদলী বৃক্ষে সইতে বিবাহ সংস্কাৰ সম্পন্ন কৰে। এই সকল কাৰ্য্য দ্বাৰা এনে অনুমান হয় এই দেশত শৰীৰ শুদ্ধিৰ নিমিত্তেই বিবাহ সংস্কাৰৰ প্ৰয়োজন, তাত বাজে সাধাৰণৰ মাঝত তাৰ অন্য উদ্দেশ্য নাই,* অনেক পিতৃমাতৃ বা আন অভিভাবকে শুল্ক গ্রহণ কৰি কন্যাদান কৰে। সিসকলৰ এই অসৎ উপাৰ্জ্জনৰ প্ৰতি স্পৃহা হোৱাত অনেক সময়ত বহু অত্যাচাৰ বা অনীতি হয়। এই দেশত ব্ৰাহ্মণ ব্যতিৰেকে অন্য জাতিৰ মাঝত অসবৰ্ণ বিবাহো হয়। শ্রেষ্ঠ জাতিয়ে যদি হীন জাতিৰ সহিত এইৰূপ পৰিণয় কৰে তেনেহলে হীনজাতি প্ৰাপ্ত হয়। কছাৰী, লালুং, মিকীৰ প্ৰভৃতি অনাৰ্য্যজাতিৰ মাঝত স্ত্রী পুৰুষৰ সন্মতি অনুসাৰে বিবাহ কাৰ্য্য সম্পন্ন হয়। পিতৃমাতৃ বা অন্য অভিভাবকে সি সন্মতিৰ পোষকতা মাত্ৰ কৰে। এইবিলাক জাতিৰ লোকসকলে প্ৰায় পুৰুষে স্ত্রীৰ ঘৰলৈ গই বাস কৰে। এবং সেই শ্বশুৰালয়েই তাৰ নিজালয় হয়। এই নিমিত্তে পুত্ৰতকৈ কন্যাৰ প্ৰতি ইহঁতৰ আগ্ৰহ অধিক। এই-বিলাকৰ কাৰো কাৰো মাঝত বলপূৰ্ব্বক যুবতী কন্যা ধৰি বিবাহ কৰাৰ প্ৰথাও দৃষ্ট হয় কিন্তু এই নিয়ম এতিয়া বিচাৰালয়ত কন্যাৰ অসন্মতি হলে প্ৰতিপোষকতা কৰা দেখা নাযায়।

মুসলমানবিলাকৰ বিবাহ সি জাতিৰ অন্যান্য দেশৰ প্ৰচলিত পদ্ধতি

---

* কেতিয়াবা এনেও দেখি যে কোনো স্ত্রীৰ শৰীৰ শুদ্ধিৰ বাবে কোনো পুৰুষে সইতে বিবাহ হয়। পাছে সেই পুৰুষক অলপ দক্ষিণা দি বিদায় দিয়া হয়। সেই স্ত্রী আৰু পুৰুষৰ মাঝত সম্বন্ধ নাথাকে। ইয়াকে এৰা বিয়া বোলে।

মতেই হই থাকে। কন্যাৰ সম্মতি বিনা বিবাহ সিদ্ধ নহয়। এই দেশীয় হিন্দু লোকসকলৰ উত্তৰাধিকাৰিত্বৰ নিয়ম শাস্ত্ৰানুসাৰেই হয়। পুত্ৰ পৌত্ৰাদিৰ অভাবত জ্ঞাতিসকলেই উত্তৰাধিকাৰী হয়। কিন্তু এতিয়া কোনো কোনো অবস্থাত দৌহিত্ৰ সন্তানে মাতামহৰ উত্তৰাধিকাৰী জ্ঞাতি থকাতো হ'ব লাগিছে। এইটি দেশীয় সাধাৰণ নিয়ম বুলিব নোৱাৰি। ধনাধিকাৰীয়ে জীবদ্দশাত আপোনাৰ সম্পত্তি কন্যা আৰু জামাতাক লিখি দিয়াত সি সকলে উত্তৰাধিকাৰী সূত্ৰে সম্পত্তি পায়। অসবৰ্ণ বা বিধবা বিবাহৰ দ্বাৰাও উত্তৰাধিকাৰিত্ব স্বত্বৰ ব্যাঘাত নজন্মে। সত্ৰৰ অধিকাৰী পদত জ্যেষ্ঠানুক্ৰম, পুত্ৰানুক্ৰম, বা যোগ্যানুক্ৰম প্ৰচলিত। যি সত্ৰৰ অধিকাৰী উদাসীন, তাৰ অধিকাৰী মৃত অধিকাৰীৰ মনোনীত আৰু ৰক্ষিত ডেকা অধিকাৰীয়েই হয়। পোষ্য পুত্ৰ গ্ৰহণৰ নিয়ম এই দেশত কিঞ্চিৎ বিভিন্ন। কোনো লোকে নিজৰ গোত্ৰ বা বংশৰ অথবা অন্যৰ গোত্ৰ বা বংশৰ কোনো মানুহক পোষ্য পুত্ৰ গ্ৰহণ কৰি আপোনাৰ সম্পত্তিৰ উত্তৰাধিকাৰী কৰে। বয়স বা যাগ-যজ্ঞাদিৰ প্ৰয়োজন দেখা নাযায়। পুৰুষ কি স্ত্ৰী উভয়েই পোষ্য পুত্ৰ গ্ৰহণ কৰিব পাৰে। বিধবা স্ত্ৰীৰ পক্ষে পোষ্য পুত্ৰ গ্ৰহণত স্বামীৰ অনুমতিৰ অপেক্ষা নকৰে। তাৰ আপোনাৰ জ্ঞাতি বা সমাজ বা খেলৰ প্ৰাচীন লোকৰ সন্মতি হলেই যথেষ্ট। পিতৃ মাতৃয়ে স্বীকাৰ কৰিলেই সন্তানৰ জাৰজত্ব যায়।

এই দেশৰ কি ৰজা কি প্ৰজা সকলোৱেই কাঠ বাঁহ আৰু খেৰেৰে সজা গৃহত বাস কৰে। কোনো কোনো দেবালয় মাত্ৰ ইষ্টক নিৰ্ম্মিত। সাধাৰণ পক্ষে গৃহৰ পৰিপাটী বা পৰিষ্কাৰৰ প্ৰতি বড়কৈ দৃষ্টি নকৰে। আহোম ৰজাৰ দিনত সকলোৱে সৰ্ব্বপ্ৰকাৰ পৰিচ্ছদ কি অলঙ্কাৰ পৰিধান কৰিব নোৱাৰিছিল। এতিয়া সেই কঠিন নিয়ম অন্তৰ্হিত হইছে। সৰ্ব্ব-সাধাৰণত স্ত্ৰীসকল দ্বিবস্ত্ৰা। অন্যস্থানলৈ গমন কৰিলে বা কোনো উৎসবাদিত নিজৰ ঘৰতে তাৰ ওপৰত খনীয়া কাপোৰ নামে এখান আবৰণ বস্ত্ৰ পৰিধান কৰে। তাৰে সৰ্ব্বাঙ্গ সুন্দৰৰূপে আবৃত থাকে কেবল চক্ষু নাসিকা আৰু ভৰি মাত্ৰ অনাবৃত। পুৰুষবিলাকৰ পৰিচ্ছদত হিন্দুস্থানৰ নিয়মৰ বিশেষ অনুকৰণ বুলিব পাৰি। পাগুড়ি বা শিৰোবস্ত্ৰ বিনা কোনো

প্ৰকাশ্য সভালৈ প্ৰায়েই কোনো লোক নাযায়। এই দেশৰ ব্যবহাৰ্য্য অলঙ্কাৰবিলাক তাদৃশ ভাল নহয়। ধাতুৰ পৰিমাণেই প্ৰধান ৰূপে বিবেচ্য।

পূৰ্ব্বে সকলো লোকে সকলো প্ৰকাৰ বাহন ব্যবহাৰ কৰিব নোৱাৰিছিল। মান্যবান লোকসকলে দোলা, ঘোঁৰা, হাতী ইত্যাদি বাহন ব্যবহাৰ কৰিছিল। এতিয়া সি নিয়ম ৰহিত হইছে। বড় জাপিৰ তলতো অনেক ভদ্ৰাঙ্গনা প্ৰকাশ্য স্থানেৰে ওবণি লই যোৱা নীতি আছে। আৰু সৰু জাপি আপোনাৰ মূৰত লইও যোৱা নিয়ম প্ৰচলিত।

আসন দান আৰু গ্ৰহণতো কঠিন নিয়ম আছিল। অনেক স্থলত আগন্তুক লোকক কোন আসন দানৰ ৰীতি নাই আৰু অনেকেই কাৰো ঘৰলৈ যাব লাগিলে নিজৰ আসন, তামোলৰ বটা আৰু লোটা লই যায়। অসম দেশৰ সৰ্ব্বপ্ৰকাৰ লোকৰ অন্নই মূল আহাৰ। শালী চূৰ্ণাদিৰ দ্বাৰা নিৰ্ম্মিত পিষ্টকাদি কোনো কোনো সময়ত হে হয়। প্ৰায় মানুহেই ক্ষাৰ আৰু অম্ল প্ৰিয়। মাছ আৰু পহুৰ মাংস প্ৰায় লোকে গ্ৰহণ কৰে। অন্য মাংস ভক্ষণত লোকসকলে ৰুচি আৰু ধৰ্ম্ম বিষয়ক বিশ্বাস বিবেচনা কৰে। এতিয়ালৈকে এনে দৰিদ্ৰ লোক আছে যি লোণ নোহোৱা আহাৰ কৰি থাকে। আহাৰৰ বিষয়ে ইয়াত এনে কঠিন নিয়ম যে অসগোত্ৰীৰ কথা দূৰৈত থাওক জ্ঞাতিৰ হলেও অনেকে অন্ন ভোজন নকৰে। কেবল গ্ৰামত কোনো কোনো খেলৰ একোজন ৰান্ধনী আছে তাৰ হাতে অনেকেই খায়। বোকা চাউল বা কোমল চাউল নামে এবিধ চাউল পানীৰে তিতাই লই দধি আৰু গুড়েৰে ভক্ষণ কৰে। কদলী প্ৰভৃতি উপকৰণ তাৰ লগত থাকে। এই আহাৰীয় বস্তুয়েই সৰ্ব্বসাধাৰণৰূপে প্ৰচলিত। কোনো উৎসবাদিত এই আহাৰ সকলোকে দিয়া হয়। তামোল অসমীয়া মানুহৰ অতি প্ৰিয় বস্তু। তাৰ লগত অন্য দেশৰ দৰে অন্য মসালা নাই কেবল পাণ, চূণ, আৰু ধপাত মাত্ৰ। অসম দেশত বিস্তৰ উৎসব বা পৰ্ব্ব নাই। পৌষ, চৈত্ৰ আৰু আশ্বিনৰ সংক্ৰান্তি বিহু নামে প্ৰসিদ্ধ। এই তিনিটি প্ৰধান পৰ্ব্ব। ইয়াত মান্যজনক প্ৰণাম, মিত্ৰ কুটুম্বাদিক সাক্ষাৎ কৰা আৰু ভোজনাদি কৰোৱা হয়। চৈত্ৰৰ বিহুত সংক্ৰান্তিৰ পৰা সাতদিন কোনো

ঠাইৰ ইতৰ লোকসকলে স্ত্রী পুৰুষে কোনো প্ৰকাশ্য স্থানলৈ গই নৃত্য গীত কৰে। সি সময়ত অবাচ্য ও অশ্লীল গীত গোৱা আৰু নির্লজ্জভাব ভঙ্গী দেখুৱা হয়। এইটি নিয়ম শীঘ্রে দেশৰ পৰা গুছিলে বড় উপকাৰ আৰু সুনীতি সংস্থাপন কৰা হয়।* দুর্গোৎসব, ফল্‌গুৎসব, জন্মাষ্টমী আৰু শঙ্কৰ মাধবৰ মৃত্যু তিথিও সাধাৰণ পর্ব্ব। ইয়াত বাজে বিশেষ কোনো স্থান বা শ্রেণীৰ মাঝত অন্যান্য পর্ব্বও আছে। নানা প্ৰকাৰ ক্রীড়া কৌতুকাদি ই দেশত প্ৰচলিত আছে। কিন্তু সিবোৰ অতি সামান্য। ইয়াৰ মানুহবিলাক বড় আমোদ প্রিয়। কিন্তু যি উপায়েৰে সেই আমোদ কৰে সি অতি প্রাচীন।† কানি বা অহিফেন এই দেশৰ অনেক লোকে খায়। প্রায় ৮০ বৎসৰতে কানিৰ ব্যবহাৰৰ নিয়ম দেশত ব্যাপিছে। অনেক বালক যুবা যুবতী আৰু বুঢ়াক এই কানি খোৱা দেখা যায়। ইয়াৰ ব্যবহাৰৰ নিমিত্তে এই দেশীয় লোকসকল অলস আৰু দুর্ব্বল হ'ব লাগিছে। এতিয়া গবর্ণমেণ্টে আফিঙ্গ বিক্রয় কৰাত তাৰ ব্যৱহাৰ কৰা লোকৰ সংখ্যা ক্রমে হ্রাস আৰু ৰাজস্বৰ উন্নতিৰ আশা কৰা যাব পাৰে। এই দেশৰ কানীয়া-সকলে এনে বিবেচনা কৰে যেন সিহঁতৰ অপৰাধো মার্জ্জনীয়। কানীয়া-বিলাকক সন্তুষ্ট কৰা এক মহা সন্তোষ আৰু পুণ্যৰ কার্য্য যেন বিবেচনা কৰে। সেই নিমিত্তে "কানীয়া সেৱা" অর্থাৎ কানীয়াক সন্তোষকৈ আহাৰ কৰোৱাৰ নিয়ম ইয়াত চলিত। কিন্তু ই দুর্নীতি অচিৰে এই দেশৰ পৰা দূৰীভূত হ'ব এনে যত্ন কৰা দেশহিতৈষী সকলোৰে সর্ব্বতোভাবে কর্ত্তব্য। অসম দেশৰ কি স্ত্রী কি পুৰুষ উভয়কে বিশেষকৈ স্ত্রীলোকক কুক্রিয়াসক্ত বুলি মানুহে অপবাদ দিয়ে। কিন্তু ভালকৈ অসম দেশৰ অবস্থালৈ চালেই অপবাদৰ কোনো মূল নাই। অতি অল্প দিনৰপৰা নগৰত বেশ্যাবৃত্তিৰ সৃষ্টি

---

* ইয়াক দেখিলে ই দেশীয় লোকৰ প্ৰতি ঘৃণা জন্মিব পাৰে। কিন্তু হিন্দুস্থানৰ ফলগুৎসব বঙ্গদেশৰ কোন কোন স্থানৰ কার্ত্তিক পূজা আৰু সভ্য মণ্ডলীৰ পৰিচিত "খেমটা" নাচৰ ই এক প্ৰকাৰ অবয়ব মাত্র।

† ই দেশত যিসকল বাদ্যযন্ত্র আছে সিও সামান্য। চাপৰি বজাই নাম গোৱা, পদ পুথি শুনা, গায়ক বা ওঝাৰ দ্বাৰা গোৱাই শুনা, সাধু কথা শুনা, প্ৰভৃতিৰো ব্যবহাৰ চলন। ভেঁকুলীৰ বিবাহ দিয়াও এটি ক্ষুদ্র আমোদ।

হইছে। গ্ৰামত লোকে ইয়াক নাজানে। যদি কোনো লোকে কোনো বিৰুদ্ধাচৰণ কৰা দেখে শ্ৰমিকসকলে তাক শাসন কৰে আৰু হয় সেই বিৰুদ্ধ কাৰ্য্যকে সংশোধন কৰি লবলৈ অনাচাৰীক পতিত বা অব্যবহাৰ্য্য কৰি থয়। এইৰূপে পতিতসকলেও যদি দোষ স্বীকাৰ কৰি প্ৰায়শ্চিত্ত হয় তাকো সমাজে গ্ৰহণ কৰে। অৱশ্যে এনে দৃষ্টান্তও পাব পাৰি যে দুষ্‌ক্ৰিয়াকাৰী আছে কিন্তু তাৰ সংখ্যা অতি তাকৰ। এই দেশৰ স্ত্ৰীসকল বড় উদ্‌যোগী আৰু পৰিশ্ৰমী। পুৰুষে সইতে প্ৰায় সমভাগে আৰ্জ্জে আৰু গৃহ কাৰ্য্যত লিপ্ত থাকে। এই হেতুকে অন্যান্য দেশতকৈ এই দেশীয় স্ত্ৰীসকল অপেক্ষাকৃত স্বাধীন। এই কাৰণেই এই দুৰ্ণাম হোৱা অনুভব হয়। যি শ্ৰেণীৰ লোকে দুষ্ক্ৰয়া কৰে সি শ্ৰেণীৰ লোকে আন দেশতো যে দুষ্‌ক্ৰিয়া নকৰে ইয়াক অনুমান কৰিব নোৱাৰি। যেনে শিক্ষা আৰু সঙ্গ তাত ইয়াতকৈ আৰু ভাল আশা কৰিব নোৱাৰি।

অসমীয়া লোকসকলৰ বুদ্ধি আৰু স্বভাব প্ৰায় ভাৰতীয় অন্যান্য দেশৰ লোকৰ দৰেই। অসমীয়া মানুহ বড় ভীৰু নহয় আৰু যদি সদুপদেশ আৰু উৎসাহ পায় তেন্তে অসমীয়া মানুহ শীঘ্ৰে কাৰ্য্যদক্ষ হয়। এই দেশৰ লোকে বিশেষৰূপে অনুকৰণ কৰিব পাৰে। ই সমাজৰ অপকাৰক নহয়। এই দেশ আন দেশতকৈ বহু ভাল কথাত অগ্ৰগণ্য হ'ব পৰা নাই। এতেকে দেশ হিতৈষী লোকসকলে ইয়াক সকলো বিষয়তে উন্নত কৰিবলৈ যত্ন কৰা কৰ্ত্তব্য।

আসাম সমাজত এটি মহা হুলস্থূল হ'ব লাগিছে। পূৰ্ব্বে যি লোক সকলে বেটী বন্দীৰ ওপৰত সকলো সুখ আৰু আয়োজন থইছিল সেইসকলৰ পক্ষে এতিয়া দাসত্ব মুক্তি পোৱাত বড় কঠিন হইছে। নিজে ও আপোনাৰ প্ৰয়োজন সাধিবলৈ কাম কৰিব নোৱাৰে, অৰ্থৰ অভাবত সাহায্য লব নোৱাৰে। যিবিলাকে আকৌ মাহিলী বা অগ্ৰিম দি পৰিচাৰক লয় সেইসকলেও পূৰ্ব্বৰ বেটী বন্দীৰ দৰে সেবা শুশ্ৰূষা পাবলৈ খোজাত সময়ৰ গুণে তাক নাপায়। অৰ্থৰ অভাবৰ কাৰণে আৰু বংশ গৌৰৱ বা অভিমানৰ কাৰণে যিসকলে নিজৰ দাস নিজে হ'ব নোৱাৰে সেইসকলৰ অবস্থা বড় শোচনীয় হইছে। যাৰ সেইৰূপ অভিমান নাই সেইসকলৰ

অবস্থা ক্রমে উন্নত হব লাগিছে। আমাৰ দেশৰ এই অভিমান যেতিয়া-লৈকে তিৰোহিত নহয় তেতিয়ালৈকে এই অসুখ। ভাটীৰ ফালৰ দৰে "চাকৰ" ইয়াত পাবলৈ নাই। এইটো যে এটা ব্যবসায় ইয়াক লোকে নাজানে। গোলামৰ অবস্থালৈ স্মৰণ কৰি মানুহে "চাকৰ" হই কাৰ্য্য কৰিবলৈ নোখোজে। যি সমৰ্থমতে পাৰে সি আকৌ তাৰ স্বাধীনতালৈ দৃষ্টি নাৰাখি তাক বাবলৈ বাঞ্ছা কৰে। ইয়াতে সামাজিক হুলস্থূল লাগিছে। সাধাৰণতকৈ ওপৰ শ্ৰেণীৰ লোকসকল কিছুমান অলস। আমাৰ মানুহৰ বিস্তৰ প্ৰয়োজন আৰু অভাব নাই। অল্পতে সন্তুষ্ট। কিন্তু সময়ৰ গুণে এই অভাব অধিক হই আহিব লাগিছে।

---

## ঊনবিংশ অধ্যায়

অতি প্ৰাচীন কালত এই দেশত কিৰূপ ৰাজ্যশাসন আছিল তাক জানিব নোৱাৰি। আৰ্য্যবিলাক যেতিয়া অসম দেশলৈ আহে তেতিয়া তেওঁবিলাকৰ শাসন প্ৰণালী এই দেশলৈ লই আহে। আৰু সেইৰূপে ৰাজ্য শাসন কৰে। মহাভাৰতৰ সময়ত এতিয়াৰ অসম দেশত চাৰি প্ৰধান দেশ আৰু এক প্ৰধান দেশৰ এক অংশ আছিল। এই এই একোখনি দেশত আকৌ অনেক ক্ষুদ্ৰ ক্ষুদ্ৰ প্ৰদেশ থকা অনুমান হয়। কিয়নো পুৰাণাদিত সিসকল দেশৰ অধিপতিক "নৰপতিগণ বেষ্টিত" বুলি লিখা আছে। সিসকল ৰাজ্য ধ্বংস হোৱাৰ পাছত সেই সেই দেশত অনেক ক্ষুদ্ৰ ক্ষুদ্ৰ ৰজাৰ শাসন হ'ল। কালক্ৰমে যেতিয়া কামৰূপ ৰাজ্যৰ প্ৰতাপ বাঢ়িল তেতিয়াও সি নিয়ম থাকিল আৰু যেতিয়া সেই ৰাজ্য দ্বিখণ্ড হ'ল তেতিয়াও সেইৰূপেই আছিল। তাৰ পাছেও সি নিয়ম থকা অনুমান হয়। সেই কালত ক্ষুদ্ৰ ক্ষুদ্ৰ ৰজাসকলৰ প্ৰজাৰ ওপৰত সৰ্ব্ব-প্ৰকাৰ ক্ষমতা আছিল। প্ৰজাৰ পৰা কৰ নলইছিল। প্ৰজাবিলাকে কৰৰ পৰিবৰ্ত্তে ৰজা কি ৰাজকৰ্ম্মচাৰীসকলৰ কৰ্ম্ম কৰিছিল। প্ৰধান ৰজাক আকৌ এই ক্ষুদ্ৰ ৰজাসকলে স্বদেশোৎপন্ন বস্তু দিছিল আৰু যুদ্ধ বিগ্ৰহাদিত পৰস্পৰ সাহায্য কৰিছিল। কোঁচবিহাৰৰ বিশ্বসিংহ ৰজাৰ দিনতো এই নিয়মে লুকী, পান্তান, প্ৰভৃতি ক্ষুদ্ৰ ক্ষুদ্ৰ প্ৰদেশৰ ৰজাসকলে সইতে সন্ধি কৰা হইছিল। আহোমবিলাকে যেতিয়া এই দেশ অধিকাৰ কৰিলে তেতিয়াও সেইৰূপ ক্ষুদ্ৰ ক্ষুদ্ৰ ৰজাসকলে সইতে সন্ধি নিবন্ধন কৰিছিল। প্ৰজাৰ অবস্থা তেতিয়া একপ্ৰকাৰ সুখীয়া আছিল। ৰজা বা ৰাজ-কৰ্ম্মচাৰীসকলৰ কাৰ্য্য নিয়মমতে কৰি আপোনাৰ মাটি ক্ষেতি কৰি খাইছিল। সকলোপ্ৰকাৰ প্ৰয়োজনীয় বস্তু প্ৰায় নিজেই উপাৰ্জ্জন কৰিছিল। যাক নিজে আৰ্জ্জিব নোৱাৰে তাক বিনিময় নিয়ম দ্বাৰা পাইছিল। ভিন্ন দেশে সইতে যুদ্ধ কৰোঁতে প্ৰজাসকলেই অস্ত্ৰধাৰী হই ওলাইছিল। আহোমবিলাকে যেতিয়া এই দেশ অধিকাৰ কৰিলে তেতিয়া

তেওঁবিলাকে পূৰ্ব্বৰ নিয়ম প্ৰায় বহিত কৰি দেশ শাসনত নিজৰ নিয়ম প্ৰচাৰ কৰিলে। সিসকলৰ মতে ৰজা যে কেবল ভূমিৰ অধিকাৰী এনে নহয়, মানুহৰো অধিপতি। উভয়কে দান আৰু হস্তান্তৰ কৰিব পাৰিছিল। সেই ৰজাই যেনেকৈ নিষ্কৰ ভূমিবৃত্তি দান কৰিছিল তাৰ লগতে লোকো পৰিচৰ্য্যা কি অন্য কাৰ্য্যৰ নিমিত্তে দিব পাৰিছিল। ৰজা প্ৰায় স্বেচ্ছাচাৰী থাকিলেও তেওঁৰ তিনিজনা ডাঙ্গৰীয়া পৰামৰ্শদাতা আছিল। সিসকলৰ নাম বুঢ়া গোঁহাই, বড় গোঁহাই আৰু বড়পাত্ৰ গোঁহাই। ইয়াৰ মাঝত যিজনা যোগ্য আৰু বুদ্ধিমন্ত হয় তেওঁক মন্ত্ৰী পতা হয়। এই তিনিওজনা ডাঙ্গৰীয়াৰ মৰ্য্যাদা সমান। ই তিনিওজনা ডাঙ্গৰীয়াৰ অধিক ক্ষমতা। এওঁবিলাকে ৰজা মনোনীত বা পদচ্যুত কৰিব পাৰে। পাছে এনেও হয় এই আশঙ্কাত এই তিনিওজনা ডাঙ্গৰীয়াক ৰজাৰ বড় চ'ৰা আৰু সন্মুখ নহলে আন ঠাইত একত্ৰিত হবৰ বিধান নাই। এই তিনিজনা ডাঙ্গৰীয়াৰ তলতে বড় বড়ুৱা। এওঁ ৰজা নহলেও বড় চ'ৰাত বহি বিচাৰ কৰিব পাৰে। দেশৰ উৎপন্ন আৰু যাবতীয় কাৰ্য্যৰ ভাৰ এওঁৰ ওপৰত। এওঁৰ কাৰ্য্যৰ ওপৰত ৰজা মন্ত্ৰীৰহে দৃষ্টিৰ অধিকাৰ। এইকেইজনাৰ তলতে চ'ৰাৰ ছয় ফুকন। সিসকল ফুকন এইঃ নাও বৈছা ফুকন, ভিতৰুৱাল ফুকন, নফুকন, দিহিঙ্গীয়া ফুকন, ডেকা ফুকন আৰু পানী ফুকন। এই কেইজনা ফুকনে বড় চ'ৰাত বড় বড়ুৱাই সইতে বহে। এইসকলে ৰজাৰ ভিন্ন ভিন্ন কাৰ্য্য কৰে। এই দেশত দ্বাদশ প্ৰদেশত দ্বাদশজন ৰাজখোৱা আছিল। সিসকলে আপোন আপোন প্ৰদেশৰ কাৰ্য্য নিৰ্ব্বাহ কৰিছিল। একোজনা ৰাজখোৱাৰ অধীনে তিনি হাজাৰ মানুহ আছিল। পূৰ্ব্বোক্ত বিষয়াসকলেই প্ৰধান। ইয়াৰ বাহিৰেও নিৰ্দ্দিষ্ট কাৰ্য্যৰ নিমিত্তে একোজনা ফুকন আৰু তেওঁৰ তলতে সাহায্যকাৰী একোজনা বড়ুৱা আছিল। আৰু কোনো স্থলত কেবল একোজনা বড়ুৱাই আছিল। পৰ্ব্বতীয়া ফুকনে ৰজাৰ পৰ্ব্বতীয়া কুঁৱৰীৰ মেল বা সম্পত্তিৰ প্ৰধান কাৰ্য্যকাৰক আছিল। ৰাইডঙ্গীয়া ফুকন ৰাইডঙ্গীয়া কুঁৱৰীৰ মেল বা সম্পত্তিৰ কাৰ্য্যকাৰক আছিল। খঙ্গীয়া ফুকন ৰজাৰ মাতৃ বা পদচ্যুতা ৰাণীসকলৰ তত্ত্বাবধাৰক আছিল। তামুলী ফুকন ৰাজকীয় উদ্যানাদিৰ

প্ৰভৃতি তত্ত্বাবধাৰক। নাওশলীয়া ফুকনে ৰজাৰ নৌকাদি নিৰ্ম্মাণ কৰে। চোলাধৰা ফুকন ৰজাৰ নিজা বস্ত্ৰালঙ্কাৰাদিৰ তত্ত্বাবধাৰক। চিৰিঙ্গফুকন আহোমৰ দেওধাই বাইলুঙ্গ প্ৰভৃতি পুৰোহিতৰ তত্ত্বাবধাৰক। দেবলীয়া ফুকন দেবালয়বিলাকৰ তত্ত্বাবধাৰক। জালভাৰী ফুকন মৃগয়াদি কাৰ্য্যত নিযুক্ত থকা লোকসকলৰ অধ্যক্ষ। খাৰঘৰীয়া ফুকনে ৰজাৰ অস্ত্ৰশস্ত্ৰ আৰু বাৰুদ প্ৰভৃতিৰ তত্ত্বাবধাৰণ কৰিছিল। ঢেকিয়াল ফুকন ঢেকিয়াল মেলৰ অধ্যক্ষ আছিল। ৰাজকোষৰ অধ্যক্ষৰ পদবী বড় ভণ্ডাৰ বড়ুৱা বা ভঁড়ালী বড়ুৱা। ৰজাৰ চিকিৎসক বেজবড়ুৱা। চাঙ্গমাই বা ৰাজ সূপকাৰসকলৰ অধ্যক্ষৰ উপাধি চাঙ্গমাই বড়ুৱা। হাতীৰ অধ্যক্ষৰ হাতীবড়ুৱা। এইপ্ৰকাৰে ৰজাৰ আৰু আন পৰিচাৰক আৰু পাৰিষদ-সকলৰ ওপৰত যাৰ অধিকাৰ তাক বড়ুৱা উপাধি দিয়া হয়। গুৱাহাটীত যিজনা প্ৰধান ৰাজকৰ্ম্মচাৰী থাকে তেওঁৰ উপাধি বড়ফুকন। এওঁ ৰাজ প্ৰতিনিধি। এই হেতুকে এওঁৰ ক্ষমতাও বিস্তৰ। বড়ফুকনৰ সভাতো পানী ফুকন, ডেকা ফুকন প্ৰভৃতি কেজনমান ফুকন থাকে। সদীয়া, মৰঙ্গী, সলাল আৰু কাজলী মুখত গোঁহাই ফৈদৰ একোজন প্ৰতিনিধি থাকে। ইসকলে আমালোকৰ পাৰ্ব্বত্য প্ৰদেশৰ প্ৰতিনিধিৰ কাৰ্য্য কৰে। ৰজাৰ সভাত কটকী, কাকতী, খাওন্দ প্ৰভৃতি উপাধিৰ কেতবিলাক লোক থাকে। নানাদেশৰ সম্বাদ লোৱা আৰু অনা এবং ৰাজাজ্ঞা শুনোৱা কটকীৰ কাৰ্য্য। খাওন্দ বা খাওন্দ বৈৰাগীসকলে ভিন্ন দেশলৈ গই সেই সেই দেশৰ বস্তু আনে আৰু কাকতীসকলে দেশৰ ভূমি উৎপন্ন আৰু ব্যয়ৰ হিসাব লেখে। এইসকলৰ মাঝত মজুমদাৰ বড়ুৱাই প্ৰধান। ৰজাৰ নিজ উৎপন্ন ব্যয়ৰ বিষয়েও একোজন কাকতী আছিল। সভাপণ্ডিত আৰু জ্যোতিষীয়া পণ্ডিতো সভাত আছিল। গুৱালপাড়াৰ ইপাৰে বঙ্গালহাট বা হাদীৰা চকীত এজন হাটখোৱা বা দুৱাৰীয়া থাকে। তেওঁ বাৰ্ষিক বাণিজ্যৰ কৰৰ বাবে ৰজাক ১০,০০০ টকা দিব লাগে। এই চকীৰ অধ্যক্ষক দুৱৰীয়া বড়ুৱা বুলিছিল। এই দুৱৰীয়াৰ অধীনে কিছুমান সৈন্যও আছিল। এইবিলাক কৰ্ম্মচাৰীৰ কোনেও মাসিক বা বাৰ্ষিকভাবে কোন টকা বেতন নাপাইছিল। ইসকলৰ

অধীনত একোখন প্ৰদেশ বা খেল বা মেল আছিল। সিসকলে তাৰ তত্ত্বাবধাৰণ কৰিছিল আৰু তাৰ উৎপন্ন কিয়ৎপৰিমাণে ভোগ কৰিছিল। পৰিচৰ্য্যাৰ নিমিত্তে মানুহ পাইছিল। আৰু সেই মানুহে কৃষি আদি কৰি সাহায্য কৰিছিল। ৰজাই সকলোকে নিযুক্ত বা পদচ্যুত কৰিব পাৰিছিল। আৰু কোনো খেল বা মেলৰ অধিপতিয়ে তেওঁৰ অধীনৰ ক্ষুদ্ৰ কৰ্ম্মচাৰীসকলক নিযুক্ত কৰিব বা পদচ্যুত কৰিব পাৰিছিল। খেলৰ বা মেলৰ লোকসকল এইৰূপে ভাগ হইছিল। বিংশতিৰ ওপৰত যি অধিপতি সি বড়া, এশৰ ওপৰত যি অধিপতি শইকীয়া, আৰু সহস্ৰৰ ওপৰত যি অধিপতি সি হাজৰীকা বা হাজাৰকীয়া। এওঁবিলাকৰ সেই সেই অধীন লোকসকলৰ ওপৰত বিশেষ ক্ষমতা আছিল। প্ৰথমে কাৰ্য্য কৰিব পৰা চাৰিজন লোকক এপোৰা পাইক বোলা হইছিল। পাছলৈ দেশত বিভ্ৰাট হই যেতিয়া লোক কমিল তেতিয়া তিনিজনে এপোৰা হল।* সামাজিক নিয়মানুসাৰে অনেক সামান্য বিবাদৰ মীমাংসা গ্ৰাম্য লোকসকলে কৰিছিল। খেলৰ বা মেলৰ অধ্যক্ষসকলেও আপোন আপোন মেলৰ বা খেলৰ লোকসকলৰ মাঝত বিবাদ উপস্থিত হলে তাৰ বিচাৰ কৰিছিল। গুৰুতৰ অপৰাধ হলেও বড়বড়ুৱা কি মন্ত্ৰীয়ে বিচাৰ কৰিছিল। ইয়াত প্ৰায় আপোন মুখে সাক্ষী দি অভিযুক্ত লোকক ক্বচিৎ জিজ্ঞাসা কৰিছিল। সমীপতে আন অধীন কৰ্ম্মচাৰীয়ে সুধি-পুছি জনালেই শেষ আজ্ঞা বিচাৰকে দিছিল।

দেশৰ বিচাৰ কাৰ্য্যৰ নিমিত্তে লিখিত বিশেষ কোনো ব্যবস্থা নাছিল। হিন্দু শাস্ত্ৰৰ মূল নিয়ম অনুসাৰে স্বত্বাস্বত্বৰ বিষয় বিচাৰ কৰা হইছিল। ঘট, জল প্ৰভৃতি পৰীক্ষাও চলিছিল। বিচাৰ এনে কঠিন বা সূক্ষ্ম আছিল যে সাক্ষীয়ে হঠাৎ মিছা কবলৈ সাহসিক নহইছিল। দণ্ড বড় উগ্ৰ আছিল। নাসিকা কৰ্ণছেদন, চক্ষুৰুৎপাটন, জানুভঙ্গ, চ[illegible]টাঘাত, অস্ত্ৰেৰে প্ৰাণদণ্ড, শূলদ্বাৰা প্ৰাণদণ্ড প্ৰভৃতি গুৰুতৰ দণ্ড আছিল। এই কাৰণত থাকি অপৰাধীৰ সংখ্যা অতি কম আছিল। স্বৰ্গনাৰায়ণ ৰজাৰ পূৰ্ব্বে দেশত মুদ্ৰা প্ৰচলিত নাছিল। উজনি খণ্ডত অৰ্থ দ্বাৰা কৰ

* মানুহৰ সংখ্যা অনুসাৰে আৰু ব্যবসায় বা কাৰ্য্য অনুসাৰে খেল বা মেল।

গ্ৰহণ কৰা নহইছিল। কামৰূপত খাটনি কৰিব পৰা লোকত বাহিৰে অন্যান্যৰ পৰা অতি অল্প পৰিমাণে কৰ গ্ৰহণ কৰা হইছিল। এই বিষয়ে মানৰ দিনত বিশেষ কোনো নিয়ম থকা জানিব পৰা নাযায়। অঙ্গীকাৰৰ বিষয়ে প্ৰায় মুখৰ কথাতেই হইছিল। মাটি বন্ধা যোৱা বা কিনা বেচা বা দাসত্ব পত্ৰ কেতিয়াবা সাঁচি পাতত লিখা হইছিল। অঙ্গীকাৰ কৰা জনৰ আঙ্গুলিৰ চিহ্ন তাত দিয়া হইছিল। এই দেশত দাসত্ব বড় প্ৰবলৰূপে চলিছিল। সাধাৰণ মানুহৰ দৰে স্বত্ব, গোলামৰ নাছিল। এই গোলামৰ ওপৰত স্বামীৰ দান বিক্ৰয়ৰ স্বত্ব আছিল। আপোনাৰ পুত্ৰ আৰু কন্যা, এবং অপ্ৰাপ্তবয়স্ক পিতৃমাতৃহীন পৰিবাৰৰ ওপৰত, পিতৃ মাতৃ বা অন্য অভিভাবকৰ দান বিক্ৰয়ৰ বা হস্তান্তৰৰ ক্ষমতা আছিল।

ব্ৰিটিশাধিকৃত হোৱাত ধৰ্ম্মত্তৰ, ব্ৰহ্মত্তৰ, দেবত্তৰ প্ৰভৃতি অৰ্দ্ধ কৰদ ভূমিৰ অধিকাৰীত বিনে অন্য ভূমিৰ কৰ গ্ৰহণ কৰা হইছে। এতিয়াৰ বিচাৰ প্ৰণালী অনুসাৰে ই দেশ কেইবাখনিও জিলাৰে ভাগ হইছে। সি জিলাত একোজন জিলাধিপতি অৰ্থাৎ ডিপুটি কমিশ্যনৰ আৰু তেওঁৰ অধীনে এশিষ্টাণ্ট বা একষ্ট্ৰা আশিষ্টাণ্ট কমিশ্যনৰ আছে। সেইসকলে বিচাৰ কাৰ্য্য সম্পাদন কৰে। স্থানীয় শান্তি ৰক্ষাৰ নিমিত্তে পুলিশ দল আছে। এবং বিদেশীয় শত্ৰু নিবাৰণৰ নিমিত্তে পল্টন আছে। এই সকল কাৰ্য্য কৰিবলৈ বিধি ব্যবস্থা আৰু নিয়ম আছে আৰু সদাই চলিব লাগিছে। এতিয়া পূৰ্ব্বতকৈ সৰ্ব্বাংশে শাসন প্ৰণালী উৎকৃষ্ট হইছে। আৰু এনে আশা কৰা যায় এই শাসনৰ অধীনত থাকি অসম দেশৰ সৰ্ব্বপ্ৰকাৰ উন্নতি হ'ব। এই দেশৰ লোকসকলে উচ্চৈঃস্বৰে জগদীশ্বৰক এই শাসন চিৰস্থায়ী হবলৈ প্ৰাৰ্থনা কৰিছে। আমি আশা কৰোঁ সৰ্ব্বশক্তিমান পৰমেশ্বৰে আমালোকৰ ই আশাক সফল কৰিব।

---

# পৰিশিষ্ট

কামৰূপ জিলাৰ দক্ষিণ কূলৰ কোনো এঠাইত এটি শিলৰ ঘৰ আছে। সেই ঘৰটোৰ বিষয়ে এনে প্ৰবাদ আছে বোলে সেইটো চান্দো সদাগৰৰ "মেড়ঘৰ"। এই চান্দো সদাগৰ পুত্ৰ লক্ষ্মীন্দাৰক এই ঘৰতে বিবাহৰ ৰাত্ৰি বিষহৰিৰ সৰ্পে দংশন কৰে। তেওঁৰ পতিব্ৰতা পত্নী বেউলাই লক্ষ্মীন্দাৰৰ শৰটো ভুড়ত উটাই ভটীয়াই লই যায়। নেতাঁই ধুবুনী নামে এজনী মানুহৰ সাহায্যত লক্ষ্মীন্দাৰ পুনৰ্জ্জীবিত হয়। ধুবুৰীৰ ওচৰত নেতাঁই ধুবুনীৰ এটি ঘাট আছে। সেই ঘাটৰ এতিয়া ভগ্নাৱশেষ মাত্ৰ আছে। এই চান্দো সদাগৰ এজন বিখ্যাত সদাগৰ আছিল। এওঁৰ বিবৰণ পদ্মপুৰাণত আছে।

তেজপুৰত আগৰ শিলৰ ঘৰৰ ভগ্নাৱশেষ অনেক আছে। বাণৰজাৰ আৰু উষাৰ ঘৰৰ ভগ্নাৱশেষ বুলি সেইবিলাক কোৱা হয়। নগাঁওৰ চপানলা পৰ্ব্বতত শিলৰ মন্দিৰ প্ৰাচীৰ খিলান প্ৰভৃতিৰ ভগ্নাৱশেষ বা অসম্পূৰ্ণ অংশ বিস্তৰ আছে। এই ঠাই মহাভাৰতত লেখা হংসধ্বজ ৰজাৰ নগৰ বুলি আজিকো লোকে কয়। ডিমাপুৰতো সেইৰূপ মন্দিৰৰ অনেক চিন পোৱা যায়। এইখনেই পুৰণি হিড়ম্ব নগৰ বুলি এতিয়াও প্ৰসিদ্ধ। শদীয়া আৰু আন আন ঠাইতো এনে অনেক মঠ মন্দিৰৰ চিন আছে। গোৱালপাড়া জিলাৰ হাবড়াঘাট পৰগণাত "শ্ৰীসূৰ্য্যৰ পাহাড়" নামে প্ৰসিদ্ধ এটি পৰ্ব্বত আছে। শুনা গইছে তাৰ নামনিত চক্ৰাকাৰ এডোখৰ শিল আছে। ঘড়িৰ ৰেখাৰ দৰে তাত কিছুমান ৰেখাও থকা দেখি। সেই পৰ্ব্বতৰ নাম আৰু সেই শিলৰ দ্বাৰাই এনে অনুমান হয় যে কেতিয়াবা সি নাক্ষত্ৰিক জ্যোতিষ গণনাৰ মানমন্দিৰ আছিল।

এই দেশ ভ্ৰমণ কৰিলে দূৰৈৰ পৰা কোনো কোনো ঠাইত একোখন গ্ৰাম থকা যেন দেখি। ওচৰলৈ গলে তাত কেৱল ঝাড়নি কাঠনি হাবি মাত্ৰ দেখি। তাত যে কোনো কালত গ্ৰাম আছিল তাৰ চিন কেৱল পুখুৰী, ঘৰৰ ভেটীৰ চিন আৰু আম কঠালৰ গছ দেখি। কোনো

কোনো পুখুৰী বা কোনো ঠাই খানোতে ইটা, খুটা আৰু আন ধন বস্তু পোৱা গইছে। মৰ্ণ ই নামে এঠাইৰ মাটি ব্ৰহ্মপুত্ৰে খহাওঁতে তাৰ অনেক তলৰ পৰা শিলৰ মূৰ্ত্তি, ইটা, খোলা আৰু সেইৰূপ মানুহৰ প্ৰয়োজনীয় অনেক বস্তু দেখা হইছিল। অথচ সেই ঠাইৰ ওপৰত অনেক প্ৰকাণ্ড গছ আৰু মানুহৰ ঘৰ আছিল।

এইসকলৰ প্ৰতি দৃষ্টি কৰিলে এই দেশৰ লোকসকলৰ পূৰ্ব্বৰ অবস্থা যে ইয়াতকৈ অনেক অংশে বেলেগ আছিল ইয়াক জানি। সেইসকল লোক এতিয়াৰ লোকতকৈ বল, বুদ্ধি, শক্তি ধন সকলোতে শ্ৰেষ্ঠ আছিল। এইসকলৰ প্ৰকৃত সময় এতিয়া জনা বড় টান। ইয়াৰ অনেক কীৰ্ত্তি আহোমবিলাক এই দেশলৈ অহাৰ পূৰ্ব্বৰ সময়ৰ। সেইকালৰ ইতিহাস আৰু বিবৰণ প্ৰায় পোৱা নাযায়। যি পোৱা হয় সিও অনেক পতিয়াব নলগীয়া কথাৰে পৰিপূৰ্ণ। এই মঠ মন্দিৰৰ অনেক বৌদ্ধধৰ্ম্ম এই দেশত প্ৰচাৰ হ'বৰ পূৰ্ব্বৰ। বৌদ্ধসকলে অনেক মন্দিৰ ভাগিলে অথচ অনেক নকৈ নিৰ্ম্মাণ কৰিলে। যেতিয়া বৌদ্ধৰাজ্য গুছিল তেতিয়া সেইবিলাক কীৰ্ত্তি ভগা ছিগা হই থাকিল। শকাদিত্যৰ প্ৰথম শতাব্দীত যেতিয়া এই দেশত বৈদিক ধৰ্ম্ম পুনঃ প্ৰচলিত হয় তাৰ পাছে কিছুমান মঠ মন্দিৰ নিৰ্ম্মিত বা সংস্কাৰিত হ'ল, কিছুমান তেনেই থাকিল। ডাঙ্গৰ ৰাজ্য লোপ হই প্ৰায় স্ব স্ব প্ৰধান অনেক সৰু সৰু ৰাজ্য হোৱাত লোকসকলৰ সাধাৰণ অবস্থা ক্ৰমে হীন হবলৈ ধৰিলে। সেই কাৰণেহে আহোমবিলাকে বিশেষ শ্ৰম নকৰাকৈ প্ৰথমে সৌমাৰ প্ৰদেশ অধিকাৰ কৰিবলৈ পাৰিলে। ফলিতাৰ্থে নাগশঙ্কৰৰ বংশ ধ্বংস হবৰ পাছৰ পৰা অৰ্থাৎ তেৰশ বছৰৰপৰা এই দেশৰ অনুন্নতিৰ আৰম্ভ। আহোমবিলাকেও কেতবিলাক মঠ মন্দিৰ নিৰ্ম্মাণ আৰু জীৰ্ণ সংস্কাৰ কৰিলে। কেতবিলাক আলি পুখুৰী সাঁকো ইত্যাদিও কৰিলে কিন্তু প্ৰাচীন মন্দিৰাদিৰ যি চিন দেখি তাৰে তুলনা কৰিলে এইবিলাক সামান্য। আহোমবিলাকে দেশত বসতি কৰি আৰু হিন্দুধৰ্ম্ম লই দেশীয় লোকসকলৰ লগত মিলিল। তেওঁবিলাকে দেশৰ উন্নতিৰ অৰ্থে অনেক উপায় আৰু উদ্যোগ কৰিলে। কিন্তু তেওঁবিলাক আগমনৰ পৰাই দেশৰ স্বাধীনতা লোপৰ আৰম্ভণ হোৱাত আৰু শাসন

তেনে দৃঢ় নোহোৱাত প্ৰজাৰ অৱস্থা তেনে উন্নত নহ'ল। তথাপি ক্ৰমে হবলৈ ধৰিছিল। মোৱামৰীয়াৰ আৰু মানৰ উপপ্লৱৰ পাছত দেশ একেবাৰে উপান্ত হ'ল। কিন্তু পৰমেশ্বৰে আন উপায়েৰে এতিয়া আমাৰ দেশৰ শ্ৰীবৃদ্ধিৰ যোটনা কৰিছে। আগৰ কালত কামৰূপ বড় প্ৰসিদ্ধ আছিল। ইয়াক ভগবতীৰ যৌতুকৰ দেশ বুলি কয়। ইয়াৰ প্ৰশংসা আৰু গৌৰব ভালকৈ পুৰাণাদিত লেখা আছে। ইয়াৰ ৰাজধানীৰ নাম প্ৰাগজ্যোতিম্পুৰ। প্ৰকৃতে ইয়াত যিবিলাক কীৰ্ত্তি চিহ্ন আছে তাৰ দ্বাৰা সেই নামৰ উত্তম পৰিচয় পায়।

ইয়াৰ ব্ৰাহ্মণাদি জাতিসকলে প্ৰায় পৌৰাণিক বা প্ৰাচীন মতে প্ৰবৰ্ত্তন কৰে। স্মাৰ্ত্ত মতৰ তাদৃশ প্ৰবৰ্ত্তন নাই। কামৰূপীয় নিবন্ধ নামে এক পুথিত ইয়াৰ আচাৰ ব্যবহাৰৰ বিবৰণ আছে। এই দেশ অতি পূৰ্ব্বৰে পৰা আন স্বাধীন ৰাজ্যৰ দৰে স্বতন্ত্ৰৰূপে প্ৰবৰ্ত্তিত হই আহিছে। ই কেতিয়াও আনদেশৰ শাখা দেশ বা প্ৰদেশ নহয় আৰু নাছিল। এতিয়া এনে আশা কৰা গইছে যে সৰ্ব্বশক্তিমান পৰমেশ্বৰৰ কৃপাত আমাৰ দেশত অৱস্থা ক্ৰমে উন্নত হ'ব। কিয়নো এই উন্নতিৰ বাটলৈ আনিবৰ কাৰণে এতিয়াৰ শাসন আৰু নিয়ম অতি প্ৰশস্ত আৰু উপযুক্ত হইছে।

